# তেজপুৰ নাম ইটো নগৰ বিশেষ

(তেজপুৰ চহৰৰ ঐতিহ্যময় ঐতিহাসিক বিৱিধা)



শ্ৰীকনক চন্দ্ৰ শৰ্মা

**Tezpur Nām Ito Nagara Biśeṣ :** A historical miscellany on the growth of tezpur town on some aspects, written by Shri Kanak Chandra Sharma, M A , Guwahati' [Price Rupees Two Hundred Twenty only]

*প্ৰথম প্ৰকাশ* : November, 2001

*প্ৰকাশক* : গ্ৰন্থকাৰ

*বেটুপাত* : শিল্পী দেৱেন দেৱান

*মূল্য* : লাইব্ৰেৰী সংস্কৰণ : ২৫০ ০০ টকা
সাধাৰণ : ২২০ ০০ টকা

*ডি টি পি* : **পেচিফিক্ লেজাৰ প্ৰিণ্টচ্**
গণেশগুৰি, গুৱাহাটী - ৬

*মুদ্ৰক* : বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ
উদ্যোগ পাম : বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১

# উছৰ্গা

সৃষ্টি আৰু সৃষ্টিৰ প্ৰেৰণা

উভয়তে সুদীৰ্ঘকাল

উদ্বুদ্ধ কৰি ৰখা আৰু

মোৰ অতৃপ্ত ভাৱনাৰ

দিগন্তত সুখানুভূতি জগাই তোলা

ঐতিহ্যময়

বাণ থিয়েটাৰ আৰু অ. ভা. উ. সা. সভা

আৰু

কলমৰ কৰ্মচঞ্চলিত সান্নিধ্যেৰে আদৰেৰে

মোক

বুটলি লোৱা

মোৰ শ্ৰদ্ধাৰ

তেজপুৰ সাহিত্য সভা আৰু তেজপুৰ সাহিত্য চ'ৰালৈ

# মোৰ একাষাৰ

মোৰ চাকৰি-জীৱনৰ এটি গুৰুত্বপূৰ্ণ গঠনাত্মককাল তেজপুৰত অতিবাহিত হৈছিল। মোৰ নিজৰ ইচ্ছাত নহয়, চৰকাৰৰ ইচ্ছাতে ১৯৭৪ চনত তেজপুৰলৈ বদলি হৈছিলো সহকাৰী বন্দৱস্তি প্ৰাধিকাৰী ৰূপে। কিন্তু পৰম বিস্ময়কৰভাবে তাতেই এটাৰ পাছত এটাকৈ বিভিন্ন পদত সেৱা আগবঢ়াই থাকিব লগা হৈছিল। প্ৰথমবাৰ ১৯৭৪ চনৰ পৰা ১৯৮৩ চনলৈকে থাকি পুনৰ বন্দৱস্তি কামতেই বন্দৱস্তি প্ৰাধিকাৰীৰ পদলৈকে সেৱা আগবঢ়োৱাৰ পাছত পুনৰ ১৯৮৬ চনৰ পৰা ১৯৯১ চনলৈ তেজপুৰত থাকিব লগা হৈছিল অতিৰিক্ত উপায়ুক্তৰূপে। ভগৱানৰ ইচ্ছাত আৰু ৰাইজৰ শুভাশীষত চৰকাৰেও দেখোন কোনো আপত্তি-বিপত্তি নোহোৱাকৈ সুদীৰ্ঘকাল তাতেই মোৰ সেৱা নিৰ্দিষ্ট কৰিছিল।

এইখিনি কথাৰ প্ৰসংগ ইয়াত উল্লেখ কৰিবলগা হ'ল এই কাৰণেই যে এইখন গ্ৰন্থৰ সৃষ্টিৰ সৈতে মোৰ চাকৰি-স্থানৰ সম্বন্ধ ঘটিছে। অন্যান্য গ্ৰন্থ-সাহিত্যিক কৰ্ম অন্যস্থানতো কৰা হৈছিল। কিন্তু তেজপুৰত আমাৰ সুদীৰ্ঘকাল স্থিতি নহ'লে এই গ্ৰন্থখনৰ ৰচনা সম্ভৱ নহ'লহেঁতেন।

তেজপুৰত মোৰ সাহিত্য-চৰ্চাৰ সুঁতিটোৱে বদলি হৈ গ'ল। তেজপুৰৰ প্ৰত্ন সৌন্দৰ্য্য আৰু পুৰাতত্ত্বৰ প্ৰতি কব নোৱাৰাকৈয়ে মনতো ধাবিত হোৱাত সেইবোৰৰ অনুসন্ধানৰ প্ৰতি অনুৰাগ বাঢ়িল। তাৰ এটা কাৰণ আছিল বহুপৰিমাণে আবেগিক। প্ৰায় এশবছৰ আগতে তেজপুৰ চহৰৰ প্ৰথম বন্দৱস্তিৰ কামৰ সময়ত সহকাৰী বন্দৱস্তি প্ৰাধিকাৰীৰূপে কাম কৰিছিল স্বনামধন্য প্ৰত্নতত্ত্ববিদ আৰু সু-সাহিত্যিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে। চৰকাৰী কামৰ সৈতে তেওঁৰ প্ৰত্ন অনুসন্ধানৰ কামো সমাৰ্থক হৈ পৰিছিল। তেওঁৰ সেই সময়ত গাওঁ আৰু ৰাইজৰ সৈতে এনে ঘনিষ্ঠ সম্পৰ্ক স্থাপন হৈছিল যে গাওঁৰ ৰাইজে তেতিয়া 'চেটেলমেণ্ট' বুলিলে 'হেমগোঁসাইৰ চেটেলমেণ্ট' বুলিহে বুজি পাইছিল আৰু তেওঁ তেনেকৈ পৰিচিত হৈ পৰিছিল। (এই কথা এদিন প্ৰয়াত সদানন্দ চলিহাদেৱে মোক কথা প্ৰসংগত কৈছিল)। সেই হেমগোঁসাইৰ এক ধূসৰ ছবিয়ে মোৰ মনত ৰেখাপাত কৰিছিল আৰু পুৰণি নথি-কাগজ-পত্ৰৰ প্ৰতি মনটোক আকৰ্ষিত কৰিছিল।

মোৰ অগ্ৰজ জ্যেষ্ঠ বিষয়া শ্ৰীচিদানন্দ বৰুৱাৰ সৈতে (তেওঁৰো আছিল বুৰঞ্জী আৰু অসমৰ ঐতিহ্যৰ প্ৰতি অগাধ প্ৰেম) 'কামৰূপ অনুসন্ধান সমিতি'ৰ আৰ্হিত প্ৰতিষ্ঠা কৰিছিলো 'দৰং অনুসন্ধান সমিতি'। পাছলৈ জিলা সংগ্ৰহালয় স্থাপন হোৱাত এই সমিতিৰ উদ্দেশ্য সাধিত হ'ল আৰু এই অনুষ্ঠানৰ প্ৰয়োজন নোহোৱা হ'ল। কিন্তু অন্যান্য প্ৰাসংগিক

কামৰ লগতে ইয়াৰ ফলত এক গুৰুত্বপূৰ্ণ ঐতিহাসিক কৰ্ম যুগমীয়াভাৱে সম্পাদন হ'ল। ঢেকিয়াজুলি চক্ৰৰ উলুবাৰী গাওঁৰ চাহবাগিছাৰ প্ৰাক্তন বনুবাৰ খেতি-পথাৰৰ পৰা ১৯৭৫ চনত আমি উদ্ধাৰ কৰিলো আপুৰুগীয়া তাম্ৰশাসন শ্ৰী. মৰম শতিকাৰ শেষৰ ফালৰ শালস্তম্ভীয় ৰজা তৃতীয় বলবৰ্মাই পৰাশৰ গোত্ৰীয় ব্ৰাহ্মণক ভূমি প্ৰদান কৰা তামৰ ফলি। এইগৰাকী তেজপুৰীয়া ৰজাৰ এইখন আছিল তৃতীয় তাম্ৰশাসন। এই শাসনখন শ্ৰীযুত বৰুৱাৰ সৈতে আমি যুটীয়াভাবে পাঠ উদ্ধাৰ কৰি সেইপাঠ বিদ্বৎ সমাজলৈ 'The Assam Tribune' আৰু 'অসমবাণী'যোগে আগবঢ়ালো। বৰ্তমানে এই শাসন তেজপুৰ জিলা সংগ্ৰহালয়ত সংৰক্ষিত। পাঠ উদ্ধাৰ কৰি ইয়াৰ ফটো সহ অধ্যয়ন কৰা পাঠ আমি তেতিয়াৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ মুখ্য অধ্যাপক পাছলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড° মুকুন্দ মাধৱ শৰ্মা চাৰক জালুকবাৰীত বিশ্ববিদ্যালয়তে নিজ হাতে প্ৰদান কৰো। তেওঁ এই ফলি তেওঁৰ সম্পাদিত Inscriptions of Ancient Assam গ্ৰন্থত তেওঁ অধ্যয়ন কৰা পাঠৰ সৈতে (যি স্থানত তেওঁৰ সৈতে পাঠৰ অমিল পাইছে সেইখিনি BS বুলি পাদটীকাত দেখুৱাই) সন্নিবিষ্ট কৰিছে। তেওঁ মন্তব্য কৰা মতে আমি পোনপ্ৰথমে অধ্যয়ন কৰা হলেও এই পাঠত কোনো বিশেষ ভুল পোৱা নাই।

এনেদৰে এক প্ৰবল অনুসন্ধিৎসাই সেই সময়ত তেজপুৰত প্ৰাচীন কীৰ্ত্তি-সংৰক্ষণৰ বাবে প্ৰবল জাগৰণৰ সৃষ্টি কৰিছিল।

ভূমি-বন্দবস্তিৰ বিভিন্ন প্ৰতিবেদনৰ বাবে সচৰাচৰভাবেই মই পুৰণি নথি-পত্ৰ, ৰেকৰ্ডৰুম আৰু অন্যান্য স্থানত প্ৰাচীন তথ্য বিচাৰিবলগা হৈছিল। সেইবিলাকৰ প্ৰয়োজনীয় অংশ চৰকাৰী কামত ব্যৱহাৰ কৰাৰ পাছত ঐতিহাসিক চিন্তাৰে এইবোৰৰ ব্যৱহাৰৰ কথা আমাৰ মনত আহিছিল। প্ৰয়োজনমতে বিভিন্ন আলোচনী, সংবাদপত্ৰ, স্মৃতিগ্ৰন্থ আদিত লিখিব লগা হৈছিল। সেইবাবে এইবোৰ কথাৰ দুই-এটা টুকুৰাই তাত প্ৰকাশ কৰিছিলো আৰু তেজপুৰ সাহিত্য সভাত কেইবাখনো গ্ৰন্থ সম্পাদনা কৰি, লেখক-শিবিৰ অনুষ্ঠানত সক্ৰিয় অংশ গ্ৰহণ কৰি, 'বাণ থিয়েটাৰ'ত সংলগ্ন হৈ সাহিত্য আৰু পুৰাতত্ত্ব-চৰ্চাৰ এক আকৰ্ষণীয় পৰিৱেশ সৃষ্টি কৰি ল'বলৈ সমৰ্থ হৈছিলো। এনে পটভূমিৰ বাবেই আমি সংগ্ৰহ কৰা তথ্যসমূহৰ ওপৰত নিৰ্ভৰশীলভাবে এই গ্ৰন্থখন ৰচনা কৰাৰ আঁচনি সেইসময়তে অৰ্থাৎ প্ৰায় কুৰিবছৰমান আগতেই লৈছিলো যদিও গুৰুত্বপূৰ্ণ চৰকাৰী কামত ব্যস্ত থকা হেতু কোনোপধ্যে সময় কৰিব পৰা নাছিলো। তাৰ মাজতে অৱশ্যে অন্যান্য একাধিক গ্ৰন্থও আৰু সম্পাদিত গ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰিব লগা হৈছিল।

'তেজপুৰ নাম ইটো নগৰ বিশেষ' বুলি নামকৰণ কৰি গ্ৰন্থখন উলিয়ালেও পূৰ্বতে উল্লেখ কৰাৰ দৰে ই তেজপুৰৰ পূৰ্ণাঙ্গ বুৰঞ্জী নহয়। 'শোণিতপুৰ' জিলা আৰু 'তেজপুৰ' সম্পৰ্কে একাধিক পণ্ডিতে একাধিক গ্ৰন্থ আৰু আলোচনা কৰিছে। সেইবিলাক গৱেষক-লেখকে আলোচনা কৰা বিষয় আমি ইয়াত পুনৰ উপস্থাপন নকৰাৰ প্ৰয়াস

কৰিছোঁ। আমাৰ সংবাদবোৰে 'তেজপুৰ'ৰ ওপৰত এখন ধাৰাবাহিক বুৰঞ্জী-ৰচনাৰ বাবে কিছুবিষয়ত থাউকতে সমল বা তথ্য দিব বুলি ধাৰণা কৰো। তথ্যবোৰ যাতে হেৰাই নাযায় তাৰবাবে কষ্টেৰে গ্ৰন্থ ৰূপত সংৰক্ষণ কৰিবলৈ আমাৰ এই প্ৰয়াস। শিক্ষা, সাহিত্য, সংস্কৃতি আৰু স্থাপত্য-ভাস্কৰ্য্যৰ বহুত বিষয় আমি ইয়াত স্থানেই দিয়া নাই। ক্ষুদ্ৰ প্ৰয়াসত সম্ভৱো নহয়। সেইবোৰ প্ৰাপ্য সংবাদৰ ভিতৰতে আমাৰ সংবাদখিনিকো সন্নিবিষ্ট কৰি 'তেজপুৰ'ৰ ওপৰত এখন সৰ্বাত্মক ঐতিহাসিক গ্ৰন্থ হ'ব পাৰে।

ছপাৰ কাম শেষ হোৱাত আমাৰ অনুৰোধক্ৰমে বিশিষ্ট গৱেষক পণ্ডিত ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাই গ্ৰন্থখনত এবাৰ চকু ফুৰাইছিল তেওঁৰ সময়ৰ নাটনিৰ মাজতো। অতি উল্লাসিতভাৱে আমাক উৎসাহ আৰু প্ৰশংসাৰ পুষ্প ছটিয়াই আৰু পুথিগত দুই-এটা ভুলো দেখুৱাই এটি ওপৰঞ্চি সংবাদেৰে তেওঁ কৃতাৰ্থ কৰে। পৰিশিষ্টত 'ওপৰঞ্চি' ৰূপে তাক সংযোজন কৰা হৈছে। মূল্যবান এটি 'অভিমতে'ৰে তেওঁ আমাৰ গ্ৰন্থখনৰ সৃষ্টিৰ উদ্দেশ্যকো মৰ্য্যাদা দান কৰিছে। সেইবাবে তেওঁৰ ওচৰত আমি কৃতজ্ঞ।

শেষত, এইবোৰ কথাকৈও মই নিশ্চয় সচেতন যে এই পুথিৰ সীমাৱদ্ধতা আছে আৰু আছে ভুল-ত্ৰুটি। বহু নাম আৰু বহু সংবাদ আলোচ্য বিষয়তে বাদ পৰি গৈছে। বিশেষকৈ বৃটিছ কালৰ পৰৱৰ্ত্তী বহু কথা আমাৰ আলোচনাত অনাই হোৱা নাই, কাৰণ এই বিষয়ত তথ্যবোৰ প্ৰায় সুসংৰক্ষিত আৰু সুলভ। কিন্তু পুৰণি তথ্যৰ ক্ষেত্ৰতো মোৰ ত্ৰুটি বিৰাজমান। সেই ভুল-ত্ৰুটি দেখুৱাই পৰামৰ্শ দিলে কৃতাৰ্থ হম। নাম আদিত ক'ৰবাত এৰা-ধৰা হলে তাৰ বাবেও লেখক ক্ষমাপ্ৰাৰ্থী।

গ্ৰন্থখনৰ ডি. টি. পি. মুদ্ৰণ কাৰ্য্যত পেচিফিক লেজাৰ প্ৰিন্টাৰ্চৰ উদ্যোগী যুৱক শ্ৰীমনোজ কুমাৰ শৰ্মা আৰু তেওঁৰ সহযোগীক আৰু ছপা-প্ৰচ্ছদ আদিৰ কামত বাণী প্ৰকাশ-মুদ্ৰণীৰ স্বত্বাধিকাৰ শ্ৰীজ্যোতিপদ দেব চৌধুৰীক আমাৰ কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ।

বেটুপাত ৰচনাৰ বাবে গুৱাহাটী-কলিকতাৰ শিল্পী আমাৰ অনুজ প্ৰতিম শ্ৰীদেবেন দেৱানক শলাগ আৰু আশীৰ্বাদ যাচিলো।

শ্ৰীকনকচন্দ্ৰ শৰ্মা

কাহিলীপাৰা পথ, দিশপুৰ
(গণেশমন্দিৰৰ ওচৰত)
গুৱাহাটী - ৬

# অভিমত

অসমৰ আৰ্থ-সামাজিক আৰু সাংস্কৃতিক ইতিহাসৰ বহুতো সমল এতিয়াও আন্ধাৰতে আছে। ক'ৰবাত একোখন হাতে-লিখা পুৰণিকলীয়া পুথি, ক'ৰবাত কোনোবা বৰেণ্য লোকৰ ব্যক্তিগত চিঠি, ক'ৰবাত চৰকাৰী চাকৰিয়ালে বগা ফিটাৰে বান্ধি থোৱা একো একোটা নথি। ইতিহাস তাত নীৰৱে আছে; নতুবা উৰলি গৈছে ক্ৰমান্বয়ে। পোহৰলৈ আনোতাৰ অভাব। উচ্চ শিক্ষাৰ ক্ষেত্ৰখনৰ লগত জড়িত লোকসকলে তেনেবোৰ কাম হাতত ল'ব পাৰে। তেখেতসকলে পৰ্যাপ্ত আহৰি পায়। পিছে, সৰহ ভাগ ক্ষেত্ৰতে দেখা যায়, সেইসকল পৰিশ্ৰম-বিমুখ আৰু নিশ্চেষ্ট।

অসমৰ জিলা বা মহকুমা সদৰবোৰত থকা প্ৰতিটো মহাপেচখানাত অসংখ্য আপুৰুগীয়া সমল দ'ম হৈ আছে। বিজ্ঞানসম্মত সংৰক্ষণ পদ্ধতিৰ অভাবত ইতিপূৰ্বে কিছুমান হেৰাই গৈছে চিৰদিনৰ বাবে। স্বৰাজপূৰ্ব কালছোৱাৰ নথিসমূহৰ বেলিকা এই কথা নিশ্চিতভাৱে কব পাৰি। ঔপনিবেশিক শাসন-শোষণৰ অলিখিত ইতিহাসৰ অনেকাংশ হয়তোবা তেনেবোৰ নথিৰ মাজতে বিচাৰি পোৱা গ'লহেঁতেন। আঞ্চলিক ইতিহাস প্ৰণয়নৰ বেলিকা কিমানযে উপযোগী হ'লহেঁতেন সেই সমলবোৰ! চৰকাৰী প্ৰশাসন যন্ত্ৰটোৰ লগত জড়িতসকলৰ মাজত বহুগৰাকী গুণী-জ্ঞানী লোক থাকে। তেনেবোৰ নথি-পত্ৰ চালি-জাৰি চোৱাৰ সুবিধা তেখেতসকলৰ বহুত। এক প্ৰকাৰৰ মমত্ববোধ আৰু দেশপ্ৰেমে হৃদয়ত খুন্দিয়াই নাথাকিলে তেনেকুৱা শ্ৰম-সাধ্য অতীত অনুসন্ধানত কোনেও আত্মনিয়োগ কৰিব নোৱাৰে।

শ্ৰীকনক চন্দ্ৰ শৰ্মা অসম চৰকাৰৰ অৱসৰ প্ৰাপ্ত প্ৰশাসনীয় বিষয়া; এজন দেশপ্ৰেমিক বিষয়া। চৰকাৰী কৰ্মসূত্ৰে তেজপুৰত থাকোঁতে স্থানীয় কোনো কোনো লোকৰ ঘৰত আৰু মহাপেচখানাত অনুসন্ধান কৰি বহুখিনি তথ্য তেখেতে উদ্ধাৰ কৰিছে। তেনেবোৰ তথ্যই উনবিংশ আৰু বিংশ শতিকাৰ তেজপুৰৰ সামাজিক-সাংস্কৃতিক ক্ষেত্ৰখনৰ আন্ধাৰত থকা দিশ একোটা পোহৰাই তুলিছে, নতুবা তাত অধিক পোহৰ পেলাইছে। কেৱল সেয়ে নহয়, তেখেতে উদ্ধাৰ কৰা তথ্যই সামগ্ৰিকভাৱে অসমৰ ভাষা, সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰখনৰো একাধিক দিশ উজলাইছে। বহুতো বিষয়ৰ হেৰাই যোৱা আঁত একোডাল বিচাৰি উলিওৱাত তেখেতৰ বহুতো তথ্য সহায়ক হৈছে। শৰ্মাই উদ্ধাৰ কৰা সাহিত্যৰথী বেজবৰুৱা আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ চিঠিকেইখনৰ কথা এই প্ৰসংগত উল্লেখ কৰিব পাৰি। উল্লেখযোগ্য, জ্যোতিপ্ৰসাদে 'জয়মতী'ৰ শিল্পীৰ বাবে দিয়া বিজ্ঞাপনটোৰ কথাও। নাট্যকাৰ অতুলচন্দ্ৰ হাজৰিকাৰ প্ৰতিভাৰ প্ৰকাশ-বিকাশৰ গুৰিত তেজপুৰৰ বাণ থিয়েটাৰৰ ভূমিকা কিমান, শৰ্মাৰ দ্বাৰা উদ্ধৃত চিঠিকেইখনত আছে। তেজপুৰৰ শৈক্ষিক ক্ষেত্ৰখনৰো বহুতো সংবাদ শৰ্মাই উদ্ধাৰ কৰা তথ্যবোৰে দিছে।

তেখেতে উদ্ধাৰ নকৰা হ'লে কিজানি সেইবোৰ এতিয়াও "অকথিত বাণী, অগীত গান' হৈয়েই ৰ'লহেঁতেন।

শ্ৰীশৰ্মাই বিনীতভাৱে স্বীকাৰ কৰিছে, "এই পুথিৰ সীমাবদ্ধতা আছে, আৰু আছে ভুল-ত্ৰুটি"। থাকিব পাৰে। তেখেতৰ কথায়েই শেষ কথা বুলি তেখেতে ক'তো কোৱা নাই। কিছুমান কথাৰ আঁত জোৰাবলৈ তেখেতেও কিছুমান কথাৰ সন্ধেদ পোৱা নাই। আন কোনোবাই পাব পাৰে। ঐ বিচাৰোঁতে, মৌ পোৱাৰ সম্ভাৱনাও থাকে। শ্ৰীকনক চন্দ্ৰ শৰ্মাৰ অনুসন্ধানে তাকে দেখুৱাইছে। এতিয়া মাথোন প্ৰয়োজন তেখেতৰ আদৰ্শ অনুসৰণ কৰোঁতাৰ। তেজপুৰতো, আন ঠাইতো।

(স্বা) যোগেন্দ্ৰনাৰায়ণ ভূঞা
(ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা)

পাঞ্জাবাৰী, গুৱাহাটী

# সূচীপত্ৰ

# প্ৰথম অধ্যায়

# বৃটিছ প্ৰশাসনৰ খামখুমীয়াত অবিভক্ত দৰং জিলা

**ইয়াণ্ডাবু সন্ধি আৰু ত্ৰাণকৰ্তাৰ ৰূপত ইষ্ট-ইণ্ডিয়া কোম্পানী ঃ**

বৰ্মী ৰজাৰ আক্ৰমণত, বিশেষকৈ ঊনৈশ শতিকাৰ দ্বিতীয় দশকৰ সূচনাতে তৃতীয়বাৰৰ আক্ৰমণত অসম দেশ মৰিশালী হোৱা (বুৰঞ্জীকাৰসকলে '[illegible]' [illegible] বুলি কয়) আৰু শেষত ১৮২৫ চনত অসমত এক ভয়ঙ্কৰ দুৰ্ভিক্ষ হোৱা কথাটো ইতিহাসৰ সঁচা কাহিনী। জনসংখ্যা নাইকীয়া হোৱা আৰু তাৰ ফলত অসমৰ বহুতো মাটি খালি হৈ থকা পৰিৱেশটোৱে অসমৰ অৰ্থনৈতিক ভেটিটোত আজিলৈকে কি দৰে সকলো দিশতে প্ৰভাবান্বিত কৰিলে, তাক নতুনকৈ বিশ্লেষণ কৰাৰ প্ৰয়োজন নাই।

এনে পটভূমিত ১৮২৬ চনৰ ফেব্ৰুৱাৰী মাহত অসমৰ বাহিৰত বৰ্মী ৰজাৰ লগত ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে ইয়াণ্ডাবু সন্ধি কৰি অসম দেশ পৰ্য্যায়ক্ৰমে হস্তগত কৰি লোৱা কাৰ্য্য ৰাজনৈতিক আৰু আইনগত বিচাৰ-বিশ্লেষণত বে-আইনী হিচাপে ধৰা দিলেও অসমীয়া ৰাইজৰ যাজত বৃটিছ কোম্পানীয়ে ত্ৰাণ কৰ্তাৰ ভূমিকাহে পালন কৰিছিল। ভাৰতবৰ্ষৰ প্ৰশাসনীয় ব্যৱস্থাৰ মূল সুঁতিৰ লগত অসমক পুনৰ সংলগ্ন কৰিছিল আৰু আধুনিকতা লাভৰ কাৰ্য্য ত্বৰান্বিত কৰিছিল।

মনত ৰাখিবলগীয়া কথা যে ১৮২৬ চনৰ কেইবাবছৰো আগতেই হয়তো ৰজা চন্দ্ৰকান্ত সিংহ বা বদন বৰফুকনৰ আহ্বানত বৃটিছসকলে অসম দখল কৰিলেহেঁতেন, যদিহে তদানীন্তন গৱৰ্ণৰ জেনেৰেলে ইংলণ্ড চৰকাৰৰ সিদ্ধান্ত মতে প্ৰয়োগ হোৱা দেশীয় ৰাজ্যৰ প্ৰতি কোম্পানীয়ে নিৰপেক্ষ বা হস্তক্ষেপ নকৰা নীতি সেই সময়ত প্ৰয়োগ নকৰিলেহেঁতেন।

গৱৰ্ণৰ জেনেৰেলৰ সচিবে ডেভিদ স্কটলৈ লিখিছিল এনেদৰে : "..... We are necessarily precluded from interference in its internal affairs and you will accordingly be pleased to observe generally to the Raja's agent in reply to his propositions that our policy is

merely to attend to the concerns of our own government and not to interfere into those of other states even although the greatest advantage be offered as the price of our interference." [১]

এই নির্দেশ মতে তেতিয়া স্কটে অসম ৰজাৰ সহায়-প্ৰাৰ্থনা নামঞ্জুৰ কৰিছিল। ন'হলে অসমৰ ইতিহাসৰ হয়তো আৰু পৰিবৰ্ত্তন হ'লহেতেন।

**ডেভিদ স্কট ঃ অসমৰ ভাগ্য-ৰচনাত সিদ্ধান্ত কৰোঁতা সৰ্বময় কৰ্ত্তা।**

বৃটিছে অসম দখল কৰাৰ পাছত অসমৰ প্ৰশাসনীয় মূৰব্বী নিযুক্ত হৈছিল স্বনামধন্য ডেভিদ স্কট। ইষ্ট-ইণ্ডিয়া কোম্পানীক তেওঁ ১৮০৪ চনৰ পৰা ১৮৩১ চনলৈ মৃত্যুৰ আগমুহূৰ্ত্তলৈকে সেৱা আগবঢ়াইছিল। ১৮১৪ চনত তেওঁ ৰংপুৰ জিলাৰ ভাৰ লৈছিল। ১৮২২ চনত তেওঁ ৰংপুৰ উত্তৰ-পূব মণ্ডলৰ আয়ুক্ত হৈছিল। ১৮২৩ চনৰ ১৫ নবেম্বৰত এই পদৰ লগতে বঙ্গদেশৰ উত্তৰ-পূব সীমান্তৰ (The North-East Frontier of Bengal) বাবে তেওঁ গৱৰ্ণৰ জেনেৰেলৰ এজেন্ট বা প্ৰতিনিধি নিযুক্ত হৈছিল। ১৮২৮ চনৰ ২৩ ডিচেম্বৰৰ পৰা বঙ্গ-চৰকাৰে ডেভিদ স্কটক অসম অঞ্চলৰো আয়ুক্ত নিযুক্ত কৰিছিল। তেওঁক তেতিয়া (Commissioner of Revenue and Circuit, 17th Division, Assam) বুলি সম্বোধন কৰা হৈছিল। এইদৰে কেইবাটাও পদৰ পদাধিকাৰী হৈ সকলোমিলি তেওঁ তেতিয়া দৰ্মহা পাইছিল বাৰ্ষিক ৫২০০০.০০ টকা।

স্কটে উজনি অসমক পুনৰাই স্থানীয় ৰজাক সোধাই দি স্বেচ্ছাচাৰী শাসনৰ বিৰুদ্ধে প্ৰজাধিকাৰ সংৰক্ষণ কৰাৰ আৰু নামনি অসমত স্বদেশীসকলৰ সৈতে শাসনৰ পদৰ ভাগ বিতৰণ কৰাৰ নীতিৰ পক্ষপাতী আছিল বুলি জনা যায়। ১৮৩১ চনত তেওঁৰ মৃত্যু নোহোৱা হ'লে অসমৰ শাসন-ব্যৱস্থাৰ এক নতুন দিশ উন্মোচিত হলহেতেন।

ঃ "ডেভিদ স্কটে অসমখন আগৰ ৰাজবংশটোৰ কোনোবা এজন ৰজাক ঘূৰাই দিয়াৰ বিষয়ে চিন্তা কৰি আছিল। তেনেতে চেৰাপুঞ্জীত তেওঁৰ লোকান্তৰ ঘটিল (২০ আগষ্ট, ১৮৩১)।" [২]

প্ৰথম পৰ্য্যায়তে বৃটিছ-দখলাধীন অসমৰ অঞ্চলসমূহক বঙ্গদেশ চৰকাৰৰ অন্তৰ্ভুক্ত কৰি লোৱা হ'ল আৰু শাসনৰ সুবিধাৰ বাবে এক গোট কৰি এইদৰে ভাগ কৰা হ'ল।

(১) উত্তৰ-পূব ৰংপুৰ (গোৱালপাৰা)।
(২) ছয় পৰগণা (নগৰবেৰাক ধৰি পাছত জনাজাত হোৱা বৰপেটাক সামৰি)।
(৩) বিশখন পৰগণা সহ নামনি অসম।

---

[১] Bengal Political Consultations, 8th Dec,1815 – ['David Scott in North-East India' By N. K. Barooah, p 65-66, 1970]

[২] 'গুৱাহাটী ঃ যুৱতীৰ খলা-বমাত' (১৯৯০) – সদানন্দ চলিহা

(৪) মধ্য অসম (উত্তৰ ঃ নদুৱাৰ আৰু চাৰিদুৱাৰ আৰু দেশ দৰং (দক্ষিণে ঃ নগাঁও আৰু ৰহা — এই অঞ্চল)।

(৫) বিশ্বনাথ (কলিয়াবৰৰ পৰা ধনশিৰি নদীলৈকে আৰু উত্তৰে ভৰলীৰ পৰা বিশ্বনাথলৈকে)।

১৮২৭ চনত আয়ুক্তৰ মুখ্য সহায়ক [Principal Assistant to Commissioner) বুলি এটা পদবীৰ সৃষ্টি কৰি এই গোটটোৰ শাসন তেওঁৰ অধীনত ৰাখিছিল। কেপ্তেইন এডাম হোৱাইট আয়ুক্তৰ প্ৰথম মুখ্য সহায়ক আছিল। গুৱাহাটীত তেওঁ সদৰ স্থান পাতিছিল।

বিশ্বনাথৰ পৰা বুঢ়িদিহিং নদীলৈকে এই অঞ্চল উজনি অসম এলেকাত ৰাখি আৰু আহোম ৰজাৰ হাততে সদ্যহতে ৰাখি কোম্পানীৰ এগৰাকী ৰাজনৈতিক প্ৰতিনিধি পৰ্য্যৱেক্ষণ আৰু নিয়ন্ত্ৰণৰ বাবে কোম্পানীয়ে বিশ্বনাথত ৰাখিছিল। কেপ্তেইন জে. বি. নিউভিল চাহাবে ১৮২৮ চনৰ পৰা এই পদত আছিল। ১৮৩০ চনত তেওঁৰ মৃত্যু হোৱাত তেওঁৰ স্থলাভিষিক্ত হৈছিল লেফটিনান্ট জেমচ্ মেথিউ। ১৮৩৩ চনৰ আগতে কিছুকালৰ বাবে কেপ্তেইন এডাম হোৱাইটো উজনি অঞ্চলৰ পৰ্য্যৱেক্ষক ৰাজনৈতিক প্ৰতিনিধি হিছাপে দায়িত্বত আছিল।

ডেভিদ স্কটৰ মৃত্যুৰ পাছত ১৮৩২ চনৰ এপ্ৰিল মাহৰ পৰা টি. চি. ৰবাৰ্টচনে উত্তৰ-পূব ৰংপুৰৰ আয়ুক্ত আৰু উত্তৰ-পূব সীমান্তৰ প্ৰতিনিধি হিছাপে কাৰ্য্যভাৰ লৈছিল। মাজৰ সময়ছোৱাত অস্থায়ীভাবে চাৰ ডব্লিউ ক্ৰেক ৰোফ্‌টে কাৰ্য্যভাৰ চলাইছিল। টি. চি. ৰবাৰ্টচনৰ পাছত ১৮৩৪ চনৰ জানুৱাৰী মাহত ফ্ৰান্সিছ জেন্‌কিন্সে এই পদ গ্ৰহণ কৰে। ১৮৬১ চনলৈকে এটি সুদীৰ্ঘ কাল তেওঁ এই পদত থাকি অসমৰ প্ৰশাসনত বহু পৰীক্ষা-নিৰীক্ষাৰ মাজেদি প্ৰভাব বিস্তাৰ কৰিছিল।

১৮৩৩ চনলৈকে বৃটিছাধীন অঞ্চলটোৰ শাসন গুৱাহাটীৰ পৰাই চলোৱা হৈছিল। তাতেই দেৱানী আৰু ফৌজদাৰী বিচাৰৰ আদালতো চলিছিল।

১৮৩৩ চনত টি.চি.ৰবাৰ্টচনৰ অনুমোদনত প্ৰথমবাৰৰ বাবে উল্লেখিত বৃটিছাধীন অসম গোটটো নিম্নোক্ত জিলা কেইখনত বিভক্ত হয়।

(১) গোৱালপাৰা

(২) কামৰূপ

(৩) দৰং

(৪) নগাওঁ

প্ৰত্যেকখন জিলাতেই একোজন মুখ্য সহায়কাৰী (Principal Assistant to Commissioner) পতা হয়। দণ্ডাধীশ, ন্যায়াধিকৰ্ত্তা আৰু সমাহৰ্ত্তাৰ ক্ষমতা এওঁৰ হাততে অৰ্পিত হৈছিল। তেওঁৰ অধীনত একোজন কনিষ্ঠ সহায়ক (Junior

Assistant) আছিল। সকলো কেইজনেই তেতিয়া বৃটিছ বিষয়া আছিল।

উল্লেখ নকৰিলেও হয় যে তেতিয়া দৰং জিলাৰ পূব সীমা বিশ্বনাথ অতিক্ৰমি পূবলৈ আগবাঢ়ি যোৱা নাছিল। সেই শতিকাৰ ষাঠিৰ দশকতহে ডিব্ৰুগড় জিলাৰ পৰা কাটি গহপুৰ, কলংপুৰ, কলাবাৰী, গমিৰি আদি চাৰিখন মৌজা দৰং জিলাত ভুক্ত কৰা হৈছিল।

নতুনকৈ দৰং জিলালৈ অনা এই অঞ্চলটোৰ প্ৰভাব সাহিত্যত প্ৰতিফলিত হৈছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ ককাদেউতা হৰিবিলাস আগৰৱালাই প্ৰকাশ কৰা এটা মন্তব্য এনেদৰে প্ৰকাশ হৈছিল ঃ

" ...... মোৰ চেমনীয়া কাললৈকে এই অঞ্চল [৩] উত্তৰ লক্ষীমপুৰৰ এলেকাত আছিল, ডিব্ৰুগড় সদৰৰ অধীনত। আপীলাদি ডাঙৰ গোচৰৰ সম্বন্ধত ডিব্ৰুগড়লৈ যোৱা-অহা কৰাত এই অঞ্চলৰ প্ৰজাৰ মহা আহকাল গুচাবৰ কাৰণেহে তিনিকুৰিমান বছৰৰ আগতে গহপুৰ, কলংপুৰ, গমিৰি সমন্বিতে ছয়দুৱাৰ অঞ্চল শাসনৰ সুচলাৰ্থে তেজপুৰ সদৰৰ এলেকাভুক্ত কৰা হয়; আজিকোপতি সেই অঞ্চলৰ জীয়ৰী-গাভৰুৱে বিহুহাটত টকাৰ তালত এই বুলি আক্ষেপসূচক বিহুগীত গুনা যায়,
যেনে —

গহপুৰ ঐ
কলংপুৰ ঐ
ডিবৰু জিলাখন কিমান দূৰৈ।" [৪]

এইগৰাকী হৰিবিলাস আগৰৱালাই তেওঁৰ আত্মজীৱনীত এনেদৰে লিখিছে ঃ

"সম্বত ১৯২৪, ইং ১৮৬৭ সাল।

...... শিতকালত ডিবৰুগৰৰ পৰা ডেপুটি কমিশনৰ ষ্টুয়াৰ্ট সাহেব আহি গমিৰিঘাটত নামি বামে উজাই গল; কলাবাৰি, গহপুৰ, কলংপুৰ, গমিৰি এই চাৰিমৌজা ডিবৰুজিলাৰ পৰা খাৰিজ কৰি তেজপুৰ জিলাৰ সামিল কৰিবলৈ ৰিপোৰ্ট কৰাত মঞ্জুৰ হ'ল। ....."

" সম্বত ১৯২৫, ইং ১৮৬৮ সাল।

মৌজা চাৰিটা তেজপুৰৰ সামিল হ'ল। আমি তেজপুৰিয়া মৌজাদাৰ হলো। ....." [৫]

দৰং জিলাৰ বাবে ১৮৩৩ চনতেই মঙ্গলদৈত সদৰঠাই পাতিছিল। প্ৰাকৃতিক বিভাজনৰ ভেটিত মঙ্গলদৈ মহকুমাক তেতিয়া এনেভাবে ৰখা হৈছিলঃ

| | | |
|---|---|---|
| দক্ষিণ পশ্চিম | ঃ | দেশ দৰং |
| উত্তৰ | ঃ | দেশ ছোটগিৰি পৰ্বত আৰু পাহাৰৰ নামনিত কছাৰীদুৱাৰ (পাছলৈ কলিংগদুৱাৰ আৰু কৰিয়াপাৰা ইয়াত লগ লাগিছিল) |
| পূবে | ঃ | পাঁচনৈ। |

---

[৩] এই অঞ্চল মানে গমিৰি, কলং পুৰ, গহপুৰ।
[৪] 'মোৰ সোঁৱৰণী' গ্ৰন্থ, পদ্মনাথ গোহাঞিবৰুৱা, পৃ. ২৫১।
[৫] হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ আত্মজীৱনী, ১৯৬৭, পৃ. ২৭-২৮।

তেতিয়া দৰং জিলাত আয়ুক্তৰ মুখ্য সহায়ক পদবীত জিলাৰ শাসনকৰ্ত্তা আছিল লেফটেনান্ট এইচ্ ৰাথাৰ ফোৰ্ড।

মঙ্গলদৈ অস্বাস্থ্যকৰ বুলি অনুভৱ হোৱাত আৰু কলাজ্বৰ আক্ৰান্ত অঞ্চল বুলি সন্দেহ কৰি শাসনৰ সুবিধাৰ্থে ১৮৩৫ চনত এই জিলাৰ সদৰ ঠাই "পুৰাপুৰ" (সংক্ষেপে 'পুৰ') লৈ তুলি আনে। তেজপুৰকে তেওঁলোকে 'পুৰাপুৰ' বুলি কৈছিল। মঙ্গলদৈক ওপৰত উল্লেখ কৰি অহা সীমামতে মহকুমা হিচাপে ৰখা হ'ল। তেজপুৰলৈ সদৰ ঠাই অহাৰ সময়ত মুখ্য সহায়কাৰী আছিল লেফ্‌টেনান্ট মেথিউ।

প্ৰাগ্‌জ্যোতিষপুৰ বা গুৱাহাটীৰ পৰা দৰংজিলাৰ বাবে সদৰ ঠাই মঙ্গলদৈ লৈ উঠি অহাৰ কথা আৰু তাৰপাছত সেই ঠাই এৰি তেজপুৰলৈ নিয়াৰ কথা তদানীন্তন অসমীয়া কাব্য-সাহিত্যতো পোৱা যায়। প্ৰায় ১৮৩২ খ্ৰী.ত সদৰামীন চন্দ্ৰসেন ভাণ্ডাৰ কাকতীৰ পৃষ্ঠপোষকতাত গুৱাহাটীৰ সভানন্দ নামৰ এগৰাকী ব্ৰাহ্মণৰ তৃতীয় পুত্ৰ পৰশুৰাম দ্বিজই সংস্কৃত 'ধৰ্মপুৰাণ' গ্ৰন্থখন অসমীয়ালৈ ভাঙিছিল। এই অনূদিত গ্ৰন্থত সদৰ ঠাই স্থানান্তৰ সম্পৰ্কে এনেদৰে আছেঃ ৬

দৰঙ্গৰ একদেশ লোহিত কাখৰ।।
মঙ্গলদা নামে নদী তাহাৰ পূৰ্বত।
সিটো স্থান ৰাজধানী হৈল কাল মত।।
বেদ বাণ মুনি ইন্দু শকাব্দে অৱৰ।
কাৰ্ত্তিক মাসত ইটো দেশ খণ্ডকৰ।।
প্ৰাগজ্যোতিষপুৰৰ সম্পৰ্ক ছাৰি এথা।
সবে ৰাজকাৰ্য্য ভিন্ন ভৈলা প্ৰজা যথা।।
তাহাতে আসিলা সিটো পুৰহন্তে ঐত।
চন্দ্ৰসেন নামে ইটো সভাসদ তৈত।।
আমিও সেহিটো পুৰবাসী দ্বিজজাতি।
ধনলোভে আসিলোঁহো ইঠাক প্ৰযতি।।
পৰবৰ্ষে সিটো চন্দ্ৰসেনৰ লগত।
ব্যৱহাৰী লিপি কৰ্মে থাকিলো ৰেকত।।

সদৰামীন চন্দ্ৰসেন ভাণ্ডাৰ কাকতী ক্ৰমে মঙ্গলদৈৰ পৰা এনেদৰে তেজপুৰলৈ ৰাজকাৰ্য্যত বদলি হৈ আহে। তেওঁৰ লগতে 'ধনলোভে' আৰু অনুৰাগ-প্ৰীতিত নিবদ্ধ হৈ পৰশুৰাম দ্বিজও তেজপুৰলৈ আহে। 'বেদ বাণ মুনি ইন্দু' শক অৰ্থাৎ ১৭৫৪ শক অৰ্থাৎ ১৮৩২ খ্ৰীষ্টাব্দ।

তেজপুৰ তেতিয়া বসতিপূৰ্ণ ঠাই নাছিল। টিলা, পতিত মাটি আৰু হাবি-জংঘলেৰে ভৰপুৰ। কেইঘৰমান মানুহে কছাৰী গাঁও আৰু কুমাৰ গাঁও বোলা

৬ 'আসাম বান্ধৱ' আলোচনী, তৃতীয় বছৰ, ১০ম সংখ্যা, আষাঢ়, ১৩১৯। পৃ. ৩০৬-৩০৭।

এলেকাখিনিত গাঁও হিছাপে বসবাস কৰিছিল। বৃটিছসকলে হাবি-বন পৰিষ্কাৰ কৰি টিলা খণ্ডত তেওঁলোকৰ বিষয়াসকলৰ বাবে বাসভৱন তৈয়াৰ কৰে। ১৮৪৫ চনৰ ২৬ ফেব্ৰুৱাৰী তাৰিখে কাছাৰী ঘৰত জুই লাগি বহুত নথি-পত্ৰ পুৰি যায়। তাৰ পাছত চুণ-চুৰ্কী-ইটাৰে প্ৰথম কাছাৰী ঘৰটো নিৰ্মাণ কৰা হয়। ১৮৪৮ চনত ইয়াৰ নিৰ্মাণ কাৰ্য্য সমাধা হয়।[৭] পাছত ১৯০৬ চনত এই কাছাৰীঘৰ উন্নত ভাবে নিৰ্মাণ হৈছিল।

অসমৰ বাবে গৱৰ্ণৰ জেনেৰেলৰ প্ৰতিনিধি আৰু উত্তৰ-পূব ৰংপুৰৰ আয়ুক্ত গৰাকীৰ মুখ্য সহায়কাৰী হিছাপে নিম্নোক্ত বৃটিছ বিষয়াসকলে দৰং জিলাৰ শাসন কৰ্ত্তা হৈ কাম কৰিছিল।[৮]

| | নাম | বছৰ (খ্ৰী.) |
|---|---|---|
| (১) | মেজৰ এডাম হোৱাইট | ১৮২৭ |
| (২) | লেফ্. এইচ. ৰাৰ্থাৰ ফোৰ্ড | ১৮৩৩ |
| (৩) | কেপ্তেইন জেমচ্ মেথি | ১৮৩৫ |
| (৪) | কেপ্তেইন ভেট্চ (Vetch) | ১৮৩৯ |
| (৫) | কেপ্তেইন ডেলটন | ১৮৪৩ |
| (৬) | জেমচ্. টি. গৰ্ডণ | ১৮৪৭ |
| (৭) | কেপ্তেইন ৰেনল্ড (Reynold) | ১৮৪৯ |
| (৮) | লেফ্. জি. এফ. এফ. ভিনচেন্ট্ | ১৮৫৪-১৮৫৫ |
| (৯) | টি. লেম্ব | ১৮৫৭ |

তেজপুৰৰ 'পুৰাপুৰ' বা 'পুৰ' নামটো কেতিয়া হৈছিল জনা নাযায়। গেইটৰ অসমবুৰঞ্জী আৰু পুনৰ্বন্দবৰ্ত্তী কালৰ ৰাজহ টোকাৰ বিৱৰণতহে এই নাম পোৱা হৈছে। বহুতো প্ৰাচীন নগৰ আৰু মঠ-মন্দিৰৰ ধ্বংসাৱশেষবোৰ তেজপুৰত পৰি থকা বাবে বৃটিছসকলে এইখন প্ৰাচীন নগৰ বুলি ঠিৰাং কৰিব পাৰিছিল বাবেই হয়টো ইয়াৰ নাম দিছিল 'পুৰাপুৰ'।

### জিলা শাসনকৰ্ত্তাৰ নাম 'উপায়ুক্ত' বা ডি. চি. :

১৮৬১ চনলৈকে আয়ুক্তৰ মুখ্য সহায়কাৰী নামেৰেই এই বিষয়াসকলে জিলা কেইখন চলাইছিল। ১৮৬১ চনতে পোনপ্ৰথমে এই পদৰ নাম 'ডেপুটি কমিচনাৰ' কৰা হয়। এই চনৰে ৩০ এপ্ৰিল তাৰিখে কলিকতাৰ ৰাজপত্ৰত এই মৰ্মে চৰকাৰী বিজ্ঞপ্তি প্ৰকাশ হৈছিল। টি. লেম্বেই দৰং জিলাৰ প্ৰথম ডেপুটি কমিচনাৰ

---

[৭] অসম সচিবালয় নথি — চিঠি নং ৩৫৯-১৮৪৫ ৰ ভলিউম্ ১৩ (ক)

[৮] মাজত আৰু হয়টো বিষয়া থাকিব পাৰে। আমাৰ অনুসন্ধানত পোৱা তথ্যৰ পৰা এইখিনি উল্লেখ কৰা হৈছে।

আছিল। উনৈশ শতিকাৰ শেষলৈকে দৰং জিলাত এই সকল ডি. চি. য়ে কাম কৰা পোৱা হৈছে।[১]

| | নাম | পদ | বছৰ (খ্ৰী.) |
|---|---|---|---|
| ১। | কেপ্তেইন টি. ল্যাম্ব | ডি চি. | ১৮৬১ |
| ২। | লেফ্ কর্ণেল এ. চি. কম্বৰ | ঐ | ১৮৬৮ |
| ৩। | কেপ্তেইন লেম্ব * | ঐ | ১৮৬৮-৭০ |
| ৪। | কেপ্তেইন ই. ওৱাই. বালকোট | ঐ | ১৮৭০ |
| ৫। | মেজৰ জে. এম. গ্ৰাহাম | ঐ | ১৮৭১ |
| ৬। | জে. শ্বেৰাৰ | ঐ | ১৮৭৪ |
| ৭। | এইচ. চি. উইলিয়ামচ্ চি. এচ. | ঐ | ১৮৮২-৮৪ |
| ৮। | এচ. চি. ডগলাচ্ চি. এচ. | ভাৰপ্ৰাপ্ত ডি. চি. | ১৮৮৪ (আগষ্ট) |
| ৯। | মি. লেম্ব | ডি.চি | ১৮৯০ |
| ১০। | লে. কর্ণেল কেম্বেল | ডি. চি. | ১৮৯২-৯৩ |
| ১১। | জে. চি. এণ্ডাৰচন্ | ঐ | ১৮৯৪ |
| ১২। | সি. মেকাব্বি আই. চি. এচ | ঐ | ১৮৯৫ |
| ১৩। | এম. এ. গ্ৰে | ঐ | ১৮৯৭-৯৮ |
| ১৪। | বি. চি. এলেন | ঐ | ১৮৯৯ |
| ১৫। | কেপ্তেইন এইচ্. ডব্লিউ. জি. কো'ল | ঐ | ১৯০০ |

জিলা গঠন হোৱাৰ পাছত সদৰ ঠাইবোৰৰ উন্নতিৰ কাৰণে চৰকাৰে চেষ্টা কৰিছিল। পূৰ্ব্বৰ স্বাধীন চৰকাৰৰ 'গা-ধন' কৰৰ লোপ কৰি গুৱাহাটীত কেইবছৰমানৰ বাবে 'গৃহকৰ'ৰ ব্যৱস্থা কৰিছিল। তেজপুৰত কিন্তু এইধৰণৰ সকলো ব্যৱস্থা ৰ'দ কৰি কেৱল ভূমিৰ ওপৰতহে কৰ নিৰ্দ্ধাৰণৰ প্ৰচেষ্টা হৈছিল। ১৮৪৭ চনৰ চেপ্তেম্বৰত সদৰ ঠাইসমূহত ৰাজহ সংগ্ৰহ কৰি সদৰ উন্নয়ন পুঁজিত জমা ৰাখিবলৈ কোৱা হৈছিল।

প্ৰতিৰক্ষা, যুদ্ধ-বিগ্ৰহৰ কাৰণে গুৰুত্ব থকা ৰাস্তাসমূহ প্ৰথমে নিৰ্মাণৰ ব্যৱস্থা লোৱা হৈছিল। ১৮৪৫ চনত উত্তৰ লক্ষীমপুৰৰ পৰা বদতিঘাটলৈ আৰু তাৰপৰা নদুৱাৰলৈ

---

[১] তালিকাখন সম্পূৰ্ণ নহয়। মাজৰ বছৰ বিলাকৰ মাজত আৰু দুই এজন ডি. চি. য়ে কাম কৰিছিল। নাম পোৱা হোৱা নাই। তেজপুৰ উপায়ুক্ত কাৰ্য্যালয়ত ১৯০০ চনৰ পাছৰ উপায়ুক্তসকলৰ নাম তালিকা বোৰ্ডত লিপিবদ্ধ আছে।

* লেম্ব চাহাব ১৮৭০ চনৰ ১০ এপ্ৰিল তাৰিখে কামৰূপলৈ বদলি হৈ গৈছিল। ('সদৰামীনৰ আত্মজীৱনী' পৃ. ১৭২০)।

ৰাস্তা মুকলি কৰা আৰু ১৮৫৩ চনত গুৱাহাটীৰ কুৰুৱা ঘাটৰপৰা তেজপুৰলৈ সদৰ পথটো নিৰ্মাণৰ কথা জনা যায়।[১০]

আহোম ৰজাৰ দিনত ১৬১০ চনতে প্ৰথমবাৰৰ বাবে মাটিৰ জৰীপ বা পিয়ল হৈছিল। তথাপি সেইসময়ত কোনো সুনিৰ্দিষ্ট ৰাজহ প্ৰথা নাছিল আৰু ৰায়তৰ মাটিৰ ওপৰত কোনো স্বত্ব বৰ্ত্তা নাছিল। কেৱল ঘৰ আৰু বস্তিৰ মাটিতহে উত্তৰাধিকাৰ সাব্যস্ত হৈছিল। ৰাজ উদ্দেশ্যৰ বাবেহে সমূহ জনসাধাৰণক খেলত ভাগ কৰা হৈছিল আৰু দুই-তিনি বছৰ পাল পাতি প্ৰত্যেক ৰায়তে ৰজাক ব্যক্তিগত সেৱা দিব লাগিছিল। ঘৰবস্তীৰ বাবে পৃথকে খাজানা দিব লাগিছিল। বৃটিছ প্ৰশাসনে ১৮৩৩ চনত দৰং জিলাত এই পাইক প্ৰথা আৰু জনমুৰি কৰৰ নিয়ম উঠাই দিয়ে। মাটি বন্দবস্তী দি তাৰ বাবে ৰাজহ দিব লগা প্ৰথাৰ প্ৰচলন কৰা হয়। প্ৰথমতে পাইকসকলৰ পৰা সকলোখিনি মাটিৰ বাবে মোট ৩.০০ টকা খাজানা ধাৰ্য্য কৰা হৈছিল। ১৮৪৫ চনলৈ এনে ব্যৱস্থা চলিছিল। তাৰ পাছত মাটিৰ শ্ৰেণী ভাগ কৰি - বস্তি, ৰূপিত আৰু ফৰিঙতি -তাৰ বাবে নাম মাত্ৰ খাজানা লোৱা হৈছিল। ১৮৬৫ চনত খাজানা এনে হৈছিল।

ৰূপিত মাটি - বিঘাত ছয় অনা।
অন্য শ্ৰেণীৰ মাটি - বিঘাত চাৰে চাৰি অনা।

১৮৬১ চনত জেনেৰেল জেন্‌কিন্‌চৰ পাছত কৰ্ণেল হেনৰি হপকিন্‌চন অসমৰ বাবে আয়ুক্ত নিযুক্ত হৈছিল। ১৮৭৪ চনলৈ তেওঁ এই পদত আছিল। তেওঁৰ দিনতে ১৮৬৮-৬৯ চনত অসমৰ ৫ খন জিলাত নতুন বন্দবস্তীৰ কাম আৰম্ভ হৈছিল। নতুন ৰাজহ আছিল এনে ধৰণৰ ঃ

বস্তি মাটি ঃ- বিঘাত এটকা ।
ৰূপিত মাটি ঃ- বিঘাত দহঅনা ।
ফৰিঙতি ঃ- বিঘাত আঠঅনা।

তেজপুৰ সদৰৰ বাবে বস্তি, ৰূপিত আৰু বেপেৰুৱা মাটিত বিঘাত ২.০০ টকা খাজনা ধাৰ্য্য কৰা হৈছিল।

১৮৬৫ চনত দৰং জিলাৰ সৰ্বমুঠ ৰাজহ আছিল ১,৯৪,৮৪৬.০০ টকা। বন্দবস্তী কাম শেষ হৈ যোৱাৰ পাছত খাজানা হৈছিল ৩,৫৭,৭৬৮.০০ টকা। শতকৰা বৃদ্ধি আছিল ৮৩৬২। এই ৰাজহ বৃদ্ধিয়েই মঙলদৈ মহকুমাৰ বিখ্যাত পথৰুঘাট বিদ্ৰোহৰ কাৰণ হৈছিল। এই কৃষক বা ৰায়ত বিদ্ৰোহত উপাযুক্ত আৰু আৱকী অধীক্ষক আক্ৰান্ত হৈছিল। পাঁচোখন জিলাতেই ৰাজহ বৃদ্ধিৰ প্ৰতিবাদ হৈছিল যদিও পথৰুঘাটৰ প্ৰতিবাদ বেছি শক্তিশালী আছিল। এই সমষ্টিৰ (group) ১৯০৬-০৭ চনৰ পুনৰ বন্দবস্তীৰ

[১০] Mill's Report on the Province of Assam. আৰু
'Assam in the Days of the Company' : H.K. Barpujari

গ্ৰুপ ৰিপোৰ্টত দৰং জিলাৰ বন্দবস্তী প্ৰাধিকাৰী জে. মেক্‌চুইনি আই. চি. এচ. এ ১৮৬৮-৬৯ চনৰ বন্দবস্তী সম্পৰ্কে লিখি থৈ যোৱা গুৰুত্বপূৰ্ণ সংবাদখিনি ঐতিহাসিক সমল। "There were riots at Patharughat in this group at the introduction of this settlement, and the Deputy Commissioner and District Superintendent of Police were attacked by indignant villegers".[১১] ১৮৯৪ চনৰ পৰৱৰ্ত্তী কৃষক বিদ্ৰোহৰ সূচনা এই বিদ্ৰোহতে সৃষ্টি হৈছিল।

১৮৮৩ চনত দহবছৰৰ পট্টা দিবৰ বাবে পুনৰ এটি বন্দৱস্তীৰ কাম আৰম্ভ হৈছিল। এই সময়তে এটি ব্যৱসায়িক দলে (Professional Party) অসমত মাটিৰ জৰীপ কৰি মেপ প্ৰস্তুত কৰা কামত নিয়োজিত হৈছিল।

১৮৮৬ চনত অসম ভূমি আৰু ৰাজহ বিধি প্ৰণয়ন হয়। ভূমি সম্পৰ্কীয় এই সুবিখ্যাত আইনখন বৃটিছ চৰকাৰৰ বহুতো পৰীক্ষা-নিৰীক্ষাৰ ফলশ্ৰুতি। সেই সময়ত ই এক প্ৰকাৰ প্ৰগতিবাদী আইন আছিল বুলিয়েই কব পাৰি। কিয়নো, সামন্ত প্ৰথা এৰি অহাৰ পাছত পোনপ্ৰথমে এই আইনেই ৰায়তৰ ভূমিস্বত্ব, স্বত্বৰ প্ৰকাৰ আদি কম-বেছি পৰিমাণে সুবিন্যস্ত কৰিছিল। বন্দবস্তী আৰু খাজানা আদি নিৰ্দ্ধাৰিণ কৰা ১৮৭০ চনৰ নিয়মাৱলীখন সংশোধনক্ৰমে এই আইনৰ অন্তৰ্ভুক্ত কৰি গাওঁ আৰু নগৰৰ ভূমিস্বত্ব আৰু ভূমিলেখ্য প্ৰণয়নৰ ব্যৱস্থা এই আইনত ৰখা হৈছিল। এই বিধিৰ ওপৰত ভিত্তি কৰিয়েই পৰৱৰ্ত্তী ভূমিসংস্কাৰ আৰু ভূমিসংক্ৰান্ত ব্যৱস্থাবোৰ কৰা হৈছিল।

১৮৮৩ চনৰ দহবছৰীয়া মাটি-বন্দৱস্তীত জিলাখনৰ খাজানা হৈছিল ৪,৯৬,৬৮২.০০ টকা। ১৮৯৩-৯৪ চনত জিলাৰ পুনৰ বন্দবস্তীত খাজানা বৃদ্ধি হৈছিল ৬,৪৮৯৮২০.০০ টকালৈ। বৃদ্ধিৰ হাৰ আছিল ৩০% । এই সময়ত মাটিৰ শ্ৰেণী তিনিটা শ্ৰেণীত - বস্তি, ৰূপিত আৰু ফৰিঙ্গতি-গুণ অনুসাৰে পুনৰ বিভাজন কৰি খাজানা নিৰ্ণয় কৰিছিল এনেদৰে।

| | বস্তি | ৰূপিত | ফৰিঙ্গতি |
|---|---|---|---|
| ১ম শ্ৰেণী | ১টকা ৬ অনা | ১ টকা | বাৰ অনা |
| ২য় শ্ৰেণী | ১টকা ৪ অনা | চৈধ্য অনা | দহ অনা |
| ৩য় শ্ৰেণী | ১টকা ২ অনা | বাৰ অনা | ন অনা |
| ৪ৰ্থ শ্ৰেণী | ১টকা | দহ অনা | আঠ অনা |

[১১] Assessment Report of the Patharughat group (Darrang district), 1907, Page 3.

১৮৯৪ চনত পুনৰ ৰায়তৰ বিদ্ৰোহ হৈছিল পথৰুঘাটত। কাৰণ আছিল এই বন্দবস্তীৰ খাজানা বৃদ্ধি। আগৰ বাৰতকৈ এই বাৰৰ বিদ্ৰোহ বেছি তীব্ৰ আছিল। মুছলমান ৰায়তসকলেই এই বিদ্ৰোহত বেছি পৰিমাণে আগভাগ লৈছিল। পুলিচে গুলীচালনা কৰিছিল আৰু কেইবাজনো লোক গুলীত নিহত হৈছিল। উল্লেখিত গ্ৰুপ-ৰিপোৰ্টতে পুনৰ মেক্চুইনি চাহাবে লিখিছিল ঃ

"A repetition of this tendency to violence occured at the same place in 1893, when the district was again resettled with the other districts, with very disastrous results to the people, a number of whom were shot down by the police : in both cases local Mohammedans were the ring leaders and principal participants." [১২]

বি. চি. এলেন আৰু ই. এ. গেইট চাহাবেও পথৰুঘাট বিদ্ৰোহৰ বিষয়ে এনেদৰে লিখিছিল ঃ

".... the most noticeable event that has occured of recent years was a riot at Patharughat in February, 1894. The villagers attempted to resist the revision of the land revenue assessment, and assembled in large numbers to coerce the Deputy Commissioner. The Police were compelled to fire in self-defence, and 15 of the rioters were killed and 37 wounded.[১৩]

উল্লেখনীয় যে ১৮৭৪ চনত অসম বঙ্গ-চৰকাৰৰ প্ৰশাসনৰ পৰা পৃথক হৈছিল আৰু ভাৰত চৰকাৰে ৬-২-১৮৭৪ তাৰিখৰ পৰা অসম প্ৰদেশ সুকীয়াভাবে গঠন কৰিছিল। এই সুকীয়া প্ৰদেশ এজন মুখ্য আয়ুক্তৰ (Chief Commissioner) অধীনত ৰখা হৈছিল। ৭-২-১৮৭৪ পৰা কৰ্ণেল আৰ. এইচ. কিটিং এই মৰ্মে মুখ্য আয়ুক্ত নিযুক্ত হৈছিল। ১৯০৫ চনলৈ এই ব্যৱস্থা চলিছিল।

অৱসৰপ্ৰাপ্ত আয়ুক্ত জেন্‌কিনচ্ চাহাব অৱসৰৰ পাছত গুৱাহাটীতে আছিল আৰু ১৮৬৬ চনত গুৱাহাটীতে তেওঁৰ মৃত্যু হৈছিল।

১৮৭২ চনৰ পৰা ১৯০১ চনলৈ দৰং জিলাখনৰ জনসংখ্যা আছিল নিম্নোক্ত ধৰণে ঃ

| চন | জনসংখ্যা |
|---|---|
| ১৮৭২ | ২৩৫৭২০ |
| ১৮৮১ | ২৭৩০১২ |

[১২] Ibid, Page 3.

[১৩] Gazetteer of Bengal and Northeast India, Mittal Publication, 1993; Page 551.

| | |
|---|---|
| ১৮৯১ | ৩০৭৪৪০ |
| ১৯০১ | ৩৩৭৩১৩ |

১৯০১ চনৰ পিয়লমতে ৩·৩৭ লাখ জনসংখ্যাৰ ভিতৰত ৭১ শতাংশ হিন্দু, ২৩ শতাংশ জনজাতীয় হিন্দু আৰু ৫ শতাংশ মুছলিম সম্প্ৰদায়ৰ লোক আছিল। ১৮০১ চনৰ পৰা ১৯০১ চনলৈকে কুৰিবছৰীয়া জনসংখ্যাৰ বৃদ্ধিত প্ৰব্ৰজনৰ কাৰণেই মূল আছিল বুলি পিয়লৰ প্ৰতিবেদনত সন্নিবিষ্ট হৈছিল। ১৯০১ চনত মুঠ গাঁও আছিল ১২৭৫ খন।[১৪]

১৯১১ চনৰ পৰা ১৯৩১ চনলৈ জিলাখনৰ জনসংখ্যা আছিল নিম্নোক্ত মতেঃ[১৫]

| | |
|---|---|
| ১৯১১ | ৩৭৭৩১৪ |
| ১৯২১ | ৪৭৬০১২ |
| ১৯৩১ | ৫৮৪৮১৭ |

ইয়াৰ ভিতৰত চাহ বাগিছাৰ জনসংখ্যা ঃ

| | |
|---|---|
| ১৯১১ | ৬০৮৫৮ |
| ১৯২১ | ৯৫১৫৫ |
| ১৯৩১ | ৯৯১২৯ |

**তেজপুৰ ৰায়ত সভা ঃ**

উনবিংশ শতিকাৰ শেষাৰ্দ্ধত অসমত বৃটিছ শাসনৰ বিৰুদ্ধে লাহে লাহে গঢ়ি উঠা অসন্তুষ্টি আৰু বিদ্ৰোহৰ ভাবৰ চেতনা জাগৰিত কৰাত অসমৰ বিভিন্ন স্থানত সেই সময়ত গঠিত হোৱা ৰায়ত সভাসমূহৰ ভূমিকা উল্লেখনীয় আছিল।

বৃটিছ চৰকাৰে মাটিৰ খাজানা বৃদ্ধি কৰা কাৰণে পথৰুঘাট আৰু অন্যান্য স্থানত ৰাজ্যৰ যি সাময়িক বিদ্ৰোহ আৰু প্ৰতিবাদৰ ধ্বনি উঠিছিল, তাৰেই আঁত ধৰি খ্ৰীঃ ১৮৮৩-৮৪ মানৰ পৰা ৰায়তৰ কল্যাণৰ উদ্দেশ্য আৰু খাজানা বৃদ্ধিৰ প্ৰতিবাদত স্মাৰক পত্ৰ আদি প্ৰদান কৰাৰ বাবে শিক্ষিত একাংশ যুৱকৰ নেতৃত্বত 'ৰায়ত সভা'ৰ সৃষ্টি হৈছিল। যোৰহাটত 'যোৰহাট সাৰ্বজনিক সভাৰ' দৰে সদৃশ অনুষ্ঠানৰ জন্ম হৈছিল।

তেজপুৰত ১৮৮৪ খ্ৰী.ৰ ভিতৰতে 'তেজপুৰ ৰায়ত সভা' গঠিত হৈছিল। ইয়াৰ গুৰি ধৰোতা আছিল হৰিবিলাস আগৰৱালা, লক্ষ্মীকান্ত বৰকাকতী (এওঁ তেতিয়া হৰিবিলাস আগৰবালাৰ কাঠৰ মিলৰ পৰিচালক আছিল), লম্বোদৰ বৰা, জয়দেৱ শৰ্মা, ভবানী চৰণ ভট্টাচাৰ্য্য, লক্ষ্মীকান্ত দাস, মহেন্দ্ৰ দে, ঠাকুৰ দাস শৰ্মা প্ৰভৃতি স্বনামধন্য ব্যক্তি সকল।[১৬] এওলোকক লৈয়ে এখন পৰিচালনা সমিতি গঠন কৰি দিয়া হৈছিল।

---

[১৪] Ibid, Page 551.

[১৫] Final Report on the Revenue Resettlement of the Darrang District during 1927-1932 by Raibahadur Debendra Kumar Mukherjee, Page 27.

[১৬] Political History of Assam- Vol.1 (1826-1999) ed. by H.K. Barpujari and Others, Govt. of Assam, 1997 (Page-158-159)
'Landmarks of the Freedom Struggle in Assam' by K.N. Dutta (1958). (Page-26)

'তেজপুৰ ৰায়ত সভা' যদিও উপৰি উক্ত উদ্দেশ্যতে প্ৰথমে গঠন কৰা হৈছিল, ইয়াৰ উদ্দেশ্যৰ পৰিসৰ সামাজিক আৰু অন্যান্য ৰাজহুৱা কল্যাণমূলক কামলৈকে বৰ্দ্ধিত কৰা হৈছিল। সেই কাৰণেই ৰায়ত সভাৰ কামৰ বাবে সংগ্ৰহ কৰা পুঁজিৰ ৰাহি ধনেৰে খ্ৰী. ১৮৮৭ত এইসকল কৰ্মীয়ে তেজপুৰৰ বিখ্যাত 'টাউন হল' প্ৰতিষ্ঠান কৰে ৰাজহুৱা মেল-মিটিং আৰু বিভিন্ন ৰাজহুৱা কামৰ আচনি যুগুতোৱাৰ বাবে। (পাছলৈ তেজপুৰ পৌৰসভাই ৰাজহুৱা কামত ব্যৱহাৰ কৰাৰ প্ৰতিশ্ৰুতি দি এই টাউন হল 'ৰায়ত সভাৰ' পৰা হস্তান্তৰিত কৰি লয়)।

পাছলৈ স্বাধীনতা সংগ্ৰামৰ পটভূমিত অসমতো আৰম্ভ হোৱা অসহযোগ আন্দোলনৰ সময়ৰ পৰা মুক্তি সংগ্ৰামী সমাজসেৱকসকলৰ প্ৰচেষ্টাত ৰায়ত সভাসমূহ সক্ৰিয় হৈ উঠিছিল। দৰং জিলাত তেজপুৰ, চাৰিদুৱাৰ, ছয়দুৱাৰ, নদুৱাৰ আৰু চতিয়াত ৰায়ত সভা গঠন হৈছিল। পূৰ্বৰ 'তেজপুৰ ৰায়ত সভা'ই এই সংগঠনবোৰৰ উৎস আৰু বাটকটীয়া স্বৰূপ হৈছিল। "চতিয়াৰ বছা বছা সমাজসেৱকসকল লগ লাগি ১৯২৩ চনতে চতিয়াত 'চতিয়া ৰায়ত সভা' উত্তৰপাৰে সৰ্বপ্ৰথম গঠন কৰে। এই সভাৰ বছৰেকীয়া অধিৱেশনবোৰলৈ স্বাধীনতা সংগ্ৰামৰ আগশাৰীৰ নেতাসকলক সভাপতি হিছাপে নিমন্ত্ৰণ কৰি আনিছিল। ১৯৩৪ চনত চতিয়াৰ কছাৰী গাওঁ নামঘৰত হোৱা আৰু ১৯৪৬ চনত চতিয়াৰ মালৰ গাঁৱৰ নামঘৰত হোৱা চতিয়া ৰায়তসভাৰ বাৰ্ষিক অধিৱেশনলৈ সভাপতি হিছাপে" * মহাদেৱ শৰ্মাক অনা হৈছিল।[১৭]

চতিয়া, চাৰি আলি আৰু জামুগুৰি ৰাইজৰ মাজত ১৯২৪ চনত চতিয়াত ২১খন খলাৰে সমৃদ্ধ হোৱা বাবে চহৰীয়া ভাওনাৰ পাছত নদুৱাৰ ৰায়ত সভাৰ উদ্ভৱ হয়। মুক্তি যোদ্ধা লক্ষ্মীৰাম বৰুৱাৰ লিপিবদ্ধ টোকা মতে " ৬-৪-১৯২৪ তাৰিখ ৰবিবাৰ, ১৮৪৫ শক, ২৪ চ'ত চতিয়া কছাৰী গাঁও নামঘৰত বিশ্বনাথ ভিৰগাঁওৰ ˚ৰাধাকান্ত শৰ্মা বৰঠাকুৰ (ভগা মৌজাদাৰ)ৰ সভাপতিত্বত, গংগানাথ বৰকটকীৰ সম্পাদকত্বত সদৌ নদুৱাৰৰ কম সংখ্যক লোকেৰে নদুৱাৰ প্ৰথম বাৰ্ষিক অধিবেশন পতা হৈছিল। এই সভা ভালমতেই পয়োভৰেৰে ১৪ বছৰলৈ চলিছিল।"[১৮] মুক্তি যোদ্ধা শিক্ষাবিদ * মহেন্দ্ৰ নাথ বৰকটকীৰ মতে নদুৱাৰ ৰায়ত সভাৰ জন্ম ১৯২৫ চনত।[১৯]

'চাৰিদুৱাৰ ৰায়ত সভা'ত ১৯৩১ চনৰ ৬মে তাৰিখে বিশ্বনাথৰ মুক্তি সংগ্ৰামী * জৱালা প্ৰসাদ আগৰৱালাই উত্তেজনাপূৰ্ণ বক্তৃতা দিয়াৰ কথা আৰু * বিজয় চন্দ্ৰ ভাগৱতীয়ে ১৯৩১ চনৰ ৪ এপ্ৰিল তাৰিখে 'চতিয়া ৰায়ত সভা'ত আৰু সেই চনতে 'তেজপুৰ ৰায়ত সভা'ত 'গ্ৰাম পঞ্চায়ত' গঠনৰ প্ৰস্তাৱ উত্থাপন কৰি চৰকাৰ বিৰোধী

[১৭] 'জননায়ক মহাদেৱ শৰ্মা' : কুঞ্জবালা দেৱী, তেজপুৰ (১৯৮৮) (মহেন্দ্ৰ নাথ বৰকটকীৰ প্ৰবন্ধ, পৃষ্ঠা ৮১)

[১৮] 'স্মৰণিকা', মুক্তিযোদ্ধা লক্ষ্মীনাথ বৰুৱাৰ জন্ম শতবাৰ্ষিকী, ১৯৮৮; পৃষ্ঠা ১০৪।

[১৯] 'জননায়ক মহাদেৱ শৰ্মা', পৃষ্ঠা ৮১।

ভাষণ দিয়াৰ কথা আৰক্ষী বিভাগৰ 'ইন্টালিজেন্স' শাখাৰ দ্বাৰা সংকলিত The Politico-Criminal : Who's Who of Assam- Part I নামৰ গ্ৰন্থখনত সন্নিবিষ্ট হৈ আছে।[২০]

১৯৩১ চনৰ মে মাহত তেজপুৰ মহকুমাৰ ভিত্তিত ছয়দুৱাৰৰ গমিৰিবাৰীত ছয়দুৱাৰ ৰায়ত সভাই তিনিদিনীয়াকৈ সন্মিলনৰ আয়োজন কৰিছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মুক্তি যুঁজাৰু ˚মহিম চন্দ্ৰ সিংহ। মূল সভাত সভাপতিত্ব কৰিছিল গড়মূৰীয়া সত্ৰাধিকাৰ ˚পীতাম্বৰ দেৱ গোস্বামীয়ে। তৃতীয় দিনা অনুষ্ঠিত হোৱা মহিলা সভাত সভানেত্ৰী আছিল ˚চন্দ্ৰপ্ৰভা শইকীয়ানী। এই ৰায়ত সভাত খোৱা লোৱাৰ বাবে ১০৮ মোন চাউল ব্যৱহাৰ হৈছিল বুলি জনা যায়।[২১]

ছয়দুৱাৰ ৰায়ত সভাৰ আয়োজনত ˚জ্যোতিপ্ৰসাদ আগৰৱালাৰ প্ৰচেষ্টা আৰু যত্নই আছিল প্ৰেৰণাৰ স্থল। ১৯৩১ চনত ˚জ্যোতিপ্ৰসাদ আগৰৱালা আছিল তেজপুৰ মহকুমাৰ কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনীৰ সৰ্বাধিনায়ক (General Officer Commanding)।

ৰায়ত সভাসমূহৰ জৰিয়তে হোৱা জন-সংগঠনে ৰাষ্ট্ৰৰ মুক্তি-সংগ্ৰামত কংগ্ৰেছক অতুলনীয়ভাবে শক্তিৱান কৰিছিল আৰু বৃটিছ চৰকাৰৰ বিৰুদ্ধে জন-সাধাৰণৰ চেতনা বৃদ্ধি কৰিছিল।

***

---

[২০] The Politico-Criminal : Who's Who of Assam- Part I, 1936

[২১] 'ছয়দুৱাৰ ৰায়তসভা' — প্ৰবন্ধ : যোগেন্দ্ৰ কলিতা
('চিত্ৰবাণী' - স্মৃতিগ্ৰন্থ : শিল্পী দিৱস, ১৯৮৯, ভোলাগুৰি গহপুৰ : সম্পাদনা : কনকচন্দ্ৰ শৰ্মা)

# জন-বিস্ফোৰণত অবিভক্ত দৰং জিলা

আমাৰ এনে এটা সময় আছিল যি সময়ত পিতৃ-মাতৃয়ে শত পুত্ৰৰ গৰাকী হ'বলৈ কামনা কৰিছিল। ধন আৰু জনৰে পৰিপূৰ্ণ হ'বলৈ পৰিয়ালে ভগবানৰ পৰা আশীৰ্বাদ বিচাৰিছিল। 'ঋক বেদ'ৰ ৩/৩৬/১০ শ্লোকত কোৱা হৈছেঃ

অস্মে শতং শৰদো জীবসে ধা অস্মে বীৰাঞ্ছশ্বত ইন্দ্ৰ শিপ্ৰিন্।। "হে মেঘবন! হে ঋজীষী সোম বিশিষ্ট ইন্দ্ৰ! তুমি সকলোৰে বৰণীয় অশেষ ধন দান কৰা, আমালোকৰ জীৱনৰ বাবে শতবছৰ প্ৰদান কৰা। আমালোকক বহু বীৰ পুত্ৰ প্ৰদান কৰা।"

'যজুৰ্ব্বেদ'ত কোৱা হৈছেঃ

-কাণ্ডাৎ কাণ্ডাৎ প্ৰৰোহন্তী পৰুষঃ পৰুষঃ পৰি

এবা নো দুৰ্ব্বে প্ৰতনু সহস্ৰেণ শতেন চ। (৪ৰ্থ কাণ্ড, ২/৯)

"হে দুৰ্ব্বা, তুমি তোমাৰ প্ৰতি কাণ্ড আৰু পৰ্বৰ পৰা যি দৰে উৎপন্ন হোৱা, সেইদৰে আমাৰ কাৰণে শত সহস্ৰ স্বৰূপ বিস্তাৰ কৰা। তুমি শত সংখ্যাত বিস্তাৰ লাভ কৰা আৰু সহস্ৰ সংখ্যাত নানা ৰূপে উৎপন্ন হোৱা।"

এয়া আছিল জনসংখ্যা-বৃদ্ধিৰ আকুল আহ্বান। ভাৰতৰ সামাজিক আৰু অৰ্থনৈতিক গাঠনিৰ সূচনা হোৱাৰ আগতে এই আহ্বানৰ প্ৰয়োজন আছিল। কিন্তু আজি জনসংখ্যা বৃদ্ধিৰ দুৰ্বাৰ গতিয়ে জন-সংখ্যাকে শংকিত কৰি তুলিছে।

অসমত এই জনসংখ্যাৰ বিস্ফোৰণে ইয়াৰ অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক উন্নয়নৰ সকলো সম্ভাব্য পথতেই হেঙাৰ স্বৰূপ হৈছে আৰু ৰাজ্যৰ জন-গাঠনিৰ পৰিবৰ্ত্তন কৰিছে। সেইবাবে জনসংখ্যা বৃদ্ধিৰ অধ্যয়ন এটি মন কৰিবলগীয়া বিষয়।

এই কথা কৈ অহা হৈছে যে বৃটিছে অসম অধিকাৰ কৰাৰ পাছতে বৰনদীৰ পৰা পূবে বিশ্বনাথলৈকে এই অঞ্চলটো গুৱাহাটীৰ পৰা শাসন কৰিছিল। ১৮৩৩ চনত দৰং জিলাক পৃথক কৰা হয় আৰু মঙ্গলদৈত জিলাৰ সদৰ ঠাই স্থাপিত হয়। ১৮৩৫ চনত প্ৰশাসনীয় আৰু অন্যান্য সুবিধাৰ বাবে বৃটিছ প্ৰশাসনে তেজপুৰলৈ সদৰ ঠাই তুলি আনে। ১৮৩৬ চনত ছয়দুবাৰ অঞ্চল কোম্পানীৰ অধীনলৈ অনা হয় আৰু লক্ষীমপুৰৰ লগত লগ লগোৱা হয়। পাছত ১৮৬৮ চনত এই অঞ্চল দৰং জিলাৰ লগত লগ লগোৱা হয় আৰু এই জিলাই বৰ্তমানৰ ৰূপ পায়। তেজপুৰলৈ সদৰ ঠাই পৰিবৰ্ত্তিত হোৱাৰ সময়তেই জিলাখন দুটা মহকুমাত বিভক্ত হয় আৰু 'পাচনৈ' নামৰ নদীখনৰ দ্বাৰা দুয়োটা মহকুমাৰ সীমা চিহ্নিত কৰা হয়।

সেই সময়ত তেজপুৰ তথা দৰং জিলাত জন-বসতি একেবাৰে পাতল আছিল। বন-জঙ্গলৰে ভৰা তেজপুৰ অঞ্চলটো আছিল সেই সময়ৰ ইউৰোপীয়সকলৰ বাবে বাসৰ অনুপযোগী আৰু অস্বাস্থ্যকৰ। ১৮৪২ চনৰ পৰা ১৮৫৩ চনৰ ভিতৰত এঘাৰজন ইউৰোপীয় বিষয়াৰ তেজপুৰতে বেমাৰত আক্ৰান্তহৈ মৃত্যু হোৱা বুলি জানিব পৰা হয়। ১৮৪২ চনৰ পৰা ৩০ বছৰৰ ভিতৰত দৰং জিলাৰ জনবৃদ্ধি হৈছিল মাত্ৰ শতাংশ ২৭। মঙ্গলদৈ মহকুমাত ১৮৯০ চনৰ পৰা ১৯০১ চনৰ ভিতৰত কলাজ্বৰে মহামাৰী ৰূপধাৰণ কৰি শতাংশ ২০ জনসংখ্যা হানি কৰিছিল। ১৯০১ চনৰ আগৰ ২০ বছৰত থলুৱা জনসংখ্যা বুজনভাৱে কমি গৈছিল। জনসংখ্যাৰ স্থবিৰতাই আছিল প্ৰশাসনৰ বাবে সমস্যা। চাহশিল্পৰ বাবে চাহ বাগিছাসমূহে বাহিৰৰ পৰা অনা বনুৱাসকলে সেই সময়ত কিছু পৰিমাণে জনসংখ্যা বৃদ্ধি কৰিছিল।

১৯০১ চনত পিয়লমতে জিলাৰ মুঠ জনসংখ্যা আছিল ৩,৩৬,৩৮২ জন। তাৰ ভিতৰত অসমৰ বাহিৰত জন্মা চাহ বাগিচাৰ বনুৱাৰ সংখ্যা আছিল ৭৯,৫১৩ জন। বি চি এলেন, ই এ গেইট আদিৰ দ্বাৰা সংকলিত গ্ৰন্থ Gazetteer of Bengal and North-East India (পুনৰ সংস্কৰণ, ১৯৯৩) মতে ১৯০১ চনত দৰং জিলাৰ জনসংখ্যা নিম্নোক্ত ধৰণৰ আছিল।

| | |
|---|---|
| মঙ্গলদৈ মহকুমা : | ১,৭০,৫৮০ |
| তেজপুৰ মহকুমা : | ১,৬৬,৭৩৩ |
| সৰ্বমুঠ | ৩,৩৭,৩১৩ |

ইয়াৰ পূৰ্ববৰ্তী পিয়ল কেইটাত জিলাৰ জনসংখ্যা আছিল এই ধৰণৰ—

| বছৰ | জনসংখ্যা |
|---|---|
| ১৮৫৩ | ১,৮৫,৫৬৯ |
| ১৮৭২* | ২,৩৫,৭২০ |
| ১৮৮১ | ২,৭৩,০১২ |
| ১৮৯১ | ৩,০৭,৪৪০ |

উক্ত গ্ৰন্থত লেখা হৈছেঃ

The whole of the increase since 1881 has been due to immigration, for the number of persons born and enumerated in the district in 1901 was nearly 6 percent less than it had been twenty years before. (পৃঃ ৫৫১)

* ১৮৭১-৭২ চনতে প্ৰথম সাধাৰণ লোকপিয়ল হৈছিল। তাৰ আগত তেনেভাৱে পিয়ল হোৱা নাছিল। ১৮৫৩ চনত মোফাট্ মিল্‌চে এক পৰিসংখ্যা বংগ চৰকাৰলৈ প্ৰেৰণ কৰিছিল। ১৮৭২ ৰ পিয়ল মতে জন সংখ্যা ২,৩৬,০০৯।

১৯০১ চনত হিন্দু জনসংখ্যা ৭১ শতাংশ, জনজাতীয় লোকধৰ্মত ২৩ শতাংশ আৰু মুছলিম ধৰ্মীয় লোক আছিল ৫ শতাংশ। (পৃঃ ৫৫১)।

১৯১১ চনত দৰং জিলাৰ জনসংখ্যা হয় ৩,৭৭,৩১৪ জন। ১৯০১ চনৰ পৰা দহ বছৰত বৃদ্ধি হয় ৪০,৯৩২ জন। দহবছৰীয়া বৃদ্ধিৰ শতকৰা হাৰ ১২.১৭। এই চনত তেজপুৰ মহকুমাৰ জনসংখ্যা ২,০৭,১৫৫ আৰু মঙ্গলদৈ মহকুমাত ১,৭০,১৫৯ জন।

১৯২১ চনত জিলাৰ জনসংখ্যা আছিল ৪,৭৬,০১২ জন। দহবছৰত বৃদ্ধি ৯৮,৬৯৮ জন; বৃদ্ধিৰ শতকৰা হাৰ ২৬.১৬। তেজপুৰ মহকুমাত ২,৮৬,৪৬২ জন আৰু মঙ্গলদৈ মহকুমাত বৃদ্ধি হয় ১,৮৯,৫৫০ জন। তেজপুৰ মহকুমাত বৃদ্ধি হয় ৭৯,৩০৭ জন, শতকৰা হাৰত বৃদ্ধি ৩৮.২৮; মঙ্গলদৈত ১৯,৩৯১ জন বৃদ্ধি হয়, শতকৰা বৃদ্ধিৰ হাৰ ১১.৩৮।

১৯৩১ চনত দৰং জিলাৰ জন সংখ্যা হয় ৫,৮৪,৮১৭ জন। ১৯২১চনৰ ওপৰত মুঠ বৃদ্ধি ১,০৮,৮০৫ জন; শতকৰা বৃদ্ধি ২২.৮৬। ইয়াৰ ভিতৰত তেজপুৰ মহকুমাৰ জনসংখ্যা ৩,৪৫,১৬৮; দহবছৰীয়া বৃদ্ধি ৫৮,৭০৬ জন; শতকৰা বৃদ্ধিৰ হাৰ ২০.৪৯। মঙ্গলদৈ মহকুমাত জনসংখ্যা ২,৩৯,৬৪৯ আৰু বৃদ্ধি হল ৫০,০৯৯ জন; দহবছৰীয়া বৃদ্ধিৰ শতকৰা হাৰ ২৬.৪৩।

১৯২১-৩১ চনৰ জনসংখ্যা অধ্যয়ন কৰিলে দেখা যায় যে ১৯১১-২১ চনৰ বৃদ্ধিৰ হাৰতকৈ এই দহ বছৰত দৰং জিলাৰ বৃদ্ধিৰ হাৰ কম। আকৌ ১৯১১-২১ চনৰ দহবছৰত তেজপুৰত মহকুমাত বৃদ্ধিৰ হাৰ মঙ্গলদৈ মহকুমাতকৈ কম আছিল। ১৯২১-৩১ চনত মঙ্গলদৈ মহকুমাত বৃদ্ধিৰ হাৰ অস্বাভাবিক ভাবে বেছি হ'ল। ১৯২১-৩১ চনৰ বৃদ্ধিৰ হাৰতকৈ ১৯১১-২১ চনৰ বৃদ্ধিৰ হাৰ বেছি হোৱা সম্পৰ্কে ১৯২৭-৩৩ চনৰ দৰং জিলাৰ বন্দোৱস্তী প্ৰাধিকাৰী ৰায় বাহাদুৰ দেবেন্দ্ৰ নাথ মুখাৰ্জীয়ে পুনৰ্বন্দৱস্তী প্ৰতিবেদনত কয়ঃ

"The larger increase in 1911-21 in the district was due mainly to the immigration of the garden coolies and partly of Eastern Bengal immigrants in addition to natural growth."
(পৃঃ ২৫-২৬)

১৯২১-৩১ চনত মঙ্গলদৈ মহকুমাৰ জনসংখ্যা বৃদ্ধিৰ কাৰণ বিশ্লেষণ কৰি তেখেতে লেখিছেঃ

"But on the other hand the Mymensingh immigrants came in much larger numbers during the first part of this decade. These facts explain the variations in the percentage of increase in the two Sub-divisions during the last two decades.... as the bulk of the immigrants have settled in Mangaldai. (পৃষ্ঠা ২৬)।

এই সম্পৰ্কত দৰং জিলাৰ District Gazetteer য়ে লিপিবদ্ধ কৰিছে এইদৰেঃ "East Bengal Settlers, of whom seven thousand in 1911,twenty thousand in 1921 and forty one thousand in 1931 were found in Darrang. During the decade 1921-31, nearly thirty thousand persons have migrated into Darrang district from Mymensingh.

১৯২১ চনত জিলাখনৰ নেপালী জনসংখ্যা আছিল ১৮,৯৯৭ জন। ১৯৩১ চনত ২৪,৮৬২ জন হয়। ১৯১১-৩১ চনৰ ভিতৰত দৰং জিলাত ২০ বছৰীয়া বৃদ্ধিৰ হাৰ শতকৰা ৫৫।

১৯৪১ চনত দৰং জিলাৰ জনসংখ্যা ৭,৩৬,৭৯১ ।১৯৩১ চনৰ ওপৰত বৃদ্ধি হয় ১,৫১,৯৭৪; শতকৰা বৃদ্ধিৰ হাৰ ২৫.৯৯। তেজপুৰ মহকুমাৰ জনসংক্যা ৪,১২,৫৪৫, দহ বছৰীয়া বৃদ্ধি ৬৭,৩৭৭; বৃদ্ধিৰ শতকৰা হাৰ ১৯.৫২। মঙ্গলদৈ মহকুমাত জনসংখ্যা ৩,২৪,২৪৬ ।বৃদ্ধি ৮৪,৫৯৭ জন, শতকৰা বৃদ্ধিৰ হাৰ ৩৫.৩০।

১৯৪১ চনতো দেখা যায় মঙ্গলদৈ মহকুমাত জনসংখ্যা বৃদ্ধিৰ হাৰ যথেষ্ট বেছি।

১৯৫১ চনত জিলাত মুঠ জনসংখ্যা ৯,১৩,৮৪১। ১৯৪১ চনৰ ওপৰত বৃদ্ধি ১,৭৭,০৫০। শতকৰা বৃদ্ধিৰ হাৰ ২৪.০৩। তেজপুৰ মহকুমাৰ জনসংখ্যা ৫,১১,৩৪০। বৃদ্ধি হয় ৯৮,৭৯৫, শতকৰা বৃদ্ধি ২৩.৯৪। মঙ্গলদৈ মহকুমাৰ জনসংখ্যা ৪,০২,৫০১। বৃদ্ধি হয় ৭৮,২৫৫ জন; শতকৰা বৃদ্ধিৰ হাৰ ২৪.১৩।

এই লোক পিয়লত দুয়ো মহকুমাৰ জনসংখ্যা বৃদ্ধিৰ হাৰত প্ৰায় সমতা দেখা গলেও আগৰ দহৰ বছৰতকৈ এই দহ বছৰত তেজপুৰ মহকুমাৰ বৃদ্ধিৰ হাৰ যথেষ্ট বেচি আৰু সেই অনুপাতে আগৰ দহ বছৰৰ তুলনাত মঙ্গলদৈত এই দশকত বৃদ্ধিৰ হাৰ কম।

১৯৫১ চনৰ জিলাৰ মুঠ জনসংখ্যাৰ ভিতৰত ১,৯৯,৮৫৩ জন পঞ্জীয়ন ভুক্ত শৰণাৰ্থীও সোমাই আছে।

এইখিনিতে এইটো উল্লেখনীয় যে ১৯৫১ চনত ভাৰতৰ সংবিধান মতে অসম ৰাজ্যখন পুনৰ্গঠিত হওঁতে তেতিয়াৰ অসমৰ বালিপৰা সীমান্ত ভূ-ভাগৰ পৰা দৰং জিলাৰ উত্তৰত থকা সমুদায় সমতল অঞ্চল (The said pain areas) যি ভুলকৈ 'হস্তান্তৰিত অঞ্চল' বুলি খ্যাতি লাভ কৰিছে, দৰং জিলাত লগ লাগে। চাৰিদুৱাৰ মৌজাকে ধৰি এই সমতল অঞ্চলৰ জনসংখ্যা ওপৰত উল্লেখিত ১৯৫১ চনৰ জন সংখ্যাৰ ভিতৰত ধৰা হোৱা নাই। এই অঞ্চলক ধৰিলে ১৯৫১ চনত দৰং জিলাৰ জনসংখ্যা হয় ৯২৩৫৬২। তেতিয়া ১৯৪১-৫১ চনত দহ বছৰীয়া বৃদ্ধি হ'ব ১৮৬৭৭১, শতকৰা বৃদ্ধি ২৫.৩৫।

১৯৫১ চনৰ জনসংখ্যা বৃদ্ধি সম্পৰ্কেও উক্ত লোকপিয়লৰ প্ৰতিবেদনত কোৱা হৈছে এনেদৰেঃ

"The large increase of 1,58,197, not taking into account 18,853 due to refugees, registered by this district is not just due

to natural growth. It is principally due to the immigration of a large number of muslim cultivators from East Bengal, particulartly from Mymensingh, who took up waste lands during the war." (পৃষ্ঠা IX-District Census Handbook , Census 1951, Darrang District).

১৯৩১-৫১ চনৰ ভিতৰত জনসংখ্যা বৃদ্ধি হৈছে ৩,৩৯,৭৪৫ জন আৰু এই ২০ বছৰীয়া বৃদ্ধিৰ হাৰ শতকৰা ৫৮.০৯। তাৰ আগৰ ২০ বছৰত শতকৰা বৃদ্ধি আছিল ৫৫।

১৯৫১ চনৰ লোকপিয়লেই স্বাধীন ভাৰতৰ প্ৰথম লোকপিয়ল। ইয়াৰ আগৰ লোকপিয়ল হৈছিল অবিভক্ত ভাৰতৰ। বিভক্ত ভাৰতৰ প্ৰথম লোকপিয়ল হিচাপে এই পিয়লৰ পৰিসংখ্যাৰ গুৰুত্ব যথেষ্ট আৰু দিগদৰ্শনৰ মূল উৎস।

১৯৬১ চনত জিলাৰ মুঠ জনসংখ্যা ১২,৮৯,৬৭০। ১৯৫১ চনৰ ওপৰত মুঠ বৃদ্ধি ৩,৬৬,$০৮ জন, শতকৰা বৃদ্ধিৰ হাৰ ৩৯.৬৪। তেজপুৰ মহকুমাত জনসংখ্যা ৭,০০,৭৪৬। বৃদ্ধি ১,৯৫,৭০৬ জন; শতকৰা বৃদ্ধিৰ হাৰ ৩৮.২৯। মঙ্গলদৈ মহকুমাত এই চনত জনসংখ্যা ৫,৮২,৬২৪ জন। বৃদ্ধি হয় ১,৮০,১২৩ জন; শতকৰা বৃদ্ধিৰ হাৰ ৪৪.৭৫। আগৰ দশকতকৈ এই দশকত জনসংখ্যাৰ বৃদ্ধিৰ হাৰ উল্লেখনীয় ভাবে অধিক। মঙ্গলদৈ মহকুমাৰ বৃদ্ধি ১৯৫১ চনৰ বৃদ্ধিৰ হাৰতকৈ যথেষ্ট উচ্চ।

১৯৭১ চনৰ লোকপিয়ল মতে দৰং জিলাৰ জনসংখ্যা ১৭,৩৬,১৮৮। ১৯৬১ চনতকৈ বৃদ্ধি হয় ৪,৪৬৫১৮ জন, শতকৰা বৃদ্ধি ৩৪.৬২। তেজপুৰ মহকুমাৰ জনসংখ্যা ৯,০১,৬১৪; বৃদ্ধি ২,৯৪,৫৬৮, বৃদ্ধিৰ শতকৰা হাৰ ২৭.৫১। সেইদৰে এই চনত মঙ্গলদৈ মহকুমাত জনসংখ্যা হয় ৮,৩৪,৫৭৪, বৃদ্ধি ২,৫১,৯৫০। শতকৰা হাৰ ৪৩.২৪। এই সময়ছোৱাতো মঙ্গলদৈ মহকুমাৰ বৃদ্ধি উল্লেখনীয়।

চমুকৈ, জিলাখনত ১৯০১ চনৰ পৰা দহ বছৰীয়া বৃদ্ধিৰ হাৰ এনে ধৰণৰঃ

| চন | দহবছৰীয়া বৃদ্ধিৰ হাৰ (শতকৰা) |
|---|---|
| ১৮৯১-১৯০১ | ৯.৭ |
| ১৯০১-১১ | ১২.১৭ |
| ১৯১১-২১ | ২৬.১৬ |
| ১৯২১-৩১ | ২২.৮৬ |
| ১৯৩১-৪১ | ২৫.৯৯ |
| ১৯৪১-৫১ | ২৪.০৩ |
| ১৯৫১-৬১ | ৩৯.৬৪ |
| ১৯৬১-৭১ | ৩৪.৬২ |

১৯৫১-৭১ চনৰ ভিতৰত জনসংখ্যাৰ বৃদ্ধি হৈছে ৮,১২,৬২৬ জন। এই ২০ বছৰীয়া বৃদ্ধিৰ হাৰ ৮৭.৯৯। তুলনামূলক ভাবে,

| চন | কুৰি বছৰীযা বৃদ্ধি (শতকৰা) |
|---|---|
| ১৯১১-৩১ | ৫৪.৯৯ |
| ১৯৩১-৫১ | ৫৮.০৯ |
| ১৯৫১-৭১ | ৮৭.৯৯ |

আগৰ দুয়োটা কুৰি বছৰত হাৰত প্ৰায় সমতা পৰিলক্ষিত হলেও ১৯৫১-৭১ চনৰ কুৰিবছৰীয়া বৃদ্ধি আগৰ হাৰতকৈ প্ৰায় দুগুণ দেখা যায়।

তুলনাৰ বাবে এইখিনিতে অসমৰ আৰু ভাৰতৰ দহ বছৰীয়া বৃদ্ধিৰ শতকৰা হাৰো উল্লেখ কৰা হল ঃ

| চন | অসম | ভাৰত |
|---|---|---|
| ১৯০১-১১ | ১৬.৭৩ | ৫.৭৩ |
| ১৯১১-২১ | ১৯.০১ | ০.৩১ |
| ১৯২১-৩১ | ১৯.৫৪ | ১১.০১ |
| ১৯৩১-৪১ | ২০.০৮ | ১৪.২২ |
| ১৯৪১-৫১ | ১৯.২৮ | ১৩.৩১ |
| ১৯৫১-৬১ | ৩৫.০৬ | ২১.৬৪ |
| (মেঘালয় আৰু নেফা বাদ দি) | | |
| ১৯৬১-৭১ | ৩৪.৮৩ | ২৪.৬৬ |

১৯৬৭, ১৯৭২ আৰু ১৯৭৮ চনত হোৱা বিধানসভাৰ নিৰ্বাচনত জিলাখনৰ মুঠ ভোটাৰ সংখ্যা এনে ধৰণৰ ঃ

| চন | তেজপুৰ মহকুমা | মঙ্গলদৈ মহকুমা | মুঠ |
|---|---|---|---|
| ১৯৬৭ | ৩০২৬২২ | ২৭০০৩০ | ৫৭২৬৫২ |
| ১৯৭২ | ৩৫৩১০৩ | ৩২৮৫৪৮ | ৬৮১৬৫১ |
| ১৯৭৭ (লোকসভা) | ৩৯৯০৩০ | ৩৮১৮২১ | ৭৮০৮৫১ |
| ১৯৭৮ | ৪৩৪০৭০ | ৪৪৯৫১১ | ৮৮৩৫৮১ |

ৰাজনৈতিক পৰিস্থিতি অনুকুল নথকাত ১৯৮১ চনত লোকপিয়ল হোৱা নাছিল। ১৯৯১ চনৰ লোকপিয়লত ইতিমধ্যে এই জিলা দুখন জিলালৈ পৰিবৰ্ত্তিত হোৱাত (পূৰ্বৰ মহকুমা মতেই) শোণিতপুৰ জিলা (তেজপুৰ মহকুমা)ৰ জনসংখ্যা ১৪,২৪,২৮৭ আৰু দৰং জিলা (মঙ্গলদৈ মহকুমা)ৰ জনসংখ্যা ১২,৯৮,৮৬০ হয়। দুয়োখন জিলাকে অবিভক্ত দৰং জিলা হিচাপে ধৰিলৈ (পূৰ্বৰ পৰিসংখ্যাৰ সৈতে তুলনা কৰাৰ বাবে) বিচাৰ কৰিবলে সৰ্বমুঠ জনসংখ্যা হয় ২৭,২৩,১৪৭। ১৯৭১ চনৰ পৰা ১৯৯১ চনৰ ভিতৰত অবিভক্ত দৰং জিলাত জনসংখ্যাৰ মুঠ বৃদ্ধি হয় (২৭,২৩, ১৪৭-১৭,৩৬,১৮৮)

৯,৮৬,৯৫৯ জন, কুৰিবছৰীয়া বৃদ্ধি-হাৰ ৫৬.৮৫ শতাংশ। তাৰে ভিতৰত তেজপুৰ মহকুমা (অৰ্থাৎ শোণিতপুৰ জিলাত) বৃদ্ধি ৫,২২,৬৭৩ জন আৰু মঙ্গলদৈ মহকুমাত (অৰ্থাৎ দৰং জিলাত) বৃদ্ধি ৪,৬৪,২৮৬ জন।

## গ্ৰন্থপঞ্জী :

১। Final Report on the Re-settlement of the Darrang District during 1927-33 by Raibahadur Debendra Kumar Mukherjee, Settlement Officer, Darrang.

২। Gazetteer of India, Assam State-Darrang District, Govt. of Assam Publication, 1978.

৩। Census 1951, Assam, Darrang, Govt. of Assam, 1954

৪। Census of India 1961, Assam: District Census Hand Book: Darrang, Govt. of Assam, 1964.

৫। Census 1971- Series 3–District Census Hand Book Darrang District : 1972

৬। Ecōnomic Survey : Assam 1971, Department of Economics and Statistics, Govt. of Assam 1972.

৭। জিলা পৰিসংখ্যা পুস্তিকা, দৰং ১৯৭১, পৰিসংখ্যা বিষয়া, দৰং অসম চৰকাৰ।

৮। পৰিসংখ্যা পুস্তিকা, তেজপুৰ, ১৯৭৩, অসম চৰকাৰ।

৯। Statistical Hand Book, Assam, Directorate of Economics & Statistics, Govt. of Assam, Guahati : 1978

১০। কৃষি নিৰ্দ্দেশিকা, ১৯৬৭-৬৮ আৰু ১৯৭১-৭২, কৃষি বিভাগ : অসম চৰকাৰ।

১১। ক্ৰম বিৱৰ্ত্তনৰ পথত দৰং জিলা, ১৯৭২: তিলক কাকতী, তেজপুৰ।

১২। Assam State: General Elections to the Legislative Assembly, 1978: Chief Electoral Officer, Assam 1978.

***

মূল প্ৰবন্ধটো ১৯৭৯ চনত তেজপুৰৰ তিনিদিনীয়া বাতৰি 'মহাজাতি' কাকতত ৪ নৱেম্বৰ তাৰিখে প্ৰকাশ হৈছিল।

# বৃটিছাধীন তেজপুৰ চহৰ

ভাবী কালৰ জাতীয় সমৃদ্ধি অতীতৰ ঐতিহাসিক বুনিয়াদৰ ওপৰত নিৰ্ভৰশীল। অতীত ইতিহাসৰ তথ্যইহে প্ৰেৰণা দিয়ে নতুন সৃষ্টিক।

উনবিংশ শতিকাৰ তেজপুৰৰ সংবাদসমূহ সিচঁৰতি হৈ আছে বিভিন্ন স্থানত। এখন পূৰ্ণাংগ ইতিহাসৰ বাবে এইবোৰ সমল সংগ্ৰহ কৰাৰ সময় পাৰ হৈ গল। তথাপি যি আছে তাক বিধৃত কৰি ৰখাৰ প্ৰচেষ্টা হব লাগে।

বৃটিছে অসম দখল কৰাৰ পাছত ১৮৩৫ চনত তেজপুৰ দৰং জিলাৰ সদৰ ঠাই হয়। বৃটিছসকলে এই ঠাইৰ পুৰণি কীৰ্ত্তি চিহ্ন আৰু ঐতিহ্যৰ সম্ভেদ পাই ইয়াক 'পুৰাপুৰ', অৰ্থাৎ প্ৰাচীন নগৰো বুলি কৈছিল। ইংৰাজীতে লিখিছিল Tezpore ।

সেই সময়ত ই এখন গাঁওহে আছিল। মৰাভৰলীৰ লগত সংলগ্ন তিনিটা হোলাই তেজপুৰৰ বুকুৰেদি গৈ ব্ৰহ্মপুত্ৰ স্পৰ্শ কৰিছিল। জনসংখ্যা আছিল একেবাৰে নগন্য। কছাৰীগাওঁ নামে খ্যাত অঞ্চলখিনিত আৰু ওচৰৰ চুবুৰীয়া অঞ্চলখিনিতে আছিল সেই জনসংখ্যা। জংঘল পৰিষ্কাৰ কৰি, হোলাৰ ওপৰতে ৰাস্তা প্ৰস্তুত কৰি আৰু টিলাৰ ওপৰত চাহাবসকলৰ বাসভৱন নিৰ্মাণ কৰি এই গাঁওখন চহৰোপযোগী কৰাৰ প্ৰচেষ্টা তেওঁলোকে হাতত লয়।

ইটা আৰু চুণ-চুৰ্কীৰে প্ৰথম কাছাৰী গৃহ নিৰ্মিত হয় ১৮৪৫ চনত।[১] তাৰ পাছতহে উপাযুক্ত ক'ল চাহাবৰ দিনত ১৯০৬ চনত এই আদালত গৃহৰ পুৰ্ন নিৰ্মাণ আৰু পৰিবৰ্দ্ধন হয়। উল্লেখনীয় যে ১৯০৫-০৬ চনৰ কাছাৰী গৃহ-নিৰ্মাণৰ বাবে যি খনন কাৰ্য্য হৈছিল, সেই খননৰ ফলতেই মাটিৰ তলত পোত খাই থকা এক সুবৃহৎ শৈলমন্দিৰ বা শৈলভৱনৰ ধ্বংসাৱশেষ আবিষ্কৃত হৈছিল। এই প্ৰসংগতে প্ৰত্নতত্ত্ব অনুৰাগী মি. এফ. জে. মোনাহনে (আই. চি. এচ.) তেতিয়াৰ অসমৰ মুখ্য সচিবলৈ এনেদৰে লিখিছিল ঃ

"On digging for foundation, for the additions, which are being made to the Deputy Commissioner's office at Tezpur, the builders came upon a layer of hewn blocks of granite, under

---

[১] Letter No. 359 of vol. 13(a) of 1854

lying the present building. Some of the blocks which have been dug up, are elaborately sculptured, cornices, bases, or capitals of columns, etc. like the pieces, which one sees lying here and there, on and around the Tezpur maidan. There seems to be every probability, that the extent of the underground layer of hewn stone may be not less than that of the cutchery site; it may, of course, be much greater. ......... I saw a hole, about 4 feet deep, opened by the removal of some of the granite blocks, below which there were more stones, apparently of the same kind. These remains point to the existence of a great building, of massive and ornate architecture on the Tezpur maidan site." [2]

ভাৰতীয় প্ৰত্নতত্ত্ব বিভাগৰ ১৯০৬ চনৰ বাৰ্ষিক প্ৰতিবেদনত এই সম্পৰ্কে অধীক্ষক টি. ব্লকে বিস্তাৰিতভাবে উল্লেখ কৰিছিল। ১৯০৬ চনৰ ১৮ জানুৱাৰী তাৰিখে লিখা এই চিঠিত মোনাহনে এই ধ্বংসাৱশেষ আৰু খনন কাৰ্য্যৰ বিষয়ে অধিক গৱেষণা আৰু বিশ্লেষণ চলাবলৈ পৰামৰ্শ দিছিল।

দুৰ্ভাগ্যবশতঃ এই প্ৰাচীন সম্পদ ৰাজি এনেদৰে কাছাৰী চৌহদত আৰু তেজপুৰ মৈদানত পোত খাই থাকিল। প্ৰাপ্ত ধ্বংসাৱশেষখিনি উপাযুক্ত কো'ল চাহাবে ষ্টেচন ক্লাব আৰু কোল উদ্যানত স্থানান্তৰ কৰি থলে। প্ৰত্নতাত্বিক খনন কাৰ্য্যৰদ্বাৰা এই স্থানত অধিক অনুসন্ধান চলোৱা নহ'ল। বৃটিছৰ সদৰ কাছাৰী গৃহ-নিৰ্মাণৰ কাম স্থগিত কৰি অন্য স্থানলৈ পৰিবৰ্ত্তন কৰাও নহল।

১৮৭২ চনত তেজপুৰ এখন 'চিভিলষ্টেচন' বা সদৰঠাই হিছাপে পৰিগণিত হয়। তেতিয়া জনসংখ্যা হৈছিল ১৮৭৭ জন। ১৮৮৩ চনৰ ৮৯ নং জে, তাং ১৯।৯২।১৮৮৩ নথি মতে এই সদৰ ঠাইৰ সীমা নিৰ্দ্ধাৰণ হয় এনেদৰেঃ

উঃ ডেকাৰ গাঁও মৌজাৰ দক্ষিণ সীমাস্থ চৰকাৰী ৰাস্তা।

দঃ ব্ৰহ্মপুত্ৰ।

পূঃ মৰাভৰলী নদী।

পঃ পৰ্বতীয়া মৌজাৰ দক্ষিণ সীমাস্থ সীমাৰেখা।

১৮৯১ চনত প্ৰথমবাৰৰ বাবে তেজপুৰ চহৰৰ জৰীপ মেপ প্ৰস্তুত হৈছিল। জোখ ১৬"= ১ মাইল। ১৮৭৬ চনৰ বেংগল পৌৰ আইনৰ ৮ ধাৰা মতে ১৮৯৩ চনত তেজপুৰ পৌৰ চহৰ ঘোষিত হয়। চৰকাৰী অধিসূচনা আছিল নং ৯৩৪৩ জে. তাং ২০-১২-১৮৯৩। ১৮৯৪ চনৰ ১ জানুৱাৰীৰ পৰা ই বলবৎ হৈছিল। চহৰৰ সীমা ধাৰ্য্য

[2] Archaeological survey of India Annual report 1906-7. by T. Block.

কৰা হৈছিল ১৮৯১-৯২ চনৰ মেপত দে... া মতে। সেই সীমা এনেধৰণৰ আছিল—

উঃ ডেকাৰ গাঁও, বামুণ চুবুৰী আৰু বা...কা চুবুৰী।

দঃ ব্ৰহ্মপুত্ৰ নদী।

পূঃ কলিবাৰী চুক।

পঃ হুজৰাপাৰ ডেকাৰ গাঁও।

১৮৮৩ চনৰ সদৰ ঠাই হিচাপে ঘোষিত সীমাৰ লগত ১৮৯৩ চনত ঘোষিত তেজপুৰ চহৰৰ সীমাৰ যৎসামান্যহে পৰিৱৰ্ত্তন হৈছিল। এই সীমাৰে আগুৰা চহৰখনৰ মাটি কালি আছিল ২৩২৫ বিঘা। তাৰ ভিতৰত—

| | | | |
|---|---|---|---|
| (১) | চৰকাৰী গৃহ আৰু ৰাজহুৱা উদ্দেশ্যত সংৰক্ষিত | | ৭২১ বিঘা |
| (২) | ৰাস্তা, নৰ্দমা আদি | | ২১৯ বিঘা |
| (৩) | জলাতক, হোলা, বিল | | ৩২২ বিঘা |
| (৪) | পতিত চৰকাৰী | | ১৫০ বিঘা |
| | | মুঠ | ১৪১২ বিঘা |
| (৫) | একচনা খেৰাজ | | ৭৮৮ বিঘা |
| (৬) | নিষ্পিখেৰাজ | | ১২৫ বিঘা |
| | | মুঠ | ২৩২৫ বিঘা |

এই সময়ছোৱাৰ ভিতৰত মানুহৰ বন্দৱস্তী মাটি একচনা খেৰাজ হি চাপেহে থকা দেখা যায়। নিষ্পিখেৰাজ মাটি দহবছৰীয়া পট্টাৰ আছিল। ইয়াৰ ভিতৰত ৯৪ বিঘাৰ অৰ্দ্ধ খাজানা আৰু ৩১ বিঘাত সম্পূৰ্ণ খাজানা নিষ্পিখেৰাজদাৰসকলে দিব লাগিছিল। এই মাটি দেৱালয়ৰ বাবেহে প্ৰদত্ত আছিল। ১৮৯৩ চনত দহবছৰীয়া কাল শেষ হোৱাত ১৮৯৪ চনৰ ১ এপ্ৰিলৰ পৰা এই মাটিত প্ৰথমবাৰৰ বাবে ৩০ বছৰলৈ পুনৰ খাজানা ধাৰ্য্য কৰা হৈছিল। কিন্তু পুনৰ বন্দৱস্তী নিয়মাৱলীৰ অধীনত তেজপুৰ চহৰৰ পোনপ্ৰথম পুনৰ বন্দৱস্তী আৰু খাজানা নিৰ্দ্ধাৰণৰ কাম শেষ হৈছিল ১৮৯৮ চনত। বন্দৱস্তী প্ৰাধিকাৰী আছিল ৰায় বাহাদুৰ শৰৎ চন্দ্ৰ বেনাৰ্জ্জী।

খেৰাজ মাটিসমূহৰ বাবে খাজানা নিৰ্দ্ধাৰিত হৈছিল এনেদৰেঃ

| বস্তি | বিঘা হাৰ |
|---|---|
| প্ৰথম শ্ৰেণী | ৮.০০ টকা |
| দ্বিতীয় শ্ৰেণী | ৭.০০ টকা |
| তৃতীয় শ্ৰেণী | ৬.০০ টকা |
| চতুৰ্থ শ্ৰেণী | ৪.০০ টকা |

বেপাৰ

| | |
|---|---|
| প্ৰথম শ্ৰেণী | ১৫.০০ টকা |
| দ্বিতীয় শ্ৰেণী | ১০.০০ টকা |

ত্ৰিশ বছৰৰ বাবে প্ৰদত্ত পট্টাত, এই খাজানা নিৰ্দ্ধাৰিত হৈছিল 'প্ৰগ্ৰেছিভ' বৰ্দ্ধনৰ নিয়মমতে।

চহৰৰ খেতিৰ মাটিত বিঘা প্ৰতি ২.০০ টকা হাৰঁ প্ৰযোজ্য হৈছিল।

১৯০৮ চনত ৩০ জানুৱাৰীৰ ৭১২ এম্ অধিসূচনা মতে বাৰিকাচুবুৰী গাঁওৰ পৰা ৪৯ বিঘা মাটি তেজপুৰ চহৰত সংযোজন কৰি দিয়া হৈছিল। ১৯১৫ চনৰ ২ জানুৱাৰীৰ ৪ এম্ অধিসূচনা মতে পুনৰ সংশ্লিষ্ট ৫ খন গাঁওৰ মুঠ ৮০১ বিঘা লগলগাই চহৰৰ সীমা বৰ্দ্ধিত কৰা হৈছিল। ১৯১৫ চনত ৬ জানুৱাৰীৰ অসম ৰাজপত্ৰত এই সীমা প্ৰকাশিত হৈছিল এইমতে ৩

উঃ ডেকাৰ গাঁও, বামুণ চুবুৰী, বাৰিকাচুবুৰী।

দঃ ব্ৰহ্মপুত্ৰ নদী।

পূঃ কলিবাৰী চুক।

পঃ হজৰাপাৰ ডেকাৰ গাঁও।

১৯৩২ চনত ৩২"=১ মাইল জোখৰ জৰীপমেপমতে তেজপুৰ চহৰৰ পুনৰ জৰীপ হয়। মুঠ মাটি কালি হয় ৩১৮৯ বিঘা। ইয়াৰ ভিতৰত ১৬৭৯ বিঘা খেৰাজ, ১৫৭ বিঘা নিষ্পিখেৰাজ মাটি আৰু বাকী মাটি চৰকাৰী।

১৯৬৬ চনত বামুণ চুবুৰী, ডেকাৰ গাঁও আৰু হজৰাপাৰ-ডেকাৰ গাঁও আৰু বাৰিকাচুবুৰী গাওঁৰ পৰা মুঠ ২১৪২ বিঘা মাটি পুনৰ সংযোজন কৰি তেজপুৰ চহৰৰ সীমা বৰ্দ্ধিত কৰা হয়। অধিসূচনা নং এল, এম, এল, ২৪০-৬৩-৯১০ তাং ৯ আগষ্ট, ১৯৬৬ চন।

সৰ্বমুঠ মাটি হয় ৫৩২৮ বিঘা বা ৭.১২ বৰ্গ কি. মি.।

**বৰ্ত্তমান তেজপুৰ চহৰৰ সীমা ঃ**

উঃ বামুণ চুবুৰীৰ অংশ, ডেকাৰগাঁও আৰু মাজগাঁও।

দঃ ব্ৰহ্মপুত্ৰ নদী।

পূঃ বাৰিকা চুবুৰী, বালিচাপৰি, কলিবাৰী চুক আৰু কলিবাৰী ৰাজহ চহৰ।

পঃ ডেকাৰ গাঁওৰ অংশ আৰু হজৰাপাৰ ডেকাৰ গাঁওৰ অংশ।

**তেজপুৰ পৌৰসভা ঃ**

তেজপুৰ পৌৰ চহৰ ১৮৯৩-৯৪ চনত গঠিত হোৱাৰ পাছত তেজপুৰৰ প্ৰথম পৌৰসভাখন গঠিত হৈছিল তলত লিখা সদস্যসকলৰ সৈতে।

---

৩ Assam Gazette, Part II, page 8.

তেওঁৰ পৰবৰ্ত্তী প্ৰধান শিক্ষক * জ্ঞানেন্দ্ৰ মোহন সেনৰ তেজপুৰ বিদ্যালয়ৰ কাৰ্য্য পৰিচালনাত উৰ্ধতন কতৃপক্ষ খুব সন্তুষ্ট হোৱা নাছিল।

"There has been little supervision by the Headmaster or the Assistant Headmaster and class teaching evidences much misdirected effort and waste of time."

[১৯২৪ চনৰ জুলাই মাহৰ পৰিদৰ্শক স্মল চাহাবৰ টোকা].

পাছৰ বছৰত তেখেতে লিখিছিল ঃ

. On the whole the work of the school has improved since my last visit.

পৰিদৰ্শন টোকাত শিক্ষক * চন্দ্ৰমোহন মজুমদাৰ, * লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী, * বেণুধৰ দাস আৰু স্কাউট শিক্ষক * কামিনীকান্ত শৰ্মাই উচ্চ প্ৰশংসা লাভ কৰা দেখা যায়।

Good work is being done by Shrijut K.K.Sarma who is incharge of mathematics in the upper classes and by Shrijut Benudhar Das in direct method of English.

[১৯২৫ চনৰ স্মল চাহাবৰ টোকা]

১৯২৭-২৮ চনৰ সময়ছোৱাত বিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল * ভাৰত চন্দ্ৰ চলিহা। সেই সময়তে সুখ্যাতিসম্পন্ন শিক্ষক আৰু নাট্যকাৰ * ইন্দ্ৰেশ্বৰ বৰঠাকুৰো এই বিদ্যালয়ত আছিল। ১৯২৯ চনত * চলিহা ছুটী লৈ যোৱাত * বৰঠাকুৰ ভাৰপ্ৰাপ্ত [Officiating] প্ৰধান শিক্ষক হৈছিল। এই সময়ত শিক্ষক আছিল ১৬ জন। সুশিক্ষক শ্ৰীগোপীৰাম মেধিও তেতিয়া সোমাইছিলহি।*

এই সময়ছোৱাতে অসম উপত্যকাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক G.A.Small শিক্ষাধিকাৰ হোৱাত তেওঁৰ স্থানত পৰিদৰ্শক হৈছিল যশস্বী শিক্ষাবিদ * শৰৎ চন্দ্ৰ গোস্বামী। ৪-৩-১৯২৯ তাৰিখে তেওঁ এই বিদ্যালয় প্ৰথম পৰিদৰ্শন কৰে। স্মল চাহাবৰ দৰে তেওঁ শ্ৰেণীসমূহ পৰীক্ষা কৰি সুবিস্তৃত পৰিদৰ্শন টোকা লিখিছিল। তেওঁৰ এই টোকাত * ইন্দ্ৰেশ্বৰ বৰঠাকুৰক ছবি অংকন পদ্ধতি ড্ৰইং মাষ্টাৰক সুন্দৰকৈ বুজাই দিয়া কাৰ্য্যৰ আৰু তেওঁ পৰিচালনা কৰা স্কাউটৰ ব্যৱস্থাৰবাবে আৰু শ্ৰীগোপীৰাম মেধিক অংক শিকোৱাৰ ভাল পদ্ধতিৰ বাবে ভূয়সী প্ৰশংসা কৰা হৈছিল। অসমীয়া আৰু ইংৰাজী ভাষাৰ বাক্য গঠন, ইংৰাজী ভাষাৰ অনুবাদ আদিত পৰিকল্পিত Scheme ৰ গুৰুত্বৰ বিষয়ে লিখিছিল। ১৯৩৩ চনৰ ২১-২২ ডিচেম্বৰ তাৰিখে কৰা পৰিদৰ্শনত তেওঁ লিখিছিল ঃ

---

*শ্ৰী মেধিয়ে এই বিদ্যালয়ৰ শতবাৰ্ষিকী উৎসৱ পালন উপলক্ষে প্ৰস্তুত কৰা 'স্মৃতিগ্ৰন্থ'ত প্ৰকাশিত এটি সাক্ষাৎকাৰত কোৱা মতে ১৯২৬ চনৰ আগষ্ট মাহত এই বিদ্যালয়ত যোগদান কৰিছিল।

:Mathematics has been well taughat throughout the School. Sjt. Gopinath Medhi, Sjt. Dandinath Kalita and Sjt. Mahikanta Mahanta are to be congratulated on their good work:

১৯৩৯ চনত শিক্ষাধিকাৰ স্মল চাহাবে কৰা এটা পৰিদৰ্শনত লিপিবদ্ধ হৈছেঃ

During a rather hurried inspection of classes I noted very excellent teaching of English by Sjt. Benudhar Das.

[২৩-৫-১৯৩৯ ৰ টোকা]

এই বিদ্যালয়ত স্কাউট শিক্ষাৰ বৰ সুনাম হৈছিল। প্ৰতিটো বছৰৰ পৰিদৰ্শন টোকাতে স্কাউটৰ প্ৰশংসা লিপিবদ্ধ আছে। ছাত্ৰৰ স্কাউট প্ৰদৰ্শনী চাই পৰিদৰ্শক স্মল চাহাব খুব সন্তুষ্ট হৈ তেজপুৰত ই খুব জনপ্ৰিয় বুলিও লিখি গৈছে। ৯-১-২৮ তাৰিখে তেতিয়াৰ গৱৰ্ণৰ লৰী হেমণ্ডে লিখিছিল ঃ

I visited the Tezpur High School today, and was very pleased with all I saw. The boy Scouts gave a very creditable display. I hope their members will increase. I am sending a subscription of Rs. 50/- for them.

আগৰ বছৰ অৰ্থাৎ ১৯২৭ চনৰ ৫ ফেব্ৰুৱাৰী তাৰিখে তেতিয়াৰ গৱৰ্ণৰ জন কেৰে এই অনুষ্ঠান পৰিদৰ্শন কৰি ছাত্ৰৰ 'কমন ৰুম'ৰ বাবে ১০০ টকা দান দি গৈছিল। ১৯৩৯ চনত তদানীন্তন গৱৰ্ণৰ আৰ এন ৰেইডে পৰিদৰ্শন কৰি স্কাউটিঙৰ প্ৰশংসা কৰিছিল আৰু তাৰ বাবে ৫০ টকাৰ বৰঙণি দিয়া হ'ব বুলি ২২-২-৩৯ তাৰিখে পৰিদৰ্শন বহীত লিখি গৈছিল।

১৯৩৩-৩৫ চনত প্ৰধান শিক্ষক ˚পি, চি, ৰয়। ˚পূৰ্ণ চন্দ্ৰ ৰয়ৰ দিনতে ১৯৩৩ এই বিদ্যালয়ে ৰাজ্যৰ 'মেৰিট' তালিকাত প্ৰথম স্থান লাভ কৰা কথা উল্লেখ হৈছে। ১৯৩৬-৩৭ চনত ˚সতীশ চন্দ্ৰ চক্ৰৱৰ্ত্তী। ১৯৩৮ চনত ভাৰপ্ৰাপ্ত প্ৰধান শিক্ষক˚ হিমধৰ গগৈ। শিক্ষক হিচাপে ˚গগৈয়েও পৰিদৰ্শক সকলৰপৰা ভাল প্ৰশংসা পাইছিল। ইচলামীয় শিক্ষাৰ সহকাৰী শিক্ষাধিকাৰ এ, ৰহমানে ২০।১।১৯৩৮ তাৰিখে এই বিদ্যালয় পৰিদৰ্শন কৰি টোকা লিখিছিল এনেদৰে ঃ

: It is a pleasure to visit a school like this, every classroom a picture of neatness and a fine little garden in front of one of the blocks. I went round the classes and came back with the impression that every part of the school authority bears the impress of the officiating Headmaster Sjt. Himadhar Gogoi.

১৯৩৯ চনত প্ৰধান শিক্ষক˚ অক্ষয় কুমাৰ ভট্টাচাৰ্য। এই সময়তে ৪।১১।১৯৩৯ তাৰিখে অসমৰ তেতিয়াৰ প্ৰধানমন্ত্ৰী লোকপ্ৰিয় ˚ গোপীনাথ বৰদলৈয়ে এই বিদ্যালয় পৰিদৰ্শন কৰিছিল। পাছত আকৌ ২২।৮।৪৬ তাৰিখে তেখেত পুনৰ আহি বিদ্যালয়ৰ

সম্প্ৰসাৰণ গৃহৰ প্ৰয়োজনীয়তাৰ কথা টোকাত লিখি থৈ গৈছিল। ৯।৮।৪৬ তাৰিখে acting গৱৰ্ণৰ Frederik Chalmers Bourne য়েও এই অনুষ্ঠান পৰিদৰ্শন কৰিছিল।

১৯৪৩-৪৫ চনত প্ৰধান শিক্ষক আছিল * কমলাকান্ত ভূঞা। এখেত বৰপেটা হাইস্কুলতো প্ৰধান শিক্ষক আছিল। সাহিত্যাচাৰ্য্য * অতুল চন্দ্ৰ হাজৰিকাই তেওঁৰ 'স্মৃতি লেখা'ত প্ৰধান শিক্ষক ভূঞাৰ বিষয়ে উল্লেখ কৰিছে। উল্লেখনীয় যে ভূঞাৰ প্ৰধান শিক্ষকতাৰ কালছোৱাত বিদ্যালয় পৰিদৰ্শক আৰ, আৰ, থমাছে অনুষ্ঠানটিৰ সম্পৰ্কে বিৰূপ মন্তব্য কৰা দেখা গৈছে। বিদ্যালয় পৰিচালনাৰ শিথিলতা, শৃঙ্খলাৰ অভাৱ আৰু প্ৰধান শিক্ষকৰ কাৰ্য্যদক্ষতাৰ অৱনতিৰ বিষয়ে লিখি থমাছে সাৱধান কৰি দিয়া দেখা যায়।

১৯৪৬-৪৮ চনত * বসন্তকুমাৰ বৰুৱা প্ৰধান শিক্ষক হয়। এই সময়তে তেজপুৰত ছাত্ৰাবাস দুটা হৈছিল; এটা হিন্দুসকলৰ বাবে, বাকীটো মুছলমান ছাত্ৰৰ বাবে। হিন্দু ছাত্ৰৰ ছিট আছিল ৪৬ টা আৰু মুছলমান ছাত্ৰৰ বাবে আছিল ৮ টা। পাছলৈ মুছলমান ছাত্ৰ বোৰ্ডিঙত থকা নাছিল। ১৯৪৯-৫১ চনলৈ প্ৰধান শিক্ষক আছিল * ৰজত চন্দ্ৰ বৰুৱা।

**পৰিদৰ্শন টোকাত বঙালী মজলীয়া ইংৰাজী আৰু উচ্চ ইংৰাজী বিদ্যালয় প্ৰসংগ ঃ**

তেজপুৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত অসমীয়া আৰু বঙালী উভয় ছাত্ৰই পঢ়িছিল। কিন্তু পাছলৈ বাংলা এম, ই, স্কুল এখন প্ৰতিষ্ঠা হৈছিল আৰু তাৰ পাছত সেইখন উচ্চ ইংৰাজী বিদ্যালয় হৈছিল। এই সম্পৰ্কত বিদ্যালয়-পৰিদৰ্শন-টোকাত থকা সংবাদখিনি প্ৰণিধানযোগ্য। ইয়াৰপৰা বৰ্ত্তমানৰ বাংলা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ জন্মকাল যে ১৯৩৬ চন সেইটোও জানিব পৰা যায়।

৯৮।২।৩১ তাৰিখে তেজপুৰ বিদ্যালয় পৰিদৰ্শন কৰি তেতিয়াৰ মাননীয় শিক্ষামন্ত্ৰী আব্দুল হামিদে লিখিছিল ঃ

Complaints were made to me that though in Tezpur town there is a big Bengali settement, no provision for teaching of Bengali boys is available in the school from class VI downward. A provision for Bengali teaching in these classes might have removed the necessity of having a separate M. E. School exclusively for Bengalis. The D.P.I. will undoubtedly see if anything can be done to removė the grievances.

কাৰ্য্যতঃ এই চিন্তা ফলবৰ্ত্তী নোহোৱাত উক্ত M. E. School হৈ উঠিল আৰু ১৯৩৫ চনৰ ১৯।২০ আগষ্টৰ পৰিদৰ্শক * গোস্বামীৰ টোকাত প্ৰসংগৰ উত্থাপন হ'ল এনেদৰে ঃ

There has been a proposal to develop the local Bengali M. E. School into a high school to serve all the Bengali boys of the Tezpur area. Should this proposal go through, the Government High School will be only for boys who take up Assamese as their venacular. The proposal involves the transfer of the Bengali boys of the Tezpur Academy to the Bengali High School and local Assamese M. E. School. The effect on the Govt. High School will be that it will at once be a two-sectioned school upto Class VIII. Eventually the Assamese M. E. School will also have to be raised to the high school standard.

একে সময়তে শিক্ষাধিকাৰ স্মল চাহাবে লিখিলে ঃ

In view of the fact that teaching through the medium of vernacular is being introduced, the local Bengali residents propose to start a Bengali High School or rather to add the High School classes to the aided Middle English School. **This seems to be a sound plan.** The number of Bengali boys in the Government High School is 38 and in Tezpur Academy 77, total 115. If I am given funds for increase of the grant, there should be no difficulty in starting the Bengali High School from next session.

It will be necessary to retain Bengali as an optional subject in the Govt. High School.

[২০।৮।৩৫ ৰ টোকা ]

**'দৰং মেডেল'**

প্ৰবেশিকা পৰীক্ষাৰ ফলাফলৰ প্ৰসংগত 'দৰং মেডেল' সম্পৰ্কে উল্লেখ কৰি অহা হৈছিল। বৃটিছাধীন চৰকাৰৰ সময়ত স্কুলীয়া আৰু কলেজৰ শিক্ষা উভয়তে ছাত্ৰসকলে বিশিষ্ট আৰু উত্তম ফলাফল লাভ কৰাৰ ক্ষেত্ৰত উৎসাহ আৰু প্ৰেৰণা যোগাবৰ বাবে কোনো কোনো সদাশয় ব্যক্তি আৰু ৰাজহুৱা অনুষ্ঠানে স্মৃতি সংৰক্ষণৰ উদ্দেশ্যত চৰকাৰক টকা দি ন্যাস প্ৰতিষ্ঠা কৰিছিল। বৃটিছ চৰকাৰে দাতাৰ ইচ্ছানুসাৰে সেই টকাৰে ন্যাস গঠন কৰি প্ৰতিবছৰে নিয়মিত ভাবে যোগ্য ছাত্ৰক ন্যাসৰ বিধিমতে বটা বা মেডেল প্ৰদান কৰি আছিল। এই ব্যৱস্থা শিক্ষা-বিধিত ভুক্ত কৰি চৰকাৰী কৰি লোৱা হৈছিল। চৰকাৰী শিক্ষা- বিধিত বহু ন্যাস-পুঁজিৰ বিস্তৃত উল্লেখেৰে সেইবোৰ এতিয়াও উল্লেখ হৈ থকা জনা যায়। শিক্ষা-

সংস্কৃতিৰ নামত প্ৰদত্ত ন্যাস  আৰু প্ৰতিযোগিতাসমূহ বিভিন্ন বোৰ্ড, শিক্ষাধিকাৰ আৰু দুই উপত্যকাৰ অসম উপত্যকা আৰু সুৰমা উপত্যকা পৰিদৰ্শক দুগৰাকীৰ হাতত ন্যস্ত হৈছিল।

'দৰং পুৰস্কাৰ আৰু মেডেল ন্যাস পুঁজি' (Darrang Prize and Medal Trust Fund) অসম উপত্যকাৰ পৰিদৰ্শকৰ হাতত অৰ্পিত আছিল। শিক্ষা বিধিত থকা (Sec.84) এই পুৰস্কাৰ সম্পৰ্কীয় তথ্য আৰু সংবাদখিনি তলত উদ্ধৃত কৰা হ'ল। এই পুৰস্কাৰ স্বাধীনতাৰ পাছত প্ৰায় দুই দশকলৈ চালু হৈ আছিল। এতিয়া কি হৈছে জনা নাযায়। এইবোৰ ন্যাস-পুঁজি এতিয়া বিস্মৃতিৰ গৰ্ভত। কিন্তু চৰকাৰেই আছিল ইয়াৰ পৰিচালক আৰু তত্বাৱধায়ক।

পঞ্চাশৰ দশকলৈ এই বৃত্তি চলি থকা কথা জনা যায়।

## Darrang Prize and Medal Trust Fund

The interest of the fund will be expended in awarding annually three prizes or silver medals, one to the

(i) most successful Hindu candidate,

(ii) most successful Muhammadan candidate, and

(iii) the most successful Kachari candidate.

appearing at the matriculation examination from any of the high schools in the district of Darrang.

If no Kachari candidate from Darrang district passes the matriculation examination in any year, the third medal will be awarded to the Kachari boy who stands first amongst the successful candidates from schools in the district at one or other of the following examinations :-

(a) M.V. pass certificate and scholarship examination.

(b) The M.E. pass certificate and scholarship examination.

(c) The primary scholarship examination.

[Sec. 84 Trust Funds Administered by the Inspector of Schools, A.V. Circle, Assam Education Department Rules, 1930]

এইদৰে তেজপুৰ উচ্চ ইংৰাজী বিদ্যালয় (বৰ্তমান উচ্চতৰ মাধ্যমিক বিদ্যালয়) তেজপুৰত শিক্ষাৰ এক পিতৃ-অনুষ্ঠান । ইয়াৰ পবিত্ৰ জ্যোতিয়ে সদৌ অসমতে স্থায়ী পোহৰ বিকিৰণ কৰি আছে । ইয়াৰ সুদীৰ্ঘ ইতিহাস উত্তৰ পুৰুষৰ বাবে এক উজ্জ্বল প্ৰেৰণা।

***

# তেজপুৰত স্ত্ৰী-শিক্ষাৰ প্ৰথম অনুষ্ঠান ঃ
## তেজপুৰ ছোৱালী বিদ্যালয়

'তেজপুৰ ছোৱালী স্কুল' বুলি নাম থকা বিদ্যালয় এখনেই তেজপুৰত স্ত্ৰী শিক্ষাৰ বাবে প্ৰথম অনুষ্ঠান। এই বিদ্যালয়খনৰ স্থান আছিল বৰ্তমানে থকা বঙালী ছোৱালী হাইস্কুল আৰু বঙালী নিম্ন প্ৰাইমাৰী স্কুলখন থকা ঠাইতে। 'টাউন হল' অৰ্থাৎ হেমবৰুৱা হলৰ পিছফালে। এই মাটি আছিল পৌৰ সভাৰ আৰু ১৮৯১-৯২ চনৰ ৰাজহ মেপ মতে তেতিয়াৰ দাগ নং আছিল ৬৬৭। ১৮৯৩ চনৰ নং ৮৩২ আৰ। ৮৮৯৭ তাং ২৯।১১।৯৩ মতে আৰু ১৮৯৯ চনৰ তেজপুৰ চহৰৰ বন্দবস্তী প্ৰতিবেদনৰ টোকা মতে পোৰ সভাই এই মাটিৰ বাবে চৰকাৰক কোনো কৰ দিব নালাগিছিল। উল্লেখিত প্ৰতিবেদনত এই স্থানত উক্ত ছোৱালী বিদ্যালয়খন আছিল বুলি উল্লেখ হৈছে।[১]

তেজপুৰ চহৰৰ অসমীয়া আৰু বঙালী উভয় সম্প্ৰদায়ৰ ছোৱালীয়ে তাত পঢ়িছিল। ছাত্ৰীৰ সংখ্যা বৰ সৰহ নাছিল। শিক্ষাৰ মাধ্যম আছিল বঙালী। অসমীয়া আৰু বঙালী কিছু সংখ্যক লোকে লগ লাগি এই বিদ্যালয়খন পৰিচালনা কৰিছিল। মাহে মাহে অভিভাৱকসকলে এক/দুই অনাকৈ বৰঙণি দিছিল।

ছোৱালীৰ লগতে প্ৰাথমিক শিক্ষাৰ বাবে কেইবাজনো অসমীয়া ল'ৰায়ো ইয়াতে পঢ়িছিল। লোকনায়ক অমিয় কুমাৰ দাসদেৱে তেজপুৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্ত্তি হোৱাৰ আগতে এই ছোৱালী বিদ্যালয়ত দুবছৰ পঢ়িছিল।[২]

স্বৰ্গীয় অমিয় কুমাৰ দাসদেৱ ইয়াতে পঢ়ি থকা সময়তে এই বিদ্যালয় পৰিদৰ্শন কৰিবলৈ আহিছিল শিক্ষা বিভাগৰ ডাইৰেক্টৰ বুথ চাহাব। তেওঁ পৰিদৰ্শন কৰি এই বিদ্যালয়ত ল'ৰা পঢ়া বন্ধ কৰি দিছিল বুলি জনা যায়। ইয়াত ভৰ্তি হোৱা ছাত্ৰসকলক উচ্চ ইংৰাজী ছাত্ৰৰ বিদ্যালয়লৈ বদলি কৰি দিয়া হৈছিল।

এই বিদ্যালয়ত সেই সময়ত দুগৰাকী শিক্ষয়িত্ৰী আছিল। প্ৰধান শিক্ষয়িত্ৰী আছিল স্বৰ্ণলতা দত্ত। ইয়াৰ আগতে তেওঁ এখন নগাঁৱৰ বিদ্যালয়ত আছিল। স্বৰ্ণলতা দত্তৰ পিতৃ আছিল তেজপুৰৰ 'মধ্য ছাত্ৰবৃত্তি বঙ্গ বিদ্যালয়'ৰ প্ৰধান শিক্ষক গুৰুনাথ দত্ত।

---

1 Assam Secretariet– Rev. A. March 1899 Nos. 11-19: Re-Settlement of Town land.
2 জীৱন-স্মৃতি ঃ অমিয় কুমাৰ দাস।

স্বৰ্ণলতাৰ আন এটা নাম আছিল টুলু। তেওঁ বৰ ধৰ্মপৰায়ণা আছিল আৰু সকলোৱে পাছত তেওঁক 'দিদিমা' বুলি মাতিছিল। স্বৰ্গীয় লক্ষ্মীকান্ত বৰকাকতীৰ পুত্ৰ ব্ৰহ্মানন্দ বৰকাকতিদেৱে স্বৰ্ণলতাৰ জীয়াৰী কিৰণবালা দত্তক বিয়া কৰাইছিল। এই বিদ্যালয়ত পাছলৈ কিৰণবালা দত্ত প্ৰধান শিক্ষয়িত্ৰী হৈছিল। স্বৰ্ণলতা দত্তই 'নৰ্মাল' পাছ কৰিছিল আৰু কিৰণবালা দত্তই সেইসময়ত 'মেট্ৰিকুলেছন' পৰ্য্যন্ত পাঢ়িছিল।

তেজপুৰত 'তেজপুৰ ছোৱালী স্কুল'খনেই স্ত্ৰী শিক্ষাৰ বাবে প্ৰথম অনুষ্ঠান যদিও ইতিমধ্যে তেজপুৰত গঠিত হোৱা তেজপুৰ পৌৰসভাই ১৮৯৪ চনত দুখীয়া পৰিয়ালৰ লৰা-ছোৱালীৰ বাবে এখন 'দুখীয়া স্কুল' স্থাপন কৰাৰ কথা জনা যায়। বৰ্ত্তমানে যি ঠাইত 'চেণ্ট্ৰেল কো-অপাৰেটিভ বেংক' অবস্থিত আছিল, সেই ঠাইতেই হেনো তেতিয়া এই বিদ্যালয়খন আছিল। পাছলৈ এইখনেই 'কাৰ মেমৰিয়েল স্কুল' হয়।[৩] দুখীয়া ছোৱালীৰ বাবেও এই প্ৰাথমিক বিদ্যালয়তে ব্যৱস্থা থকাৰ বাবে এইখনেই তেজপুৰত প্ৰাইমেৰী শিক্ষাৰ প্ৰথম অনুষ্ঠান বুলি ধৰিব পৰা যায়।

১৯০৩-০৪ চনৰ ভিতৰত ঁভবানীচৰণ ভট্টাচাৰ্য্য আদিৰ দ্বাৰা কলিবাৰীত তেওঁলোকৰ বাসভৱনৰ সন্মুখত ল'ৰা-ছোৱালী কেইটামান গোটাই এখন ছোৱালী স্কুল স্থাপন কৰাৰ কথা জনা যায়। কিন্তু এমুৰীয়া হোৱা বাবে ইয়াত সৰহ সংখ্যক ছাত্ৰী হোৱা নাছিল। পাছত টাউন হলৰ ঘৰটোকে লৈ অসমীয়া স্কুল এখন ইয়াত খোলা হৈছিল। ইয়াত প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব লৈছিল ঁনিৰ্মলা দেৱীয়ে। (ঁনিৰ্মলা দেৱী ঁঅমিয় কুমাৰ দাসৰ জেঠায়েকৰ জীয়েক আছিল)। ১৯০৮ চনৰপৰা এইখনেই 'তেজপুৰ অসমীয়া বালিকা মজলীয়া বিদ্যালয়' হিচাবে খ্যাত হয়। তেজপুৰত অসমীয়া ছোৱালী বিদ্যালয় ১৯০৮-০৯ চনৰ ভিতৰত হোৱাৰ কথা আন এটা সংবাদৰ পৰা জনা যায়। ১৯০৯ চনৰ ১০ ফেব্ৰুৱাৰী তাৰিখে শিৱসাগৰৰ ঁফণীধৰ চলিহাই তেজপুৰত সেই সময়ত থকা ঁহেমচন্দ্ৰ গোস্বামীলৈ চিঠি লিখিছিল। সেই চিঠিত ঁগোস্বামীলৈ তেতিয়াৰ D.P.I. Sharp এ তেজপুৰত ছোৱালী বিদ্যালয় সম্পৰ্কে মতামত খোজাৰ কথা উল্লেখ আছে। সেই চনতে আন এখন তেওঁৰ চিঠিত (১৩/৩/০৯) অসমীয়া ছোৱালী স্কুলটো স্থায়ী কৰাৰ কথা আৰু চৰকাৰৰ পৰা সহায় লবলৈ চেষ্টা কৰাৰ কথা আৰু ডালিম ধৰাই ৪০.০০ টকা মঞ্জুৰী লাগে বুলি চৰকাৰলৈ আবেদন কৰাৰ কথা উল্লেখ হৈছে।[৪]

'তেজপুৰ বালিকা বিদ্যালয়'খন পাছত 'তেজপুৰ মধ্য বঙ্গ বালিকা বিদ্যালয়' হিচাপে পৰিচিত হয়। কেতিয়াৰপৰা ই মধ্য বিদ্যালয় হৈছিল জনা নাযায়। কিন্তু ১৯১২ চনৰ বিভিন্ন নথি, টোকা আৰু বহী আদিত ইয়াক শেষৰটো নামেৰে লিখা হৈছিল। কিন্তু

---

৩। ১৯৭৭-৭৮ চনৰ 'তেজপুৰ মহাবিদ্যালয় আলোচনী'ত প্ৰকাশিত অধ্যাপক ৰবীন শৰ্মাৰ প্ৰবন্ধ 'ভবানী চৰণ ভট্টাচাৰ্য্য আৰু তেওঁৰ সমসাময়িক তেজপুৰ' (পৃ. ৭৭)ত লিপিবদ্ধ কৰা এই প্ৰসংগৰ একে সংবাদে আমাৰ অনুসন্ধানক দৃঢ়ীকৰণ কৰিছে।

৪। বেণুধৰ শৰ্মা ৰচনাৱলী (চতুৰ্থ খণ্ড) ঃ চৌকোণা বাহৰ কুঁচা; পৃষ্ঠা ৪৫-৪৬।

১৯০৯ চনৰ দুখন চিঠিৰপৰা জনা যায় যে তেতিয়ালৈ অসম চৰকাৰৰ চিঠি পত্ৰত Tezpur Girls' School হিচাপে উল্লেখ আছে ঃ

চিঠি দুখনৰ অংশ ইয়াত প্ৰকাশ কৰা হ'ল ঃ

(১)

Copy of the letter no 16848 L/1519 dt. 16.10.1909 from the D.P.I. Eastern Bengal and Assam to the Inspector of schools, Assam Valley & Hill Districts.

"With reference to your letter no. 798 G dated 1st October, 1909, regarding the building grant to the *Tezpur Girls' School*, I have the honour to say that no further sanction of this office is necessary. The Secretary is to submit a bill..... for drawing the balance of the grant.

এই চিঠিৰ মৰ্মে কৰণীয় হিচাপে বিদ্যালয় পৰিদৰ্শক মহোদয়ে তেজপুৰ ছোৱালী বিদ্যালয়ৰ সম্পাদকলৈ তলৰ চিঠিখন লেখিছিল ঃ

No. 10858-2g

From :

T.U. Dunn Esq. M.A.
Inspector of Schools
Assam Valley & Hill Dists.

To

The Secretary to the Tezpur Girls' School
Dated Jorhat, the 24th November, 1909

Sir,

With reference to your letter dated 5th November, 1909 regarding the building grant to the *Tezpur Girls Schools*, I have the honour to request you that you....... drawn.

I have the honour to be

Sir
Your most obedient Servant
Sd/-
Inspector of Schools.

ইয়াৰপৰা দেখা যায় যে ১৯০৯ চনত এই বিদ্যালয় 'তেজপুৰ ছোৱালী বিদ্যালয়' হিচাপে আছে। কিন্তু ১৯১২ চনৰ পৰা ইয়াৰ নাম নথি মতে 'তেজপুৰ মধ্য বঙ্গ বালিকা বিদ্যালয়' পোৱা হোৱাৰ কথা উল্লেখ কৰি অহা হৈছে।

প্ৰসংগক্ৰমে উল্লেখনীয় যে ১৯৪১ চনত হোৱা এই বিদ্যালয়ৰ বাঁটা বিতৰণীৰ এটি প্ৰতিবেদন সৌভাগ্যক্ৰমে হাতত পৰিছে। এই প্ৰতিবেদনত প্ৰধান শিক্ষয়িত্ৰী মহোদয়াই ৪৮ বছৰ পূৰ্বে এই মধ্য বংগ বিদ্যালয় প্ৰতিষ্ঠা হোৱাৰ কথা উল্লেখ কৰিছে। অৱশ্যে একেবাৰে মধ্য বিদ্যালয় হিচাপে এই অনুষ্ঠান তেতিয়া প্ৰতিষ্ঠা নহ'বও পাৰে। এই প্ৰতিবেদনমতে প্ৰতিষ্ঠাৰ সময় ১৮৯৩ চন বা ১৮৯২ চন। কিন্তু মধ্য বিদ্যালয় হিচাপে ১৯০৯-১৯১২ চনৰ ভিতৰতহে ইয়াৰ নাম 'তেজপুৰ মধ্য বঙ্গ বালিকা বিদ্যালয়' হয়।

প্ৰাপ্ত সম্পূৰ্ণ প্ৰতিবেদনটোৰ অংশ ইয়াত তুলি দিয়া হল ঃ

"মাননীয় সভাপতি, উপস্থিত ভদ্ৰমহোদয় এবং ভদ্ৰমহিলাগণ,

৪৮ বৎসৰ পূৰ্বে তেজপুৰ মধ্য বঙ্গ বালিকা বিদ্যালয় প্ৰতিষ্ঠিত হইছিল।* তখন এইটিই একমাত্ৰ বালিকা শিক্ষালয় ছিল এবং সকলদিকেই এই বিদ্যালয়টী তখনকাৰ দিনেৰ আদৰ্শ শিক্ষালয় ছিল। ১৯৩০ সনে অনেক চেষ্টা কৰিয়া এই স্কুলেই প্ৰথম ইংৰেজী শ্ৰেণী খোলা হয় এবং ১৯৩১ সন হইতে এই স্কুলেৰ ছাত্ৰী গণ মাইনৰ পৰীক্ষায় উত্তীৰ্ণ হইতে থাকে। ইহাৰ পৰ দু-এক বৎসৰেৰ মধ্যেই আমাৰ নিজেৰ শ্ৰদ্ধেয় সেক্ৰেটাৰী মহাশয়েৰ এবং উত্তীৰ্ণ কয়েকটি ছাত্ৰীৰ অভিভাৱক, পেন্সন প্ৰাপ্ত S.P. ভুবন চন্দ্ৰ গাংগুলী, ওভাৰ সিয়াৰ যতীন্দ্ৰনাথ ব্যানাৰ্জীৰ অত্যন্ত চেষ্টায় উত্তীৰ্ণা ছাত্ৰীগণকে লইয়া এই স্কুলেই হাইস্কুলেৰ ৭ম-৮ম শ্ৰেণী খোলা হয়। ইহাই নুতন উচ্চ ইংৰাজী বালিকা বিদ্যালয়েৰ ভিত্তি। এখন ভগৱৎ কৃপায় উক্ত বিদ্যালয়টি একটি পূৰ্ণাঙ্গ বিদ্যালয়ে পৰিণত হইয়াছে। ১৯৩৫ সনে উচ্চ ইংৰেজী বিদ্যালয়টী পূৰ্ণাঙ্গ ীন কৰিবাৰ জন্য মাননীয় স্কুল বিভাগেৰ ডাইৰেক্তৰ মিঃ স্মলেৰ আদেশে এই M.E. School এবং আসামী বালিকা M.E. School এৰ ইংৰেজী শ্ৰেণী তুলিয়া দেওয়া হয়। তখন হইতেই ১ম,২য় শ্ৰেণী প্ৰমোশন প্ৰাপ্ত বালিকাৰা হাইস্কুলে যাইতে আৰম্ভ কৰাতে ৩য় শ্ৰেণী হইতে ছাত্ৰী সংখ্যা অত্যন্ত কমিয়া যায়। নিতান্ত যাহাৰা ফিজ দিতে পাৰেনা কিম্বা উক্ত বিদ্যালয়ে স্থান পাইনা, তাহাৰাই এই স্কুলে থাকিয়া যায়।

ছাত্ৰীৰ সংখ্যা

১৯৩৯ ঃ ১৪০

১৯৪০ ঃ ১৫৫

১৯৪১ ঃ ১৯২

বৰ্তমানে ছাত্ৰী সংখ্যা ১৯২।

শিক্ষয়িত্ৰী ঃ ১৯৩৮ সনেৰ আগষ্ট পৰ্যন্ত ৪ জন ছিল। তাৰ পৰ হইতে ৫ জন শিক্ষয়িত্ৰী

* এই বাক্যটিৰ পৰা এই অনুষ্ঠানৰ জন্ম ১৮৯৩ চনত বুলি জনা যায়।

কাজ চালাইতেছেন। ...... শিক্ষয়িত্ৰীদিগেৰ মধ্যে মাত্ৰ একজন জুনিয়ৰ ট্ৰেনিং পাশ।
পৰীক্ষাৰ ফলাফল ঃ

| | | পৰীক্ষার্থিনী | পাশ | |
|---|---|---|---|---|
| ছাত্ৰবৃত্তি | ১৯৪০ | ৩ | ২ | |
| | ১৯৪১ | ২ | ১ | |
| প্ৰাইমাৰী | ১৯৪০ | ৯ | ৬ | |
| | ১৯৪১ | ৭ | ৭ | |
| ডিপ্লোমা সেলাই | | | | অনার্স |
| ছাত্ৰবৃত্তি | ১৯৪০ | ৩ | ১ | ২ |
| | ১৯৪১ | ২ | | খবৰ এখনো জানা নেই |
| প্ৰাইমাৰী | ১৯৪০ | ৮ | ৩ | ইত্যাদি।" * |

১৯২০ চনত ছাত্ৰবৃত্তি পৰীক্ষাৰ বাবে এই বিদ্যালয়পৰা ˚ব্ৰহ্মানন্দ বৰকাকতীৰ কন্যা নীলিমা চলিহা আৰু সেই সময়ৰ তেজপুৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক ˚গোপালগোবিন্দ কৰ গুপ্তৰ কন্যা উষাবালা কৰ গুপ্তাক প্ৰেৰণ কৰা হৈছিল। তেওঁলোক দুয়োৰে তেতিয়া বয়স ১২ বছৰ বুলি দেখুওৱা হৈছিল।

এই বছৰতে শিক্ষয়িত্ৰীসকল আছিল ঃ (১) স্বৰ্ণলতা দত্ত (২) কিৰণ বালা বৰকাকতী (৩) সৰোজিনী বিশ্বাস আৰু (৪) কুসুম কুমাৰী দাস।

জনৈক গুণাবাম ভূঞাৰ ছোৱালী লাৱণ্য ভূঞা নামৰ অসমীয়া ছাত্ৰী এজনীয়ে প্ৰাইমাৰী বৃত্তি পাই এই বিদ্যালয়তে ছাত্ৰবৃত্তি পঢ়ি আছিল। তেওঁক সেই বৃত্তিৰ বাবে ১৯১৮ চনৰ কৰ্ণেল গ্ৰে মেডেল* ১৯২০ চনৰ ফেব্ৰুৱাৰী মাহত দিয়া হৈছিল। ১৯২১ চনত এই ছাত্ৰী গৰাকীয়ে ছাত্ৰবৃত্তি পাছ কৰিছিল। এই চনতে আন এগৰাকী অসমীয়া ছাত্ৰী পৰীক্ষাৰ্থিনী আছিল জনৈক মাণিক চন্দ্ৰ কোঁচৰ কন্যা বিন্দেশ্বৰী কোঁচ। লাৱণ্যময়ী ভূঞাই ছাত্ৰ বৃত্তি পাইছিল বুলি নথিৰ এখন চিঠিৰ পৰা জনা যায়। পাছলৈ তেওঁ সম্ভৱতঃ বেথুন কলেজত পঢ়িছিল।

এই সময়তে ১৯২১ চনত ˚দীনবৰ কছাৰীৰ পুত্ৰ (?) ভেদাই কছাৰীও এই বিদ্যালয়পৰাই প্ৰাইমাৰী পৰীক্ষা পাছ কৰিছিল।

---

*মূল প্ৰতিবেদনৰ পৰা চমুকৈ কিছু অংশ প্ৰকাশ কৰা হৈছে। সম্পূৰ্ণ বিৱৰণটো বৰ্তমান বিদ্যালয়ৰ কাৰ্যালয়ত আছে।

*এই মেডেল তেজপুৰ পৌৰসভাই পৰিচালনা কৰিছিল। প্ৰসংগঃ ১৪/৫/২১ তাৰিখৰ প্ৰধান শিক্ষয়িত্ৰীৰ পৌৰসভালৈ প্ৰেৰণ কৰা মডেল প্ৰাপ্তিৰ বছিদ।

১৯২০ চনত বিদ্যালয়ৰ সম্পাদক আছিল মনোমোহন লাহিড়ী। এই চনৰপৰা ১৯২১ চনৰ ফেব্ৰুৱাৰীলৈকে চৰকাৰৰ মঞ্জুৰী অনুদান ৬০ টকাকৈ পোৱা জনা যায়। প্ৰধান শিক্ষয়িত্ৰীৰ ১৯২১ চনৰ জুলাই প্ৰতিবেদনৰ পৰা জনা যায় যে ৩০ জুনলৈ ছাত্ৰীৰ সংখ্যা আছিল ৯৩ ( প্ৰথম শ্ৰেণীৰ পৰা ৭ম শ্ৰেণীলৈকে)।

১৬/৪/২২ তাৰিখে চেক্ৰেটৰী লাহিড়ী মহাশয়ে এইখন বিদ্যালয়ৰ ওপৰত কোনো প্ৰসংগত এটি প্ৰতিবেদন লিখিছিল। তাৰপৰাও জনা যায় যে ১৯২১-২২ চনত শেষলৈকে ছাত্ৰী আছিল ৯২ জনী। তাৰে ভিতৰত অসমীয়া ছোৱালী আছিল ২০ জনী। তেখেতে নদীয়াল, বৃত্তিয়াল আৰু কছাৰী ছোৱালীও (অৰ্থাৎ আজিৰ মতে অনুসুচীত আৰু জনজাতিৰ) আছিল বুলি উল্লেখ কৰিছে।

১৯২২ চনত এই সকল শিক্ষয়িত্ৰী থকাৰ কথা জনা যায়।

১। স্বৰ্ণলতা দত্ত

২। কিৰণবাল বৰকাকতী

৩। সৰোজিনী বিশ্বাস

৪। সাবিত্ৰী কোছ

সাবিত্ৰী কোছ ট্ৰেইনিঙৰ শিক্ষয়িত্ৰী আছিল। ১৯২১ চনত তেওঁ নিযুক্তি পাইছিল।

১৯২৬ চনৰ ১ চেপ্তেম্বৰত স্বৰ্ণলতা দত্তই অৱসৰ গ্ৰহণ কৰে। তাৰ পাছত কিৰণ বালা বৰকাকতী প্ৰধান শিক্ষয়িত্ৰী হয়। ১/৪/২৭ৰ পৰা তেওঁৰ এই পদত স্থায়ীকৰণ হয়। এগৰাকী বিন্দেশ্বৰী কোঁচ ৪ৰ্থ শিক্ষয়িত্ৰী হয়।

১৯২৬ চনৰ পৰিদৰ্শন-টোকাৰপৰা জনা যায় যে এই বিদ্যালয় মধ্য ইংৰাজী বিদ্যালয়ত পৰিণত কৰিবলৈ চিন্তা-চৰ্চা কৰা হৈছিল। বিদ্যালয়ৰ ছাত্ৰী সংখ্যা অনুপাতে বিদ্যালয়গৃহ একেবাৰে সৰু আছিল। ১৪/৯/২৬ তাৰিখে শিক্ষামন্ত্ৰী মহোদয়ে পৰিদৰ্শন কৰি লিখিছিল-

"The crying need for this school continues to be one of accommodation'.......... I will again urge the question of extension of the building to the committee."

৫/২/২৭ তাৰিখে এই বিদ্যালয় গৱৰ্ণৰ মহোদয়ে পৰিদৰ্শন কৰি লিখিছিলঃ

: I paid a short visit to the school today and was pleased with what I saw. The building is very much overcrowded. Extension is urgently needed. .................."

এই সময়ত ছাত্ৰীৰ সংখ্যা আছিল ১০৮ ৰ পৰা ৬৫ জনীৰ ভিতৰত।

১৯২৫-২৬ চনৰ ভিতৰত বা তাৰ আগে পাছে তেজপুৰৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ উপৰিও এইকেইখন মাধ্যমিক বিদ্যালয় তেজপুৰত আছিল।

(১) ইংৰাজী বঙালী এম, ই, স্কুল।
(২) বঙালী ছোৱালী এম, ভি, স্কুল।
(৩) অসমীয়া ছোৱালী এম, ভি, স্কুল।*

১/৩/২৬ চনৰপৰা অসমীয়া ছোৱালী এম, ভি, স্কুলখনে চৰকাৰৰপৰা তিনি বছৰৰ বাবে মাহে ৬০.০০ টকাকৈ মঞ্জুৰী পায়। বঙ্গ মধ্য বালিকা বিদ্যালয়েও এই সমান মঞ্জুৰী চৰকাৰৰপৰা পাইছিল। বঙ্গ মধ্য বালিকা বিদ্যালয়ে মঞ্জুৰী পোৱা অনুদান এনেকুৱা আছিল।

| | |
|---|---|
| ১/৪/২৮ ৰ পৰা ৩ বছৰলৈ অসম চৰকাৰৰ পৰা মাহে | ৬০.০০ টকা |
| ১/৪/২৭ ৰ পৰা ৩ বছৰলৈ লোকেল বোৰ্ডৰ পৰা মাহে | ৪৫.০০ টকা |
| পৌৰসভাৰ সাহায্য | ৪৫.০০ টকা |
| স্থানীয় চাঁদা | ১০.০০ টকা |
| মুঠ | ১৬০.০০ টকা |

এই মধ্যবঙ্গ বালিকা বিদ্যালয়ত ১৭/৫/২৭ তাৰিখে ভাৰপ্ৰাপ্ত সহকাৰী পৰিদৰ্শিকা এস, বি, গুপ্তাই শিক্ষাৰ পঢ়োৱা পদ্ধতি সম্পৰ্কে এনেকৈ লিখিছিল ঃ

........ Inductive method of teaching grammar will help a great deal. The teacher should write on the black board lots of examples; illustrating the same grammatical truth. As for example, in the case of 'ষত্ব বিধান' to teach that any স্ when preceded by any vowel but 'স' and 'সা' changes into ষ্ the teacher may write the following pair of words on the black board.

| | |
|---|---|
| ১. কল্যাণীয়াসু | কল্যাণীয়েষু |
| ২. শ্ৰদ্ধাস্পদাসু | শ্ৰদ্ধাস্পদেষু |
| ৩. প্ৰীতিনিলয়াসু | প্ৰীতিনিলয়েষু |

The girls properly guided, can easily find out that the same স্ has changed into ষ্ when preceded by এ i.e. some other vowel than 'আ'..........

* ভবানীচৰণ ভট্টাচাৰ্য্যৰ নাতি* দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ লগৰীয়া কেইজনমান ছাত্ৰই এই অসমীয়া মধ্য বালিকা বিদ্যালয়তে প্ৰথমে পঢ়িছিল ('মই দুল বাবুৰে কৈছো' - প্ৰবন্ধ)। ১৯২৮ চনত অসমীয়া বালিকা এম. ভি. স্কুলৰ পৰাই পদ্মনাথ গোহাঞি বৰুৱাৰ কন্যা লাহৰীলতাই প্ৰাইমাৰী শাখা পাছ কৰি বৃত্তি পাইছিল আৰু ইয়াতে মজলীয়া শিক্ষা গ্ৰহণ কৰিছিল।

৯/১/১৯২৮ তাৰিখে তেতিয়াৰ গৱৰ্ণৰ চাৰ লৰী হেমণ্ডে এইবিদ্যালয়ত পৰিদর্শন কৰি লিখিছিল ঃ

"The Bengali Government School is doing good work and I am glad to give Rs. 50/- towards helping it on.

There were 103 girls present at the time of my visit, out of 120 on the roll."

**অসমীয়া আৰু বঙ্গ বালিকা বিদ্যালয়ত ইংৰাজী শিক্ষাৰ প্রচলন ঃ**

২৭/২/২৯ তাৰিখে উপ-পৰিদর্শকলৈ কেইবাজনো বঙালী অভিভাৱকে এই মধ্য বঙ্গ বালিকা স্কুলকো minor standard লৈ নিব লাগে বুলি তলত উল্লেখ কৰাৰ দৰে স্মাৰক পত্র দিছিল।

'We the undersigned guardians of our wards reading at the local Bengali girl school request you to convert the same school upto minor standard, same as is going to be had in respect of Assamese Girls School on and from first March, 1929.

উপ-পৰিদর্শকে এই বিষয়ত পৰিদর্শকৰ ওচৰ চাপিব লাগে বুলি তেখেতসকলৰ দৰ্খাস্তত লিখি দিছিল।

৩০/১/২৯ তাৰিখে তেজপুৰৰ উপ-পৰিদর্শক যজ্ঞেশ্বৰ বৰুৱাই মধ্য বঙ্গ বালিকা বিদ্যালয় পৰিদর্শন কৰি অসমীয়া ভাষাতে পৰিদর্শন-টোকা লিখিছিল আৰু এই টোকাত ইংৰাজী শিক্ষাৰ প্রচলন সম্পর্কে এনেদৰে লিখিছিল ঃ

"যতদূৰ জানিবপৰা গৈছে অসমীয়া বালিকা স্কুলৰ দৰে এই বালিকা স্কুলতো অহা মার্চ মাহৰপৰা ইংৰাজী শ্রেণী খোলাৰ প্রস্তাৱ কৰিছে।" ১৭/১/৩১ তাৰিখে সহকাৰী পৰিদর্শিকা এচ, সেন এ পৰিদর্শন-টোকাত লিখিছিল ঃ

Teaching of English has recently been started in the school as an optional subject and several girls read English on payment of fees. Miss Barkataki, an old student of this school and who read upto B.A. is now incharge of English class on Rs. 60/- a month......

অসমীয়া বালিকা বিদ্যালয় আৰু এই মধ্য বঙ্গ বালিকা বিদ্যালয় দুয়োখনতে ইংৰাজী শিক্ষা প্রচলন হোৱাৰ পাছত দুয়োখনকে লগলগাই এখন ইংৰাজী ছোৱালী উচ্চ বিদ্যালয় কৰাৰ প্রচেষ্টাও এই সময়তে চলিছিল।

এই সম্পর্কত ১৯৩১ চনৰ ২৮ ফেব্রুৱাৰী তাৰিখে শিক্ষামন্ত্রী মহোদয়ে এই

বিদ্যালয়ৰ পৰিদৰ্শন টোকাত লিখা কথাখিনি এক সুদূৰপ্ৰসাৰী গুৰুত্বপূৰ্ণ মন্তব্য ঃ

: This school is situated in close proximity to another Girl's M.V. school meant exclusively for the Assamese girls. **I should have liked to see both the schools combined.** If the two institutions could be combined, it would be possible to have a more efficient institution which could easily be converted into **a high school for girls,** if and when the need for such an institution is keenly felt.

It would be a pity to bring up the future mothers in an isolated atmosphere. **After all, both the communities have to live together,** and it will please me if the authorities of either insitutions would devote their thoughts to this matter and bring about the much desired amalgamation.

I contribute a sum of Rs. 100/- from my discretionary allotments for painting the roof of the school and for furniture.

ইতিমধ্যে ১৯৩২-৩৩ চনৰ ভিতৰত ইংৰাজী শিক্ষা প্ৰচলন কৰা এই মধ্য বালিকা বিদ্যালয় আৰু অসমীয়া বালিকা এম ই, এম ভি বিদ্যালয় দুয়োখন চলি থকাৰ লগতে এখন তেজপুৰ ছোৱালী হাইস্কুলৰ সূচনা হয় আৰু টাউন হলতে চলিব ধৰে অস্থায়ীভাবে। দুয়োখন বালিকা এম-ই স্কুল চামিল কৰি এখন বালিকা উচ্চ ইংৰাজী স্কুল গঢ়াৰ প্ৰচেষ্টা সফল নহ'ল। ১৯৩৩ চনৰ ২৩ ডিচেম্বৰত পৰিদৰ্শক শৰৎ চন্দ্ৰ গোস্বামীদেৱে লিখা পৰিদৰ্শন টোকাত তেজপুৰত ছোৱালী হাইস্কুল প্ৰতিষ্ঠা সম্পৰ্কে বিস্তৰ সংবাদ পোৱা যায়।

সি যি হওক, তেজপুৰৰ প্ৰথম বালিকা বিদ্যালয় তেজপুৰ মধ্য বঙ্গ বালিকা বিদ্যালয়লৈ ৰূপান্তৰিত হৈ ত্ৰিশৰ দশকত ইয়াত ইংৰাজী শিক্ষাৰো M.E. পৰ্য্যায়লৈ প্ৰচলন কৰি মজলীয়া বিদ্যালয় হিচাবে ১৯৬১ চন পৰ্যন্ত চলি আছিল। তাৰ পাছত ই নিম্ন প্ৰাইমাৰী বিদ্যালয়লৈ নামি আহে। ইতিমধ্যে অসমীয়া ছোৱালী উচ্চ ইংৰাজী বিদ্যালয় আৰু বঙালী ছোৱালী উচ্চ ইংৰাজী বিদ্যালয় প্ৰাকস্বাধীনতা-কালতে গঢ়ি উঠে।

***

---

বৰ্ত্তমানে চলি থকা বঙালী নিম্ন প্ৰাইমাৰী বিদ্যালয়ৰ কাৰ্য্যালয়ত বিভিন্ন স্থানত থকা পুৰণি কাগজপত্ৰ আৰু নথি আৰু পৰিদৰ্শন টোকা অনুসন্ধান কৰি আৰু অধ্যায়ন কৰি এই তথ্য আৰু সংবাদখিনি প্ৰস্তুত কৰা হৈছে। তাৰ লগে লগে অন্যান্য প্ৰাসংগিক তথ্য আৰু প্ৰাগুক্ত উৎসসমূহৰো সহায় লোৱা হৈছে। এই বিদ্যালয়ৰো পুৰণি পৰিদৰ্শন-টোকা অতি আপুৰুগীয়া সম্পদ।

মূল প্ৰবন্ধটো প্ৰকাশ হৈছিল 'তেজপুৰ কলেজিয়েট স্কুল'ৰ 'স্মৃতিগ্ৰন্থ'ত।

# তেজপুৰৰ অন্যান্য সমকালীন শিক্ষানুষ্ঠান ঃ

## তেজপুৰ সদৰ মধ্য ছাত্ৰবৃত্তি বঙ্গ বিদ্যালয়
## (তেজপুৰ অসমীয়া মজলীয়া বিদ্যালয়) ঃ

### তেজপুৰ মধ্য ইংৰাজী বিদ্যালয় ঃ

### তেজপুৰ নৰ্মাল স্কুল ঃ

উনবিংশ শতাব্দীৰ শেষ দশক আৰু বিংশ শতাব্দীৰ আদি ভাগতে যি কেইখন বিদ্যালয় প্ৰতিষ্ঠিত হৈ তেজপুৰ চহৰত আধুনিক শিক্ষাৰ দুৱাৰ মুকলি কৰি দিছিল আৰু তেজপুৰৰ এলেকাত এখন মধ্যবৃত্ত শিক্ষিত শ্ৰেণীৰ সমাজ গঢ়ি তোলাত অৰিহণা দিছিল, তাৰ ভিতৰত এই কেইখন বিদ্যালয়ৰ ভূমিকা শিক্ষাৰ ইতিহাসত উল্লেখযোগ্য। সেই সময়ত অন্যান্য চহৰৰ দৰে তেজপুৰতো ভাষা আৰু শিক্ষাৰ মাধ্যমক প্ৰসংগ কৰিয়ে মূলতঃ সমাজখন দুটা ভাগত প্ৰধানকৈ বিভক্ত হৈ পৰিছিল - অসমীয়া আৰু বঙালী। তেজপুৰত সদৰ ঠাই স্থাপন হোৱাত এই জিলাৰ প্ৰশাসনৰ বাবে বঙ্গদেশৰ পৰাই অভিজ্ঞ আৰু ইংৰাজী শিক্ষাত শিক্ষিত আমোলা, মহৰী আৰু অন্যান্য লোকক বৃটিছ প্ৰশাসনে আনিব লগা হৈছিল। ১৮৩১ চনৰ এপ্ৰিল মাহত বংগৰ বৃটিছ চৰকাৰে ফাৰ্চী ভাষাৰ ঠাইতবাংলা ভাষা অসমৰ আদালতৰ ভাষা কৰিছিল।* আৰু তাৰ পাছত ১৮৩৭ ৰ পৰা আদালত আৰু শিক্ষানুস্থানসমূহৰো শিক্ষাৰ মাধ্যম স্বাভাৱিকভাবেই বাংলা হৈছিল। এই বিষয়ে ইতিমধ্যে ইতিহাসত যথেষ্ট বিস্তৰভাবে আলোচনা থকাত পুনৰ অৱতাৰণা কৰা নহ'ল। ড° হেৰম্ব কান্ত বৰপুজাৰীৰ *Assam in the Days of Company* গ্ৰন্থত আৰু তেজপুৰত ১৮৯৬ চনৰ ২৬ ডিচেম্বৰৰ পৰা নিগাজীকৈ থকা পদ্মনাথ গোহাঁঞি বৰুৱাৰ 'মোৰ সোঁৱৰণী' গ্ৰন্থত বিস্তৰ প্ৰসংগ সন্নিবিষ্ট হৈছে। পৃ. ৮৬ ত তেওঁ তেজপুৰ চহৰৰ অসমীয়া আৰু বঙালী সম্প্ৰদায়ৰ লোকৰ কথা লিখিছে। উল্লেখনীয় যে উনবিংশ শতিকাৰ ষাঠিৰ দশক মানৰ পৰাহে তেজপুৰলৈ বিখ্যাত সম্ভ্ৰান্ত অসমীয়া পৰিয়ালবোৰ বসতিৰ বাবে আহিবলৈ আৰম্ভ কৰিছিল। ৰায়বাহাদুৰ ভৱানীচৰণ ভট্টাচাৰ্য্যৰ পৰিয়াল, কমলাকান্ত ভট্টাচাৰ্য্যৰ পৰিয়াল আদি বিশ্বনাথৰ পৰা, প্ৰখ্যাত হৰিবিলাস আগৰৱালা গমিৰিৰ পৰা, কাকতী পৰিয়ালৰ লক্ষ্মীকান্ত বৰকাকতীৰ পৰিয়াল আদি চতিয়াৰ পৰা আহি তেজপুৰক সমৃদ্ধ কৰিছিল।

আমি আগতে উল্লেখ কৰি আহিছো যে তেজপুৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰথম অৱস্থান আছিল ১৮৯১-৯২ চনৰ কেডেষ্ট্ৰল মেপমতে ৭৮৮ নং দাগত। এই

দাগত এতিয়া এই বিদ্যালয়ৰ কাৰ্য্যালয়, বিজ্ঞানৰ পৰীক্ষাগাৰ, চকীদাৰ গৃহ আদি আছে।

আকৌ এইখন মেপতে ৬৯২ নং দাগত এখন বিদ্যালয় থকা বুলি দেখুৱা আছে। এই দাগটোৰ অৱস্থান হৈছে বৰ্ত্তমানে তেজপুৰ চৰকাৰী মজলীয়া বিদ্যালয়খন চলি থকা স্থানত। আৰু এইখনেই ১৮৯১-৯২ খ্ৰী.ৰ ৰাজহ মেপত দেখুৱা ছাত্ৰবৃত্তি স্কুল। তেতিয়া এই স্কুলখনৰ নাম আছিল ' তেজপুৰ মধ্য ছাত্ৰবৃত্তি বঙ্গ বিদ্যালয়'। মুক্তিযুঁজাৰু, বিধান সভাৰ প্ৰাক্তন অধ্যক্ষ ঁমহীকান্ত দাসৰ পিতৃ নাজিৰ ঁবাপিৰাম দাসে এই সদৰ মজলীয়া স্কুলত ভৰ্ত্তি হৈছিল আৰু ১৮৭১ খ্ৰী.ৰ ডিচেম্বৰ মাহত বৃত্তি পৰীক্ষা দি কৃতিত্বেৰে উত্তীৰ্ণ হৈছিল আৰু তাৰপাছত তেজপুৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্ত্তি হৈছিল।[১] ব্ৰহ্মাজান অঞ্চলৰ তেতিয়াৰ গমিৰি মৌজাভুক্ত থালি পকৰিয়া গাওঁত ১৮৬০ খ্ৰী.ত জন্ম গ্ৰহণ কৰা যশস্বী ঁলম্বোদৰ বৰাই নিজৰ প্ৰতিভাৰ বাবেই এই স্কুলৰে প্ৰধান শিক্ষকৰ যত্নত তেজপুৰলৈ অহাৰ সুযোগ পাই ইয়াতে ভৰ্ত্তি হৈ ১৮৭৭ খ্ৰী.ত ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ চাৰিটকীয়া বৃত্তি লাভ কৰে আৰু তাৰ পাছত তেজপুৰ উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্ত্তি হয়।[২]

গতিকে এই বিদ্যালয়খনত অসমীয়া বঙালী উভয় গোষ্ঠীৰ ছাত্ৰই অধ্যয়ন কৰিছিল। শিক্ষাৰ মাধ্যম আছিল বাংলা। ঁবাপিৰাম দাসে বাংলা ভাষাতে এই বিদ্যালয়ত পঢ়িছিল বুলি 'সোঁৱৰণ' গ্ৰন্থত পুত্ৰ মহীকান্ত দাসে উল্লেখ কৰিছে। কিন্তু মহীকান্তই যেতিয়া ১৯১০ খ্ৰী.ৰ ২৭ জানুৱাৰী তাৰিখে এই মজলীয়া বিদ্যালয়তে ভৰ্ত্তি হৈছিল, তেতিয়া ইয়াত অসমীয়া ভাষাৰ প্ৰচলন হৈছিল। মহীকান্তই ইয়াত চতুৰ্থ শ্ৰেণীলৈকে পঢ়িছিল আৰু তাৰপাছত তেজপুৰ উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্ত্তি হৈছিল।[৩]

দেখা যায় যে এই সদৰ মজলীয়া বিদ্যালয়খনৰ প্ৰতিষ্ঠাৰ কাল ১৮৭১ খ্ৰী.ৰ পূৰ্ববৰ্ত্তী প্ৰায় তেজপুৰ উচ্চ ইংৰাজী বিদ্যালয়খনৰ সমসাময়িক। আন এগৰাকী শিক্ষক আছিল ঁসন্ধিৰাম শৰ্মা। গুৰুনাথ দত্তৰ কথা পূৰ্বতে উল্লেখ কৰা হৈছে। প্ৰসংগক্ৰমে উল্লেখনীয় যে জীৱন চন্দ্ৰ বৰুৱাৰ 'লম্বোদৰ বড়া' পুথিত আৰু 'লম্বোদৰ বৰা ৰচনাৱলী'ত উল্লেখ হোৱা মতে গমিৰিৰ পাঠশালা বিদ্যালয়খন পৰিদৰ্শন কৰিবলৈ সেইসময়ৰ অস্থায়ীভাৱে নিযুক্ত চাব্ইন্সপেক্টৰ তেজপুৰ মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষক জনেই গৈছিল। কিন্তু গ্ৰন্থ দুখনত বিষয়াজনৰ নাম নাই। এই বিষয়াজনেই লম্বোদৰ বৰাক তেজপুৰলৈ মতাই আনি নিজৰ মজলীয়া বিদ্যালয়ত ভৰ্ত্তি কৰি দিছিল। সম্ভৱতঃ এই সহকাৰী পৰিদৰ্শকজন প্ৰধান শিক্ষক গুৰুনাথ দত্তই আছিল।

---

[১] মোৰ জীৱন সোঁৱৰণ আৰু ভাৰতৰ মুক্তিসংগ্ৰাম : মহীকান্ত দাস (১৯৮২, পৃ.১-২)

[২] লম্বোদৰ বৰা (জীৱনী) : জীৱন চন্দ্ৰ বৰুৱা (১৯৫২)
লম্বোদৰ বৰা ৰচনাৱলী : সংকলন-সম্পাদক নন্দ তালুকদাৰ, অসম প্ৰকাশন পৰিষদ (১৯৮৩)

[৩] মোৰ জীৱন সোঁৱৰণ আৰু ভাৰতৰ মুক্তিসংগ্ৰাম : (পৃ ১-২, ৯)

১৮৭৩ খ্রী.ৰ পৰা অসমৰ বিদ্যালয় আৰু আদালতসমূহত অসমীয়া ভাষাৰ পুনৰ প্ৰচলন হ'লেও অসমীয়া পাঠ্যপুথিৰ অভাৱত মজলীয়া আৰু ওখ খাপৰ বিদ্যালয়সমূহত ১৮৯৭ খ্রী.লৈকে বাংলা পাঠ্যপুথি চলি আছিল। কেৱল নিম্ন প্ৰাইমাৰী পৰ্য্যায়তহে অসমীয়া প্ৰচলন হৈছিল।

১৮৯৭ খ্রী.ত ওখ খাপৰ আৰু মধ্যখাপৰ মজলীয়া বিদ্যালয়সমূহত বাংলা ভাষা গুচাই অসমীয়া ভাষা প্ৰচলনৰ বাবে 'তেজপুৰ অসমীয়া ভাষা আলোচনী সভা' (পাছলৈ নাম হয় 'তেজপুৰ অসমীয়া ভাষা উন্নতি সাধিনী সভা') ৰ পৰা প্ৰথমতে সেই সময়ৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মি. জে. উইলচন চাহাবক তেওঁ তেজপুৰলৈ আহোতে হাতে হাতে অভিনন্দন পত্ৰ দিয়া হৈছিল। অভিনন্দন পত্ৰ যুগুত কৰি সজাতি দলৰ নেতৃত্ব দিছিল তেতিয়াৰ 'তেজপুৰ নৰ্মাল স্কুল'ৰ প্ৰধান শিক্ষক ˚পদ্মনাথ গোহাঞি বৰুৱাই। সজাতি দলত আছিল ঃ

(১) পণ্ডিত জয়দেৱ শৰ্মা, (২) ৰবিচন্দ্ৰ শৰ্মা বৰুৱা তহচিলদাৰ, (৩) গঙ্গানাথ শৰ্মা তহচিলদাৰ, (৪) মুন্সী আলম চাহ, ৰেভিনিউ চিৰস্তাদাৰ, (৫) লক্ষ্মীকান্ত দাস, চিভিল চিৰস্তাদাৰ, (৬) হাইস্কুলৰ শিক্ষক ধৰ্মেশ্বৰ গোস্বামী, (৭) উপায়ুক্তৰ আমোলা পাছলৈ তহচিলদাৰ ঘনকান্ত চলিহা, (৮) জেইলাৰ নীলকান্ত বৰুৱা, (৯) বিষ্ণুপ্ৰসাদ আগৰৱালা আৰু (১০) 'অসমীয়া ভাষা আলোচনী সভা'ৰ সম্পাদক পদ্মনাথ গোহাঞি বৰুৱা।[৪]

তাৰ পাছতেই ১৮৯৮ খ্রী.ৰ পৰা মজলীয়া আৰু উচ্চ ইংৰাজী বিদ্যালয়তো গোৱালপাৰা জিলাত বাহিৰে সদৌ অসমতে অসমীয়া ভাষাৰ প্ৰৱৰ্ত্তন হ'ল। প্ৰকৃততে মি. উইলচনে ˚গোহাঞি বৰুৱাৰ পৰা সকলো শ্ৰেণীৰ পাঠ্যপুথি সম্পূৰ্ণ কৰি দিব বুলি প্ৰতিশ্ৰুতি দিয়াৰ সৰ্ত্ততে অসমীয়া ভাষা চলাৰ প্ৰতিশ্ৰুতি দি গৈছিল। ই এক উল্লেখযোগ্য ঘটনা। আৰু পাছৰপৰাই ই ক্ৰমে তেজপুৰ অসমীয়া মজলীয়া বিদ্যালয়ত পৰিণত হয়।

প্ৰসংগক্ৰমে এয়াও উল্লেখনীয় যে তেজপুৰৰ দুগৰাকী বাংলা লেখকৰ অসমীয়া পাঠ্যপুথি অসমৰ প্ৰাইমাৰী স্কুলকেইখনত ১৮৮৪ খ্রী.লৈকে চলি আছিল। দৰং জিলাৰ ডেপুটি ইন্সপেক্টৰ মহিম চন্দ্ৰ চক্ৰৱৰ্ত্তীৰ **'গণিতবোধ মৌখিক অংক'** আৰু তেজপুৰ নৰ্মাল স্কুলৰ অন্যতম প্ৰধান শিক্ষক দীনবন্ধু তৰ্কালংকাৰৰ **'অসমীয়া ল'ৰাৰ ব্যাকৰণ'**।[৫]

লক্ষ্মীকান্ত বৰকাকতীৰ এজন ভাতৃ, দেবেন্দ্ৰ নাথ চলিহাৰ পিতৃ ৰাধা কান্ত বৰকাকতী তেজপুৰ বিদ্যালয় সমূহৰ প্ৰথম উপপৰিদৰ্শক আছিল। পাছত তেওঁ কহিমালৈ ট্ৰেজাৰী বিষয়া হৈ যায়। এগৰাকী হাৰাণ চন্দ্ৰ দাসগুপ্ত উনবিংশ শতিকাৰ শেষদশকৰ

---

[৪] তেজপুৰ অ.ভা.উ সা. সভাৰ ছপা হোৱা কাৰ্য্যবিৱৰণী ১৮৯০-১৯০৮ (পৃ ৩) আৰু পদ্মনাথ গোহাঞি বৰুৱাৰ 'মোৰ সোঁৱৰণী' - (পৃ. ৮৭-৮৮)।

[৫] আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী ঃ 'অসমীয়া সাহিত্যৰ উন্নতিত তেজপুৰীয়াৰ দান' প্ৰবন্ধ, (পৃ. ৫৬৫)। (অসম সাহিত্য সভা, ১৯৭৪)।

মধ্যভাগৰ পৰা বিংশ শতিকাৰ প্ৰথম দশকলৈকে তেজপুৰ বিদ্যালয় সমূহৰ উপপৰিদৰ্শক আছিল।

**তেজপুৰ মধ্য ইংৰাজী বিদ্যালয় (অসমীয়া)ঃ**

১৯১৩ চনত ভবানীচৰণ ভট্টাচাৰ্য্যৰ যত্নত তেজপুৰত এখন মধ্য ইংৰাজী বিদ্যালয়ৰ জন্ম হৈছিল। ইয়াত অসমীয়া আৰু বঙালী ছাত্ৰ উভয়ে পঢ়িছিল। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আছিল স্বনামধন্য বোধনাথ পটংগীয়া ।[৬] তেওঁ ১৯১৪ চনত ল' পাছ কৰি ওকালতি আৰম্ভ কৰি স্কুলৰ চাকৰি এৰি দিছিল। নাট্যকাৰ অভিনেতা বোধনাথ পটংগীয়া দৰং জিলাৰ দ্বিতীয় ল' গ্ৰেজুৱেট আছিল। বাণ ষ্টেজৰ লগত জৰিত হৈ তেওঁ শ্বেক্সপীয়েৰৰ 'হেমলেট' নাট অনুবাদ কৰিছিল। কিন্তু হাতে লিখা অৱস্থাতে এইখন বিলুপ্ত হ'ল।

অসমীয়া সাহায্যপ্ৰাপ্ত এই মধ্য ইংৰাজী বিদ্যালয়খন এই সময়ত অতি উন্নত মানৰ হৈছিল আৰু প্ৰতিবছৰে ব্ৰহ্মপুত্ৰ উপত্যাকাত প্ৰথম দ্বিতীয় হৈ বৃত্তি লাভ কৰিছিল। ইয়াত কুমুদ চন্দ্ৰ শৰ্মা, দণ্ডিনাথ বৰা, গেন্ধুৰাম নাথ আদি যোগ্য ব্যক্তি শিক্ষক আছিল ।[৭]

১৯১৭ খ্ৰী. মানত চন্দ্ৰনাথ শৰ্মাই তেতিয়া ডিব্ৰুগড় হাইস্কুলত শিক্ষকতা কৰি থকা সাহিত্যিক হৰমোহন দাসলৈ ৫০-৫-৭৫ টকা মাহিলী হাৰত দৰ্মহা দিয়াৰ প্ৰতিশ্ৰুতিত প্ৰধান শিক্ষক হৈ আহিবলৈ চিঠি লিখিছিল বুলি জনা যায়। হৰমোহন দাসে ১৯১৮ খ্ৰী.ৰ পৰা ১৯২৪ খ্ৰী. লৈ প্ৰধান শিক্ষক হিছাপে ইয়াত সেৱা আগবঢ়াই সুখ্যাতি আৰ্জিছিল ।[৮]

এই মধ্য ইংৰাজী বিদ্যালয়খন ১৯২৬ চনলৈকে বৰ্ত্তমান কাৰমেমৰিয়েল স্কুল থকা স্থানত আছিল। ১৯২৬ চনৰ পাছত তেজপুৰ পশু হোস্পিতাল থকা স্থানৰ পূবে থকা ঠাই ডোখৰলৈ উঠি আহিছিল।

ইতিমধ্যে 'কানিংহাম চাৰ্কুলাৰ'ৰ বিৰুদ্ধে যিসকল ছাত্ৰই থিয় দি চৰকাৰী হাইস্কুলত পঢ়িব নোৱাৰা পৰিস্থিতিৰ সদৌ অসমতে সৃষ্টি হৈছিল, সেই ঐতিহাসিক কাৰণতে সদৌ অসমৰ সদৰ স্থান সমূহত একোখন বেচৰকাৰী হাইস্কুল গঢ়লৈ উঠিছিল। তেজপুৰত ১৯৩০ খ্ৰী.ত এইদৰে তেজপুৰ একাডেমীৰ উৎপত্তি হ'ল। ১৯৩৬ চনত তেজপুৰ মধ্য ইংৰাজী স্কুলখন তেজপুৰ একাডেমীৰ লগত চামিল কৰা হ'ল।

ইতিমধ্যে তেজপুৰ একাডেমী হোৱাৰ পাছত তাত থকা বঙালী শিক্ষক আৰু ছাত্ৰসকলে আৰু অন্যান্য বঙালী সম্প্ৰদায়ৰ লোকে এখন বাংলা উচ্চ ইংৰাজী বিদ্যালয়ৰ

---

[৬] তেজপুৰ একাডেমীৰ সোণালী জয়ন্তী বৰ্ষ উৎসৱৰ স্মৃতিগ্ৰন্থ (১৯৮০) 'মই দুলবাবুৱে কৈছো' আৰু তেজপুৰ কলেজ আলোচনী (১৯৮৭ ৮৮) ৰ ৰবীন শৰ্মাৰ প্ৰবন্ধ 'ভবানীচৰণ ভট্টাচাৰ্য্য আৰু সমসাময়িক তেজপুৰ' আৰু দুল ভট্টাচাৰ্য্যৰ সৈতে এই লেখকৰ আলোচনাত উদ্ধাৰ হোৱা তথ্যৰ পৰা সংগৃহীত।

[৭] তেজপুৰ একাডেমীৰ সোণালী জয়ন্তী বৰ্ষৰ স্মৃতিগ্ৰন্থ ঃ লম্বোদৰ ভূঞাৰ প্ৰবন্ধ, (১৯৮৭)।

[৮] ডেউঁভাৰ কথা (হৰমোহন দাসৰ জীৱনী) ঃ ভুবন মোহন দাস (পৃ ২৬-৩৪), (১৯৬৭)।

দাবী তুলিলে আৰু সেইমৰ্মে সুকীয়া বাংলা হাইস্কুলৰ প্ৰতিষ্ঠা হ'ল। ইতিমধ্যে বঙালী মধ্য ইংৰাজী এখন পূৰ্বতেই প্ৰতিষ্ঠা হৈছিল। কিন্তু সেই বঙালী মধ্য ইংৰাজীখনো তেতিয়া বঙালী হাইস্কুলৰ লগত চামিল হৈ গল। ১৯২৭-১৯৩২ চনৰ পুনৰ বন্দৱস্তী কাৰ্য্যালয় বহা ঠাইখণ্ড তেজপুৰ একাডেমীক প্ৰদান কৰা হ'ল আৰু অসমীয়া মধ্য ইংৰাজী স্কুল থকা এই স্কুলৰ নামতে থকা পশু হোস্পিতালৰ পূবে অৱস্থিত মাটি আৰু ঘৰ বাংলা উচ্চ ইংৰাজী স্কুলক দিয়া হ'ল। ১৯৩২ খ্ৰী.ৰ ১৯ ডিচেম্বৰত ডাইৰেক্টৰ স্মল চাহাবে 'তেজপুৰ একাডেমী' পোন প্ৰথম বাৰৰ বাবে পৰিদৰ্শন কৰি পৰিদৰ্শন টোকা লিখি গৈছিল। তেতিয়া এই স্কুলত ছাত্ৰ সংখ্যা আছিল অসমীয়া ১৭৫ জন আৰু বঙালী ৫৮ জন। তেতিয়া দুয়োখন মধ্য ইংৰাজী স্কুল চলি আছিল।

তেজপুৰ একাডেমী সম্পৰ্কে বিস্তৰ সংবাদ উল্লেখিত সোণালী জয়ন্তী স্মৃতিগ্ৰন্থত সন্নিবিষ্ট হোৱা বাবে আৰু তুলনামূলকভাবে অবাচীন অনুষ্ঠানৰ ৰূপত এই বিদ্যালয়ৰ তথ্যসমূহ সহজলভ্য হৈ থকা বাবে এই গ্ৰন্থত সবিশেষ আলোচনা কৰা নহল। তেজপুৰ একাডেমীৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আছিল ঁদুলাল চন্দ্ৰ ভট্টাচাৰ্য্য।

১৯৮৭ খ্ৰী:ত অনুষ্ঠিত হোৱা 'তেজপুৰ একাডেমী'ৰ সোণালী জয়ন্তী বৰ্ষ উপলক্ষে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থ খনত শ্ৰীনৰেন্দ্ৰ দেৱ শাস্ত্ৰীয়ে লিখা এটা প্ৰবন্ধত এইদৰে লেখা হৈছিল।

" তেজপুৰ একাডেমীৰ পুৰণি কাগজপত্ৰৰ মাজত দীঘলীয়া পকা-বন্ধা বহী এখন পোৱা হৈছে। তাৰ ওপৰত লগোৱা লেবেলত সুন্দৰ ছপাৰ নিচিনা আখৰেৰে লিখা আছে 'ছাত্ৰ পৰিচালিকা সভাৰ কাৰ্য্য বিৱৰণী বহী' তেজপুৰ অসমীয়া মাইনাৰ স্কুল, ১৯২৯, এপ্ৰিল।" ১৯২৯ খ্ৰী.ৰ পৰা ১৯৩২ খ্ৰী.লৈকে থকা এই চাৰিবছৰ কাৰ্য্য বিৱৰণীৰ পৰা জনা যায় যে ১৩-৩-২৯ তাৰিখে পোন প্ৰথমে এই সভাখন গঠিত হৈছিল। সভাত সভাপতিত্ব কৰিছিল তৃতীয় পণ্ডিত (ভৱকান্ত মহন্ত) মহোদয়ে। সভাত দ্বিতীয় পণ্ডিত দণ্ডি বড়াও উপস্থিত আছি"। এই সময়ত বিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল ঁকুমুদ চন্দ্ৰ শৰ্মা।[১]

১৯৩৬ চনত গুৱাহাটীৰ কামৰূপ একাডেমীৰ ফুটবল দলে তেজপুৰ একাডেমীৰ সৈতে তেজপুৰত এখন প্ৰীতি ফুটবল খেল খেলিছিল।

**তেজপুৰ নৰ্মাল স্কুল ঃ**

উনবিংশ শতাব্দীৰ শেষ দশকৰ আদি ভাগৰ পৰাই তেজপুৰত এখন নৰ্মাল স্কুল থকাৰ কথাও জনা যায়। ১৮৯৬ খ্ৰী.ৰ আগতে সেইস্কুলৰ প্ৰধান শিক্ষক আছিল

---

[১] 'সোণালী জয়ন্তী স্মৃতিগ্ৰন্থ' তেজপুৰ একাডেমীঃ [১৯৮৭] ঃ শ্ৰীনৰেন্দ্ৰ দেৱ শাস্ত্ৰীৰ প্ৰবন্ধ (পৃ. ৮৫]।

*দুৰ্গাধৰ বৰকটকী। তাৰ আগতে প্ৰধান শিক্ষক আছিল তেজপুৰৰেই বাসিন্দা 'অসমীয়া ল'ৰাৰ ব্যাকৰণ' প্ৰণেতা *দীনবন্ধু তৰ্কালংকাৰ। ১৮৯৬ খ্ৰী.ৰ ডিচেম্বৰ মাহত কহিমা হাইস্কুলত প্ৰধান শিক্ষক হৈ থকা *পদ্মনাথ গোহাঞিবৰুৱাই বদলি হৈ আহি তেজপুৰ নৰ্মাল স্কুলৰ দায়িত্ব বহন কৰিছিল আৰু *দুৰ্গাধৰ বৰকটকীক* অহবাই দিছিল। *বৰকটকী বদলি হৈছিল শিলঙলৈ।[১০]

নৰ্মাল স্কুলৰ অৱস্থান আছিল 'তেজপুৰ মধ্য ছাত্ৰবৃত্তি বঙ্গ বিদ্যালয়' (অথবা তেজপুৰ মজলীয়া স্কুল) অনুষ্ঠানৰ কাষতে একে মাটি খণ্ডতে। এই সংবাদৰ সত্যতাৰ প্ৰমাণ পোৱা যায় *পদ্মনাথ গোহাঞিবৰুৱাৰ 'মোৰ সোঁৱৰণী' গ্ৰন্থত উল্লেখিত এক প্ৰসংগৰ পৰাই। "..... তেতিয়া তেওঁ (শিক্ষা বিভাগৰ ডাইৰেক্টৰ বুথ চাহাব) মোৰ স্কুলৰে সৈতে একেটা টোলতে একেকাঠি হৈ থকা মজলীয়া অসমীয়া স্কুলৰ প্ৰথম শ্ৰেণীত ... পূৰণ অংক এটা দি থৈ বিভোল হৈ বহি আছিল"।[১১]

সম্ভৱতঃ ১৯০২-০৩ খ্ৰী.ৰ মানৰ ভিতৰত তেজপুৰ নৰ্মাল স্কুলখন উঠাই দিছিল নতুন শিক্ষানীতি প্ৰবৰ্ত্তন কৰাৰ অজুহাতত। তেতিয়ালৈকে ই তিনিবছৰীয়া পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত আছিল। তাৰ পাছত ১৯১০ খ্ৰী. মানলৈকে ইয়াত দুবছৰীয়া পাঠ্যক্ৰমৰ প্ৰচলন হৈছিল। কিন্তু তাৰ পাছত নৰ্মাল স্কুলসমূহক উন্নীত কৰাৰ প্ৰয়াসেৰে পুনৰ তিনিবছৰীয়া পাঠ্যক্ৰম প্ৰবৰ্ত্তন কৰি স্কুলৰ প্ৰধান শিক্ষকৰ পদটো 'অধীক্ষক' (Superintendent)ৰূপে ৰূপান্তৰিত কৰি শিক্ষা বিভাগৰ ৰাজ্যিক সেৱাৰ ভিতৰুৱা কৰিছিল। বিদ্যালয়ৰ উপপৰিদৰ্শক স্বনাম ধন্য *শৰৎ চন্দ্ৰ গোস্বামী এই সময়তে ১৯১৫ চনৰ জানুৱাৰী মাহৰ পৰা 'যোৰহাট নৰ্মাল স্কুল'ৰ অধীক্ষক হৈ সুদীৰ্ঘ বাৰবছৰ কাল তাতে সেৱা আগবঢ়াইছিল।

***

---

[১০] মোৰ সোঁৱৰণী : পদ্মনাথ গোহাঞিবৰুৱা (পৃষ্ঠা ৭৬)।।

[১১] প্ৰাগুক্ত গ্ৰন্থ (পৃষ্ঠা ১৫১)। *গোহাঞিবৰুৱাই জবলপুৰ-নাগপুৰৰ পৰা 'দেশীবিদ্যালয়'ৰ প্ৰশিক্ষণ লৈ আহি তেজপুৰত 'নৰ্মাল স্কুলখন' পোৱা নাছিল।

* *দুৰ্গাধৰ বৰকটকী তেজপুৰত থকা সময়ছোৱাত 'অসমীয়া ভাষা আলোচনী' আৰু পাছলৈ অ.ভা উ. সা. সভাৰ লগত জড়িত হৈ আছিল। ১৮৯৭ চনৰ ২ জানুৱাৰীলৈকে তেওঁ এই সভাৰ সহ-সম্পাদক আছিল। পাছত ১৯১৪-১৮ খ্ৰী.ত তেওঁ অসম উপত্যকাৰ স্কুলসমূহৰ পৰিদৰ্শক হৈছিল। 'ৰায়চাহাব' খিতাপো পাইছিল।

* (পৃষ্ঠা - ৬৯) : অসমৰ নৱজাগৰণ : অসমীয়া ভূমিকা (১৯৮৭)
ড° হেৰম্বকান্ত বৰপূজাৰী

# তৃতীয় অধ্যায়

# তেজপুৰৰ
# অসমীয়া ভাষা উন্নতি সাধিনী সভা

উনবিংশ শতিকাৰ 'তেজপুৰ অ. ভা. উ. সা. সভা' অসমৰ ভাষা-সাহিত্যৰ এক সুউজ্জল উল্লেখনীয় অনুষ্ঠান আছিল। ই আছিল ঐতিহ্যপূৰ্ণ বাণথিয়েটাৰ আৰু নামঘৰৰ জনক। ১৮৯০ খ্ৰী.ৰ ২৩ নৱেম্বৰ তাৰিখে যশস্বী সাহিত্যিক লম্বোদৰ বৰাৰ চ'ৰা'ঘৰত জন্মলোৱা 'অসমীয়া ভাষা আলোচনী সভাই ১৮৯৭ খ্ৰী.ৰ ৩১ জানুৱাৰীত অ. ভা. উ. সা. সভালৈ ৰূপান্তৰিত হয়। ১৮৯০-১৯০৮ চনৰ উনৈশ বছৰীয়া কাৰ্য্যাৱলীৰ বিৱৰণ আৰু সম্পাদকৰ প্ৰতিবেদন পূৰ্বতে দুবাৰ ১৯৩০ খ্ৰী.ৰ আগতে আৰু ১৯৮৭ খ্ৰী.ত সেই সময়ৰ সভাৰ সভাপতি ˚দেৱীচৰণ ভট্টাচাৰ্য্যৰ কাৰ্য্যকালত তৃতীয়বাৰৰ বাবে সভাই প্ৰকাশ কৰিছিল। এই কাৰ্য্যবিৱৰণীত ১৯০৮ চনলৈকে কাৰ্য্যকাৰক সকলৰ নাম আৰু সভ্যসকলৰ তালিকা, নিয়মাৱলী আৰু বিভিন্ন চিঠিপত্ৰ সন্নিবিষ্ট হৈছে। তাৰপাছৰ পৰা কোনো লিখিত ইতিহাস ক্ৰমিকভাবে পোৱা নাযায়। সৌভাগ্যক্ৰমে এই লেখকে সুদীৰ্ঘদিন তেজপুৰত চৰকাৰী কাৰ্য্যত থাকোতে বিভিন্ন সাংস্কৃতিক কামত ব্ৰতী হৈ থকাৰ সুযোগ হোৱাত তেজপুৰৰ কিছু বিশিষ্ট ব্যক্তিৰ সান্নিধ্যত ˚দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য,˚ দেৱীচৰণ ভট্টাচাৰ্য্য,˚ ভাৰত চন্দ্ৰ হাজৰিকা,˚ বাণীকান্ত শৰ্মা,˚ চন্দ্ৰধৰ গোস্বামী,˚নবীন চন্দ্ৰ কাথ হাজৰিকা আদিৰ ব্যক্তিগত পুথিভঁৰাল নিৰীক্ষণ কৰিবলৈ সুবিধা হৈছিল। এই সূত্ৰে, বিশেষকৈ চানমাৰীৰ ˚ভাৰত চন্দ্ৰ হাজৰিকাৰ পৰা অঃ ভাঃ উঃ সাঃ সভাৰ এটি ছিন্ন-ভিন্ন নথিত কিছু কাগজ-পত্ৰ পাইছিলো। তাৰ পৰা উদ্ধাৰ কৰা কাগজত নিম্নোক্ত বছৰেকীয়া প্ৰতিবেদন দুটা আৰু অন্যান্য চিঠি-পত্ৰ পঢ়ি এই তথ্যখিনি উদ্ধাৰ কৰা হয়। সংশ্লিষ্ট সংবাদৰ মূল তথ্য লেখকৰ ওচৰত আছে। ইতিমধ্যে ইয়াৰ কিছু অংশ তেজপুৰত বিভিন্ন পত্ৰিকাত প্ৰকাশ হৈছিল।

(১) তেজপুৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ সাধাৰণ সভা হৈছিল ১৯০৯ চনৰ ফেব্ৰুৱাৰী মাহত (১৩ মাঘ, ১৮৩০ শক)। তেতিয়া সম্পাদক আছিল ˚পদ্মনাথ গোহাঞিবৰুৱা (১৯০৬ চনৰ পৰা) আৰু সহকাৰী সম্পাদক আছিল ˚সহজানন্দ গোস্বামী।

(২) ১৯০৯-২৭ ৰ ১৯ বছৰীয়া চমু বিবৰণ ১৯৩০ চনৰ ২৬ আগষ্টৰ অধিৱেশনত সম্পাদক ঁকুমুদেশ্বৰ বৰঠাকুৰে পৰিৱেশন কৰে। লগতে ১৯২৯-১৯৩০ চনৰ কাৰ্য্যবিবৰণীও তাত সন্নিবিষ্ট কৰে। (এই প্ৰতিবেদন পাঠান্তৰত প্ৰকাশ হৈছে।) সেই সময়ত সভাপতি আছিল ঁপদ্মনাথ গোহাঞিবৰুৱা।

(৩) ৬-১১-১৯১৪ তাৰিখে এই সভাৰ নিগাজী সভাপতি ঁভৱানীচৰণ ভট্টাচাৰ্য্যৰ গৃহদাহৰ বাবে প্ৰথম ছবছৰৰ সভাৰ বিবৰণী দুভাৰ্গ্যক্ৰমে বিনষ্ট হয়।

(৪) ১৯১০ চনৰ নৱেম্বৰলৈকে সভাপতি পদত থাকে ঁভৱানীচৰণ ভট্টাচাৰ্য্য আৰু সম্পাদক ঁপদ্মনাথ গোহাঞিবৰুৱা।

(৫) ১৯০৯ চনৰ সাধাৰণ অধিৱেশনমতে কাৰ্য্যকাৰকসকলৰ কাৰ্য্যকাল তিনি বছৰীয়া হয়।

(৬) ১৯১০ চনৰ ডিচেম্বৰৰ পৰা অঃ ভাঃ উঃ সাঃ সভাৰ সভাপতি হয় ঁলক্ষ্মীকান্ত দাস, সম্পাদক ঁডালিম চন্দ্ৰ বৰা আৰু সহকাৰী সম্পাদক ঁসহজানন্দ গোস্বামী। ১৯১১ চনলৈকে দাস সভাপতি পদত থাকে। সেই চনতে তেওঁৰ মৃত্যু হয়।

(৭) ১৯১১ চনৰ ২৫ ডিচেম্বৰৰ পৰা পুনৰ সভাপতি হয় ঁভৱানীচৰণ ভট্টাচাৰ্য্য। এই চনতে ঁসহজানন্দ গোস্বামীয়ে তেওঁৰ নিজৰ পদ ইস্তফা দিয়ে আৰু ৬।৮।১১ ৰ পৰা সহকাৰী সম্পাদক হয় ঁচন্দ্ৰহংস দাস।

(৮) ১৯১৪ চনত যুটীয়া সম্পাদক ঁচন্দ্ৰকান্ত বৰুৱা। ১৯১৫ চনত সম্পাদক হয় ঁবোধনাথ পটংগীয়া। ১৯১৮ চনত সম্পাদক ঁসৰ্বেশ্বৰ বৰুৱা আৰু ১৯১৯ চনত সম্পদাক ঁমহাদেৱ শৰ্মা।

(৯) ১৯১৫ চন পৰ্য্যন্ত সভাপতি ঁভৱানী চৰণ ভট্টাচাৰ্য্য। ১৯১৬ চনৰ পৰা ১৯২০ চনলৈকে সভাপতি ঁপদ্মনাথ গোহাঞিবৰুৱা। ২১।৩।২০ তাৰিখৰ সভাৰ সিদ্ধান্তমতে সভাপতিৰ নিগাজী পদ উঠি যায়। ১৯২০ চনত সভাপতি হয় ঁলক্ষ্মীকান্ত বৰকাকতী। সম্পাদক পণ্ডিত ঁসন্ধিৰাম শৰ্মা, সহকাৰী সম্পাদক ঁকালিচৰণ ভট্টাচাৰ্য্য।

(১০) সভাৰ উনবিংশতিতম বছৰেকীয়া উৎসৱৰ অনুষ্ঠান হৈছিল ১৯১১ চনত। একবিংশ বছকৰ বছৰেকীয়া উৎসৱ হৈছিল ২৫।১।১৯১২ তাৰিখত। দুয়োখন সভাত সম্পাদকে পৰিৱেশন কৰা ৰিপোৰ্ট তলত সন্নিবিষ্ট কৰা হৈছে।

## ১৮৯০-১৯০৮ খ্ৰী. ৰ সময় কালৰ কাৰ্য্যবিবৰণীৰ কিয়দংশ

**ইং ১৮৯০-১৯০৮ চনৰ অঃ বাঃ উঃ সাঃ সভাৰ কাৰ্য্যবিবৰণী সম্পূৰ্ণ ৰূপত ইং ১৯৩০ চনৰ আগতে দুবাৰ প্ৰকাশ হোৱাৰ কথা উল্লেখ কৰা হৈছে। প্ৰথমবাৰ ১৯০৮ চনতে কলিকতাত ছপা কৰি আনিছিল। তৃতীয়বাৰৰ বাবে শ্ৰীৰোহিণী চৰণ ভট্টাচাৰ্য্যই (টুনি চাৰ) ইং ১৯৮৭ চনত অঃ ভাঃ উঃ সাঃ সভাৰ হৈ পুনৰ ছপাই দিয়ে। সেইবাবে এই কাৰ্য্যবিবৰণীখন ইয়াত সন্নিবিষ্ট কৰা নহ'ল। কাৰ্য্যবিবৰণীখনৰ 'ঙ' পৰিশিষ্টত সভাৰ কাৰ্য্যকাৰকসকলৰ নাম আৰু কাল আৰু 'চ' পৰিশিষ্টত সভাৰ আয়-ব্যয় দেখুৱা আছে।**

অঃ ভাঃ উঃ সাঃ সভাৰ প্ৰাপ্ত তথ্যসমূহৰ পৰা ধাৰাবাহিক ইতিহাসৰ ক্ৰম ৰক্ষাৰ বাবে আৰু পাঠকৰ সুবিধাৰ বাবে কেবল পৰিশিষ্ট দুটা ছপা পুথিখনৰপৰা সন্নিবিষ্ট কৰি দিয়া হ'ল।

## পৰিশিষ্টৰ প্ৰতিলিপি ঃ

### (ঙ) পৰিশিষ্ট

সভাৰ কাৰ্য্যকাৰক

| সম্পাদক | সহকাৰী সম্পাদক |
|---|---|
| (১) লম্বোদৰ বৰা- ইং ১৮৯০ চনৰ ২৩ নবেম্বৰৰ পৰা ১৮৯২ চনৰ ১৪ ফেব্ৰুৱাৰিলৈকে। | (১) শ্ৰীযুত কালিনাথ হাজৰিকা- ইং ১৮৯০ চনৰ ১৩ (?) নবেম্বৰৰ পৰা ১৮৯৩ চনৰ ১২ জানুৱাৰী-লৈকে। |
| (২) শ্ৰীযুত লক্ষ্মীকান্ত বৰকাকতী- ইং ১৮৯২ চনৰ ১৪ আগষ্টৰ পৰা ইং ১৮৯৬ চনৰ ৫ জুলাইলৈকে। | (২) শ্ৰীযুত বিষ্ণুপ্ৰসাদ গুপ্ত- ইং ১৮৯৩ চনৰ ১২ জানুৱাৰিৰ পৰা ১৯০২ চনৰ ২ নবেম্বৰলৈকে। |
| (৩) শ্ৰীযুত কৃষ্ণপ্ৰসাদ দুৱৰা বি, এল- ইং ১৮৯৬ চনৰ ৫ জুলাইৰ পৰা ১৮৯৭ চনৰ ৩১ জানুৱাৰীলৈকে। | (৩) শ্ৰীযুত দুৰ্গাধৰ বৰকটকী- ইং ১৮৯৬ চনৰ ৫ জুলাইৰ পৰা ইং ১৮৯৭ চনৰ ২ জানুৱাৰীলৈকে। |
| (৪) শ্ৰীযুত পদ্মনাথ বৰুৱা- ১৮৯৭ চনৰ ৩১ জানুৱাৰীৰ পৰা ১৯০২ চনৰ ২ নৱেম্বৰলৈকে। | (৪) শ্ৰীযুত চন্দ্ৰকান্ত বৰুৱা- ইং ১৯০৬ চনৰ ১৮ ফেব্ৰুৱাৰীৰ পৰা ১৯০৮ চনৰ ৫ নবেম্বৰলৈকে |
| (৫) শ্ৰীযুত ডালিম চন্দ্ৰ দাস ইং ১৯০২ চনৰ ২ নৱেম্বৰৰ পৰা ১৯০৬ চনৰ ১৮ ফেব্ৰুৱাৰীলৈকে। | (৫) শ্ৰীযুত সহজানন্দ গোস্বামী- ইং ১৯০৮ চনৰ ৫ নৱেম্বৰৰ পৰা চলি আছে। |
| (৬) শ্ৰীযুত পদ্মনাথ বৰুৱা- ইং ১৯০৬ চনৰ ১৮ ফেব্ৰুৱাৰীৰ পৰা চলি আছে। | |

### (চ) পৰিশিষ্ট

আয়-ব্যয়

| জমা | খৰছ |
|---|---|
| ১। নামঘৰৰ নিমিত্তে তোলা পঁচা ৪০২০ টকা ১ অনা | ১। নামঘৰ সজাত ৩৫১৭ টকা ১৩ অনা ৬ পাই |
| ২। ঐ ধাৰে জমা ১৬৭ টকা ৯ অনা ৬ পাই | ২। বাণ থিয়েটাৰৰ বাবে ৩২২ টকা ১ অনা ৯ পাই |
| ৩। সমজুৱাৰ পৰা পোৱা বৰঙণি ৬ টকা | ৩। নানা তবছৰ ১৩৫ টকা ১১ অনা |
| ৪। বাৎসৰিক উৎসৱৰ নিমিত্তে তোলা বৰঙণি ৬৩ টকা | ৪। ১৩ টকা (সঁজুলি কিনা) |
| | ৫। ৫ টকা (উৎসৱৰ বাবে) |
| মুঠ জমা ৪২৫৬ টকা ১০ অনা ৬ পাই | মুঠ খৰচ ৪১৯৩ টকা ১০ অনা ৩ পাই |

## ১৯ শ বছেৰেকীয়া উৎসৱৰ কাৰ্য্যবিবৰণী

১। **প্ৰাৰ্থনা ঃ** করুণাময় পৰমেশ্বৰৰ কৃপাত সভাই ১৯ বছৰ পাৰহৈ আহি এতিয়া ২০ বছৰত সোমাইছেহি। আমি সকলোৱে ঈশ্বৰৰ ওচৰত এক বাক্যে ইয়াকে আৰাধনা কৰোঁ যেন তেওঁ আমাক প্ৰতি বছৰে এই দৰে উৎসৱ পাতি আমাৰ ভাষাৰ শ্ৰী-বৃদ্ধি কৰিবলৈ শক্তি-সমৰ্থ দিয়ে।

২। **সভাৰ বুৰঞ্জী ঃ** এই সভাৰ ইতিহাস যোৱা বছৰৰ বছেৰেকীয়া উৎসৱৰ কাৰ্য্যবিৱৰণীত সম্পূৰ্ণৰূপে দিয়া হৈছে। সেই দেখি এই উৎসৱৰ বিৱৰণীত সমুদায় কথা উল্লেখ নকৰি কেৱল ইয়াকে কলেই যথেষ্ট হ'ব যে প্ৰায় ২০ বছৰৰ পূৰ্ব্বে কলিকতা নগৰত থকা অসমীয়া ছাত্ৰবিলাকে অসমীয়া ভাষাৰ উন্নতি সাধনৰ অৰ্থে "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা" নামেৰে এখন সভা সংস্থাপন কৰে। তাকে দেখি আসামৰ কেইবা ঠাইতো সেই নামেই ও সেই অৰ্থেই কলিকতাৰ সভাৰ শাখা সভাই হোক বা স্বতন্ত্ৰ সভাই হোক কেইখনমান সভা সংস্থাপিত হয়। তেজপুৰতো লম্বোদৰ বৰাৰ যত্নত "অসমীয়া ভাষাৰ আলোচনী" সভা বুলি এখন সভা স্থাপিত হয় আৰু তেওঁ জীয়াই থাকোতেই দুবাৰ কি এবাৰ উক্ত আলোচনী সভাৰ বছেৰেকীয়া উৎসৱো পতা হয়। কিন্তু তেওঁ মৰাৰ পাছত সেই সভা প্ৰায়েই লোপ পায়। যিহোক ইংৰাজী ১৮৯৭ চনত সেই সভাৰ অৰ্থ সম্বল লৈয়েই এই বৰ্ত্তমান অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা গঠিত কৰি আলোচনী সভাৰ কিছুমান নিয়মকৰণকে এই সভাৰ নিয়ম স্বৰূপে গ্ৰহণ কৰা হয়। এই সভাৰ কাৰ্য্য চলাবৰ নিমিত্তে এখন কাৰ্য্যনিৰ্ব্বাহিক সভা আছে। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ সাধাৰণ নিয়ম আৰু ঘাই সভা ও কাৰ্য্য নিৰ্ব্বাহক সভা সম্পৰ্কে যি নিয়ম কৰা হৈছে তাক (ক) পৰিশিষ্টত দেখুৱা গৈছে।

৩। **সভাৰ উদ্দেশ্য ঃ** এই সভাৰ ঘাই উদ্দেশ্য হৈছে অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে আলোচনা কৰা, অসমীয়া পুথি গোটোৱা, অসমীয়া কিতাপ লেখা, নাট, গীত ও বাদ্যাদিৰ আলোচনা ও সংস্কাৰ কৰা ইত্যাদি। কোৱা বাহুল্য মাত্ৰ যে এই সভাৰ কেইবাটাও উদ্দেশ্য — যেনে বিশ্ববিদ্যালয়ত অসমীয়া ভাষা চলোৱা আদি কাৰ্য্য আমাৰ দয়ালু গবৰ্ণমেণ্টৰ অনুগ্ৰহত সিদ্ধ হৈছে।

৪। **সভাৰ সম্পত্তি ঃ**

**(১) নাম ঘৰ ঃ-** এই সভাৰ ঘাই সম্পত্তি হৈছে অসমীয়া নামঘৰ। এই নামঘৰ প্ৰায় ৫০০০ হাজাৰ মান টকা খৰচ কৰি তৈয়াৰ কৰা হৈছে কিন্তু ঘৰৰ কাম এতিয়াও শেষ হোৱা নাই। অসমীয়া ৰাইজৰ পৰা বৰঙণি তুলি আৰু চাহাব, বঙালী, মাৰোৱাৰি ইত্যাদিৰ পৰাও অৰ্থদানলৈ এই নামঘৰ সঁজা হৈছে। নামঘৰত বাণ থিয়েটাৰ নাম দি এটা থিয়েটাৰৰ ষ্টেইজ পাতি তাত এটা কনচাৰ্ট পাৰ্টি গঠিত কৰি লগলগাই দিয়া হৈছে। গত চনৰ ভিতৰত নামঘৰৰ পশ্চিম ফালে থকা এডোখৰ

মাটি ২০০ টকা মূল্যত খৰিদ কৰি নামঘৰৰ তোল বঢ়োৱা হৈছে।

(২) **পুথিভঁৰাল ঃ** তেজপুৰৰ টাউন হলত এই সভাৰ পুথিভৰাল আছে কিন্তু সভাৰ আৰ্থিক অৱস্থা ভাল নোহোৱাৰ বাবে পুথিভঁৰালৰ অৱস্থাও ভাল কৰিব পৰা নাই।

**৫। গল বছৰৰ সভাৰ কাৰ্য্য ঃ** গ'ল বছৰৰ ভিতৰত কেৱল ৬ খন মাত্ৰ এই সভাৰ সভা পতা হৈছিল। ইংৰাজীৰ পৰা অসমীয়া অভিধান এখনি এই সভাৰ পৰা বাহিৰ কৰাৰ প্ৰস্তাব কৰি কাম হাতত লোৱা হৈছে কিন্তু কাৰ্য্য এতিয়াও শেষ হোৱা নাই।

**৬। সভাৰ কাৰ্য্যকাৰক ঃ** গত সনৰ আদিৰে পৰা যোৱা নবেম্বৰ মাহলৈকে এই সভাৰ সভাপতি শ্ৰীযুত ভৱানীচৰণ ভট্টাচাৰ্য্য, সম্পাদক শ্ৰীযুত পদ্মনাথ বৰুৱা আৰু সহকাৰী সম্পাদক শ্ৰীযুত সহজানন্দ গোস্বামী আছিল। কিন্তু সভাৰ কাৰ্য্যকাৰক সকলৰ সলনা-সলনি হোৱাৰ নিয়ম বন্ধাত শ্ৰীযুত লক্ষ্মীকান্ত দাসক সভাপতি ও শ্ৰীযুত ডালিম চন্দ্ৰ বৰাক সম্পাদক পতা হয় আৰু শ্ৰীযুত সহাজনন্দ গোস্বামীক পুনৰ সহকাৰী সম্পাদক মনোনীত কৰা হয়।

**৭। গৱৰ্ণমেণ্টৰ সহায় ঃ** ইতিপূৰ্বে কোৱা হৈছে যে এই সভাই অকল ভাষাৰ উন্নতিৰ বিষয়েহে যে চৰকাৰৰ পৰা বিশেষ সহায় পাই আহিছে এনে নহয় গবৰ্ণমেণ্টে এই সভাত এখন গেজেট দান কৰিও সভাৰ কাৰ্য্যত যথেষ্ট সহানুভূতি দেখাইছে। আজি আমি অতি আনন্দৰে স্বীকাৰ কৰিবলৈ সুযোগ পাইছোঁ যে গবৰ্ণমেণ্টে আমাৰ ভাষাৰ উন্নতিৰ অৰ্থে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী পৰীক্ষালৈকে অসমীয়া চলোৱাৰ ব্যৱস্থা কৰিছে আৰু গল বছৰ এজন অসমীয়া লেখকক জীৱন-বৃত্তি দান কৰিও আমাক যৎপৰোনাস্তি উৎসাহিত কৰিছে। আমি বিশেষকৈ আজি গবৰ্ণমেণ্টৰ এইবাবে শলাগ লবলগীয়া হৈছোঁ যে এই সভাৰ কেইবাজন সন্মানী সমজুৱাক ৰাজঘৰীয়া খিতাপ দি অকল এই সভাক নহয় গোটাই অসমীয়া সমাজক সন্মান কৰিছে।

**৮। সমজুৱা ঃ** এই সভাৰ তিনি শ্ৰেণী সমজুৱা আছে ঃ- (১) সাধাৰণ (২) মফঃস্বলীয় (৩) সন্মানী। সকলো শ্ৰেণীৰ সমজুৱাৰ বিৱৰণ (খ) পৰিশিষ্টত দিয়া হৈছে।

**৯। সভাৰ আয়-ব্যয় ঃ** আয় ব্যয় সম্পৰ্কে ঠিক নোহোৱাত হিসাব দিব পৰা নহ'ল।

## (ক) পৰিশিষ্ট ঃ (নিয়মাৱলী)

**সাধাৰণ নিয়ম ঃ-**

(১) **উদ্দেশ্য ঃ-** অসমীয়া ভাষা আৰু অসমীয়া সাহিত্যৰ সকলো প্ৰকাৰে উন্নতি সাধন কৰাই এই সভাৰ ঘাই উদ্দেশ্য।

(২) **সমজুৱা ঃ** অসমীয়া ভাষা আৰু সাহিত্যৰ হিতাকাঙ্খী সকলো মানুহেই এই সভাৰ সমজুৱা হ'ব পাৰিব। সভাৰ সমজুৱা হবলৈ সভাৰ সাধাৰণ অধিবেশনত

এজন সমজুৱাই প্ৰস্তাৱ আৰু আন এজনে অনুমোদন কৰিব লাগিব আৰু সভাই গ্ৰহণ কৰিব লাগিব। সাধাৰণতে এই সভাৰ সমজুৱা তিনি শ্ৰেণী : (১) সাধাৰণ (২) মফঃস্বলীয় [১৯১০ চনৰ ৬ষ্ঠ সভাৰ নিয়ম মতে]। (৩) সম্মানী সভ্য। সভাই উপযুক্ত বিবেচনা কৰিলে প্ৰসিদ্ধ ডাঙৰ মানুহক সম্মানী সভ্য কৰি লব পাৰিব।

(৩) **বিষয়া :** (ক) সাধাৰণ সভাৰ সৰহ ভাগ সমজুৱাৰ বাছনিমতে এই সভাৰ এজন নিগাজী সভাপতি নিযুক্ত হ'ব। (খ) সভাৰ কাৰ্য্য চলাবৰ নিমিত্তে এজন সম্পাদক আৰু তেওঁক সহায় কৰিবলৈ এজন সহকাৰী সম্পাদক থাকিব। সম্পাদকেই সভাৰ ধনভঁৰালী হব আৰু সহকাৰী সম্পাদকৰ হাতত সভাৰ পুথিভঁৰালৰ ভাৰ থাকিব। (গ) সভাৰ কাৰ্য্যকাৰকসকলক প্ৰতি তিনি বছৰে সাল-সলনি কৰিব লাগিব (১৯০৯ চনৰ ৫ম অধিৱেশনৰ নিয়মমতে।)

(৪) **কাৰ্য্য নিৰ্বাহিক সভা :** সভাৰ বাছনি মতে ৯ জনৰ বেচি নহয় আৰু ৫ জনৰ কম নহয় ইমান সমজুৱাৰে এখনি কাৰ্য্যনিৰ্বাহিক সভা গঠিত হ'ব। তাৰ ভিতৰত সভাপতি, সম্পাদক, সহকাৰী সম্পাদক এই সভাৰ বিষয়ববীয়া সমজুৱা হব।

(৫) **ঘাই সভাৰ নিয়মাবলী :** (১) ঘাই সভা সাধাৰণত মাহে মাহে এবাৰ কৈ বহিব। বিশেষ কাৰণ থাকিলে সম্পাদকে যেতিয়া তেতিয়াই ঘাই সভা আহ্বান কৰিব পাৰিব আৰু অনুন্য ৫ জন সমজুৱাই চহি দি অনুৰোধ কৰিলে সম্পাদকে ঘাই সভাৰ বিশেষ অধিবেশন আহ্বান কৰিব পাৰিব। ঘাই সভাত আলোচনা কৰিবলগীয়া বিষয়ৰ কমপক্ষেও তিনি দিনৰ আগেয়ে সম্পাদকে সমজুৱাসকলক জাননী দিব লাগিব। কিন্তু সভাৰ গঠন-প্ৰণালীত হাত নিদিয়াকৈ কোনো লাগতীয়াল প্ৰস্তাব কৰিবলৈ হলে সভাপতিৰ সম্মতিয়েই যথেষ্ট হব। সাধাৰণ সভাৰ নিমিত্তে সাধাৰণ সভ্যবিলাকক আহ্বান কৰিলেই হব। কিন্তু বিশেষ কোনো সভাৰ নিমিত্তে আৰু বছেৰেকীয়া উৎসৱৰ নিমিত্তে সকলো সভ্যক আহ্বান কৰিব লাগিব। [১৯১০ চনৰ ৬ষ্ঠ সভাৰ নিয়ম]

(২) ঘাই সভাৰ অধিৱেশনত নিগাজী সভাপতিয়েই সভাপতিৰ আসন গ্ৰহণ কৰিব। কিন্তু তেওঁৰ অনুপস্থিতিত উপস্থিত সমজুৱাসকলে সেইদিনাৰ নিমিত্তে তেওঁলোকৰ ভিতৰত এজনক সভাপতি কৰি লব।

(৩) ঘাই সভাৰ প্ৰস্তাববিলাক অধিকাংশ সমজুৱাৰ মত অনুসাৰে মীমাংসা হ'ব। বিপৰীত মতৰ সমজুৱা সংখ্যা সমান হলে সভাপতিয়ে যেইপিনেই মত দিয়ে সেইপিনৰ মতেই বলৱত হব।

(৪) ঘাই সভাৰ প্ৰতি মাহেকীয়া অধিৱেশনত এখন সাহিত্যসম্বন্ধীয় ৰচনা পাঠ কৰা হব। সেই ৰচনাৰ বিষয় আৰু ৰচনা লিখক আগৰ মাহৰ ঘাই সভাতে স্থিৰ কৰা হব। সেই ৰচনাবিলাক সভাৰ সম্পত্তি হব।

(৫) সাধাৰণ সভাৰ নিমিত্তে সম্পাদকে সৈতে ৫ জন সভ্য হলেই "থুল"

হ'ব অৰ্থাৎ পাঁচজন সমজুৱা গোট খালেই সভা বহিব পাৰিব।

**কাৰ্য্যনিৰ্বাহক সভাৰ নিয়মাৱলী ঃ**

১। যাই সভাত স্থিৰ হোৱা বিষয়বিলাক কাৰ্যত পৰিণত কৰাই কাৰ্য্যনিৰ্বাহক সভাৰ প্ৰধান কাম। তাত বাজেও সভাৰ উদ্দেশ্য সাধনৰ বিষয়ে যাই সভাক পৰামৰ্শ দিব।

২। সম্পাদকে যেতিয়াই আৱশ্যক বিবেচনা কৰে তেতিয়াই কাৰ্য্যনিৰ্বাহিক সভা আহবান কৰিব পাৰিব। সেই সভাত সভাপতিয়ে বা তেওঁৰ অনুপস্থিতিত আন এজন সমজুৱাই সভাপতিৰ আসন গ্ৰহণ কৰিব। কাৰ্য্যনিৰ্বাহিক সভাত কম পক্ষেও তিনিজন সমজুৱা উপস্থিত থাকিব লাগিব।

**সভাৰ বিষয়াবিলাকৰ কৰ্ত্তব্য ঃ**

১। **সম্পাদকৰ কৰ্ত্তব্য ঃ** তেওঁ সভাৰ সকলো অধিৱেশনৰ কাৰ্য্য বিৱৰণী লিখি ৰাখিব লাগিব। প্ৰত্যেক সভাত তাৰ আগৰ সভাৰ কাৰ্য্য বিৱৰণী পাঠ কৰি অনুমোদন কৰাব। সভাৰ সকলো সম্পত্তি, যেনে বহি কিতাপ পুথি ইত্যাদি সকলোৰে বাবে দায়ী থাকিব। সম্পাদকে সভাৰ সকলো পঁচা বৰঙণি আদি টকা তুলিব আৰু তাক সভাই যেনেকৈ বিধান কৰে সেই দৰে ৰাখিব আৰু নিয়ম মতে হিচাপ ৰাখিব। তেওঁ কাৰ্য্যনিৰ্বাহিক সভাৰ অনুমতি নোলোৱাকৈ কোনো টকা খৰচ নকৰিব কিন্তু জৰুৰী কামত ১০ (দহ) টকালৈকে নিজ ক্ষমতাৰে খৰছ কৰিব পাৰিব।

২। **সহকাৰী সম্পাদকৰ কৰ্ত্তব্য ঃ** সহকাৰী সম্পাদকে সকলো বিষয়ত সম্পাদকক সহায় কৰিব লাগিব।

৩। **সমজুৱাৰ কৰ্ত্তব্য ঃ** প্ৰতি সমজুৱাই মাহিলি অনা হিচাবে বছেৰেকত ৩টকাকৈ সভাৰ ভঁৰালত পঁচা দিব লাগিব। কোনো সমজুৱাই ক্ৰমান্বয়ে দুবছৰ পঁচা নিদিলে তেওঁ সমজুৱাৰ পৰা খাৰিজ হ'ব। কোনো সমজুৱাই বিনা কাৰণে দুবছৰ সভাৰ বয়-বাতৰি নললে তেওঁতে এই নিয়ম খাতিব। যি বিলাক চাঁদা দাতা ও বৰঙণি দিবলগীয়া সভ্যই তিনি মাহৰ ভিতৰত তিনিবাৰ সঁধাতো অন্ততঃ তেওঁলোকৰ পৰা পাওনাৰ ভিতৰত ১/৩ অংশ আদায় নকৰে তেন্তে কালেক্টৰৰ ৰেপট মতে তেওঁৰ নাম সভাই সভ্য শ্ৰেণীৰ পৰা বাদ দিব। বিশেষ কামৰ নিমিত্তে যি বৰঙণি পেলোৱা যায় তাক সেই কামৰ পূৰ্বে আদায় কৰিব লাগিব। যি সভ্যই সেই বৰঙণি দিবলৈ অস্বীকাৰ কৰে তেওঁৰ নাম সভ্য শ্ৰেণীৰ পৰা উঠাই দিয়া যাব। (১৯১০ চনৰ ৬ষ্ঠ সভাৰ নিয়ম মতে)

**পুথিভঁৰাল ঃ** কোনো সমজুৱাই ইচ্ছা কৰিলে তিন দিনৰ আগেয়ে জাননী দি সম্পাদকৰ হাতৰ কাগজ-পত্ৰ হিচাপ আদি চাব পাৰিব আৰু যাই সভাত ওপৰত লেখা নিয়মবিলাকৰ অধীনে কোনো প্ৰস্তাব কৰিব পাৰিব। সমজুৱাই সভাৰ পুথিভঁৰালৰ পৰা পুথি আঁতৰাই নিবৰ স্বত্ব নেথাকিব। কিন্তু তেওঁ পুথিভঁৰালীৰ

লগত বন্দবস্ত কৰি সেই পুথি পঢ়িব পাৰিব। পুথিৰ হৰণ-ভগনৰ নিমিত্তে পুথিভঁৰালী জগৰীয়া থাকিব।

**মন্তব্য ঃ** আৱশ্যক হলে ওপৰত দিয়া নিয়মৰ লৰচৰ হ'ব পাৰিব।

**সমজুৱাৰ বিৱৰণ ঃ**

১। **সাধাৰণ সমজুৱা ঃ** যিসকলে নিয়মিত বৰঙণি দিবলৈ গাত লয় সভাত উপস্থিত হৈ সভাৰ কাৰ্য্য কৰে আৰু বিশেষ কাৰণ নহলে সভাত যোগ নিদিয়াকৈ নেথাকে।

২। **সম্মানী সমজুৱা ঃ** যি সকলে বৰঙণি দিব বা সভাত উপস্থিত হব নেলাগে কিন্তু ইচ্ছা কৰিলে সভাক কোনো প্ৰকাৰ সাহায্য কৰিব পাৰিব।

৩। **মফঃস্বলীয় সমজুৱা ঃ** সহৰৰ পৰা যিবিলাক সভ্য দূৰৰ গাঁওলৈ কিম্বা আন জিলালৈ যায় তেওঁলোক মফঃস্বলীয় সভ্য।[†]

* *

**অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ ২১শ বছৰৰ বছেৰেকীয়া উৎসৱৰ ৰিপৰ্ট ঃ**

১। **সভাৰ বুৰঞ্জী ঃ** কৰুণাময় পৰমেশ্বৰৰ কৃপাত এই সভাই নিৰাপদে ২১ বছৰ পাৰহৈ ২২ বছৰত সোমাইছেহি। ২১ কি ২২ বছৰৰ পূৰ্বে কলিকতাত পঢ়িবলৈ যোৱা অসমীয়া ছাত্ৰবিলাকে অসমীয়া ভাষাৰ শ্ৰীবৃদ্ধি ও উন্নতি কৰিবৰ অৰ্থে কলিকতাত অসমীয়া ভাষা উন্নতি সাধিনী সভা নামে এখন সভা গঠন কৰে ও সেই সভাকে দেখি আসামৰ কেইবাঠাইতো সেই আৰ্হিৰে কেইবাখনো সভা গঠিত হয়। তেজপুৰতো সেইসময়তে অসমীয়া ভাষা আলোচনী সভা বুলি এখন সভা সংস্থাপিত হয়। সেই সভা যদিও বৰ কাৰ্য্যকাৰক হৈ উঠা নাছিল তথাপি প্ৰায় ১৮৯৭ চনত উক্ত আলোচনী সভাৰ কিছু নিয়ম প্ৰণালী গ্ৰহণ কৰি বৰ্ত্তমান এই সভা গঠন কৰা হৈছিল। পূৰ্ব্বৰ নিয়মৰ লগত সময়ে সময়ে নতুন নিয়ম কৰি আজি পৰ্য্যন্ত সেই সভা নিৰ্ব্বিবাদে অসমীয়া ভাষা উন্নতি সাধিনী সভা নাম দি চলোৱা হৈ আহিছে। এই সভাৰ এখন কাৰ্য্যনিৰ্বাহিক সভা আছে। ঘাই ও কাৰ্য্যনিৰ্বাহক সভা সম্পৰ্কে এতিয়ালৈকে যি বিলাক নিয়ম বন্ধা হৈছে তাকে (খ) পৰিশিষ্টত দেখুৱা হৈছে।

২। **সভাৰ উদ্দেশ্য ঃ** এই সভাৰ ঘাই উদ্দেশ্য হৈছে অসমীয়া ভাষাৰ উন্নতিৰ নিমিত্তে আলোচনা কৰা। অসমীয়া পুথি গোটোৱা, অসমীয়া কিতাপ লেখা, নাট, গীত বাদ্যাদিৰ আলোচনা ও সংস্কাৰ কৰা ইত্যাদি।

৩। **সভাৰ সম্পত্তি ঃ** এই সভাৰ ঘাই সম্পত্তি (১) নামঘৰ (২) পুথিভঁৰাল। এই নামঘৰৰ গৰাকী অঃ ভাঃ উঃ সাঃ সভা। বৰ্ত্তমান নামঘৰ সভাৰ জিম্মাত

---

† এই (খ) পৰিশিষ্টত (১) ৫১ জন সম্মানী সমজুৱা, (২) ৭০ জন মফঃস্বল সমজুৱা, (৩) ৯২ জন সাধাৰণ সমজুৱাৰ নাম আছে।

আছে। সভাই এই নামঘৰত বাণ থিয়েটাৰ নামে এটা থিয়েটাৰৰ ষ্টেইজো পাতি দিছে। থিয়েটাৰৰ দৃশ্যবিলাক অসমীয়া ভাষা উন্নতি সাধিনী সভাই নামঘৰলৈ তোলা টকাৰে সৈতে কিনি দিছে। (২) পুথিভঁৰাল ঃ এই সভাৰ পুথিভঁৰাল তেজপুৰৰ টাউন হলত আছে।

৪। **যোৱা বছৰৰ কাৰ্য্যবিবৰণী ঃ** যোৱা বছৰৰ ভিতৰত মুঠেই এই সভাৰ ৮ খন অধিৱেশন বহে। তাৰ ভিতৰত ৬ খন বিশেষ ও ২ খন সাধাৰণ অধিৱেশন। বিশেষ অধিৱেশনত নিয়ম কৰণ আদি কৰা যায় ও সাধাৰণ অধিবেশনত ৰচনা পাঠ কৰা যায়।

৫। এই বছৰৰ বেছিভাগ সময় ঁলক্ষ্মীকান্ত দাস সভাৰ স্থায়ী সভাপতি আছিল কিন্তু তেওঁৰ মৃত্যু হোৱাত যোৱা ২৫ ডিচেম্বৰ তাৰিখে শ্ৰীযুত ভৱানীচৰণ ভট্টাচাৰ্য্য ডাঙৰীয়াক সভাপতি মনোনীত কৰা হয়। শ্ৰীযুত দালিম চৰণ বড়া এই বছৰৰ ভিতৰত সম্পাদক থাকে। শ্ৰীযুত সহজানন্দ গোস্বামীয়ে সহকাৰী সম্পাদকৰ পদ ইস্তফা দিয়াত্ ৬-৮-১১ তাৰিখে শ্ৰীযুত চন্দ্ৰহংস দাসক সহকাৰী সম্পাদক নিযুক্ত কৰা হয়।

৬। **সমজুৱা ঃ** এই সভাৰ তিনি শ্ৰেণীৰ সমজুৱা আছে (১) সন্মানী সমজুৱা (২) মফঃস্বলীয় সমজুৱা (৩) সাধাৰণ সমজুৱা। সমজুৱাৰ বিৱৰণ (ক) পৰিশিষ্টত দিয়া হৈছে।* এই বছৰৰ ভিতৰত ৫১ জন সন্মানী, ৯৬ জন মফঃস্বলীয় আৰু ৫৮ জন সাধাৰণ সমজুৱা আছিল।

৭। আয় ব্যয় ঃ এই সভাৰ সকলো প্ৰকাৰৰ জমা আদিৰে পৰা বৰ্ত্তমান সময় জানুৱাৰী মাহলৈ ৫৪১৫ টকা ৭ অনা ৬ **পাই, খৰছ** ৫৪০১ টকা ১১ অনা ৬ পাই, বাকী ১৩ টকা ১২ অনা। আয়-ব্যয়ৰ হিসাব (গ) পৰিশিষ্টত দিয়া হৈছে।

৮। **শলাগনি ঃ** গবৰ্ণমেণ্টে এই সভাক এখন গেজেট দি সহায় কৰাৰ বাবে সভা গবৰ্ণমেণ্টৰ প্ৰতি চিৰকৃতজ্ঞ।

৯। **শোক প্ৰকাশ ঃ** এই বছৰৰ ভিতৰত সভাৰ লাগতীয়াল ও পৰম হিতাকাঙ্খী দুজন সভ্য ঁলক্ষ্মীকান্ত দাস ও ঁকেশবচন্দ্ৰ ফুকন অসময়ত ঢুকুৱাত সভা বৰ ক্ষতিগ্ৰস্ত হৈছে আৰু সভাই বৰ দুঃখ পাইছে।

**শ্ৰী দালিম চন্দ্ৰ বৰা**
অঃ ভাঃ উঃ সাঃ সভা
২৫-১-১২

---

* এই কাৰ্য্যবিৱৰণীৰ পাছত 'ক' পৰিশিষ্টত (১) ৫১ জন সন্মানী সমজুৱা, (২) ৫৮ জন সাধাৰণ সমজুৱা আৰু (৩) ৯৬ জন মফঃস্বলীয় সমজুৱাৰ নাম সন্নিবিষ্ট আছে।

**(গ) পৰিশিষ্ট ঃ**

**সভাৰ আয় ব্যয়ৰ হিসাব ঃ-**

জমা ঃ-

**১। নামঘৰৰ বাবত জমা ঃ-**

৯-২-১০ আৰিখলৈ জমা ৫০১৯ টকা ৬ পাই
১০-২-১০ তাৰিখৰ পৰা
৩১-১-১১ তাৰিখলৈ জমা ৩৬৮ টকা ১২ অনা

৫৩৮৭ টকা ১২ অনা ৬ পাই

পূৰ্বৰ বাকী পোৱা ৫ টকা
২। বছেৰেকীয়া উৎসৱৰ বাবত জমা ১৮ টকা

১৯১০ চনৰ এপ্ৰিললৈ জমা
(অৰ্থাৎ ১৯১০ চনৰ উৎসৱৰ জমা) ২৩ টকা

মোট জমা ৫৪১০ টকা ১২ অনা ৬ পাই

**খৰছ ঃ**

নামঘৰৰ বাবদ খৰচ ঃ
৯-২-১০ তাৰিখলৈ খৰচ ৫০১৮ টকা ১২ অনা ৬ পাই
১০-২-১০ তাৰিখৰ পৰা
৩১-১-১১ তাৰিখলৈ খৰচ ৩৬৬ টকা ১০ অনা
বছেৰেকীয়া উৎসৱৰ খৰচ ঃ
১৯১০ চনৰ উৎসৱৰ খৰচ ১১ টকা ১৩ অনা

| | | | | |
|---|---|---|---|---|
| মোট খৰচ | | ৫৩৯৭ টকা | ৩ অনা | ৬ পাই |
| | মোট জমা | ৫৪১০ টকা | ১২ অনা | ৬ পাই |
| | মোট খৰচ | ৫৩৯৭ টকা | ৩ অনা | ৬ পাই |
| | বাকী- | ১৩ টকা | ৯ অনা | |

৪।২।১১

| | | |
|---|---|---|
| কেচ বহিৰ বাকী- | ২টকা | ৬ অনা |
| বছেৰেকীয়া উৎসৱৰ চাঁদাৰ বহিৰ বাকী- | ১১টকা | ৩ অনা |
| মোট | ১৩টকা | ৯ অনা |

**(গ) পৰিশিষ্ট ঃ-**

জমা ঃ

| | | | |
|---|---|---|---|
| ১৯১২ চনৰ জানুৱাৰী মাহ পৰ্য্যন্ত | | | |
| মোট নামঘৰৰ বাবত জমা - | ৫৩৮৭টকা | ১২ অনা | ৬ পাই |
| ১৯১১ চনৰ বছেৰেকীয়া উৎসৱৰ জমা- | ২৭টকা | ১১ অনা | |
| | ৫৪১৫ টকা | ৭ অনা | ৬ পাই |

খৰচ ঃ

| | | | |
|---|---|---|---|
| ১৯১২ চনৰ জানুৱাৰী পৰ্য্যন্ত | ৫৩৮৫ টকা | ১১ অনা | ৬ পাই |
| ১৯১১ চনৰ বছেৰেকীয়া উৎসৱৰ খৰচ | ১৬ টকা | | |
| | ৫৪০১ টকা | ১১ অনা | ৬ পাই |

| | | | |
|---|---|---|---|
| জমা- | ৫৪১৫ টকা | ৭ অনা | ৬ পাই |
| খৰচ- | ৫৪০১ টকা | ১১ অনা | ৬ পাই |
| | ১৩ টকা | ১২ অনা | |

| | | |
|---|---|---|
| কেচ বহিৰ বাকী- | ২ টকা | ১ অনা |
| বছেৰেকীয়া উৎসৱৰ বাকী - | ১১ টকা | ১১ অনা |
| | ১৩ টকা | ১২ অনা |

[নিয়মাৱলী থকা 'খ' পৰিশিষ্ট পোৱা নাই। সম্ভৱতঃ আগৰখনৰ দৰেই ই একে আছিল।]

***

# ১৯০৯-১৯৩০ খ্ৰী. কালৰ
# অঃ ভাঃ উঃ সাঃ সভাৰ কাৰ্য্যবিৱৰণী

১৯১১ আৰু ১৯১২ চনৰ উল্লেখ কৰি অহা সেই কাৰ্য্যবিৱৰণী দুটাৰ বাহিৰে ১৯০৯ চনৰ পৰা এই অনুষ্ঠানৰ অন্যান্য অধিক ইতিহাস বিতংভাৱে পোৱা নাযায়। আমি ১৯০৯ চনৰ পৰা ১৯৩০ চনলৈকে লিখিত মূল কাৰ্য্যবিৱৰণীৰ কেইখিলা পাত কষ্টেৰে উদ্ধাৰ কৰিবলৈ সমৰ্থ হৈছিলো। হস্তাক্ষৰ সেই সময়ৰ সম্পাদক ঁকুমুদেশ্বৰ বৰঠাকুৰ ডাঙৰীয়াৰ নিজৰ। তেওঁ সম্পাদক আছিল ১৯২৭ চনৰ ১৩ অক্টোবৰৰ পৰা ১৯৩১ চনলৈ। ইয়াৰ আগতে অলপ সময়ৰ বাবে ঁ লক্ষ্মীধৰ শৰ্মা সম্পাদক আছিল। তেওঁ পদত্যাগ কৰাত ঁ বৰঠাকুৰ ডাঙৰীয়া সম্পাদক হৈছিল। ১৯৩১ চনৰ পাছত সম্পাদক আছিল ঁ আনন্দ চন্দ্ৰ আগৰৱালা ডাঙৰীয়া।

কাৰ্য্যবিৱৰণীখনৰ কিছু আখৰ উৰঁলি গৈছে; পুৰণি হোৱা বাবে অস্পষ্টও হৈছে। পৃষ্ঠা সংখ্যা নাই। গতিকে, কেইখিলা আছিল জনা নাযায়। যেনেকৈ পোৱা হৈছে, তেনেকৈয়ে প্ৰকাশ কৰা হ'ল।

**তেজপুৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ কাৰ্য্যবিৱৰণী, ১৯০৯-১৯৩০ ঃ**

পৰমপিতা পৰমেশ্বৰৰ কৃপাত এই সভাই দুকুৰি বছৰ পাৰ হৈ এতিয়া ৪১ বছৰত ভৰি দিছেহি। এনে পুৰণি অনুষ্ঠান আসামত যে নায়েই, সদৌ ভাৰততো কংগ্ৰেছৰ বাদে আন নাই যেন লাগে। এনে এখন সভাৰ সভ্য বা বিষয়া হবলৈ পোৱাটো বিশেষ ভাগ্যৰ পৰিচায়ক; আৰু ইয়াক জীয়াই ৰাখিব পৰাতো সঁচাই অতি গৌৰৱৰ বিষয়।

**১৮৯০-১৯০৮ ঃ**

প্ৰথম উনৈশ বছৰৰ কাৰ্য্যবিৱৰণী দ্বিতীয়বাৰ ছপাই, প্ৰায় লুপ্তোদ্ধাৰ কৰি ৰাইজৰ হাতত দিয়া হৈছে। তাৰ পাছৰ উনৈশ বছৰৰ চমু কথা এই ঃ

**১৯০৯-১৯২৭ ঃ**

৬/১১/১৪ তাৰিখে এই সভাৰ নিগাজী সভাপতি ঁ ৰায়চাহেব ভৱানীচৰণ ভট্টাচাৰ্য্য দেৱৰ গৃহ-দাহৰ লগত প্ৰথম ছবছৰৰ সভাৰ বিৱৰণী দুৰ্ভাগ্যক্ৰমে লোপ পাইছে। ১৯১৭ আৰু ১৯২১ চনৰ কথাও কাৰ্য্যবিৱৰণীত নাই।

| পৰ্য্যন্ত | স্থায়ী সভাপতি | সম্পাদক | অধিৱেশন | ৰচনা আদি |
|---|---|---|---|---|
| ১৯১৫ | *ৰায়চাহেব ভৱানীচৰণ ভট্টাচাৰ্য্য | শ্ৰীযুত ডালিম চন্দ্ৰ বৰা আৰু বোধনাথ পটঙ্গীয়া | সাতোটা | ১। *লম্বোদৰ বৰাৰ জীৱনী- *বোধনাথ পটঙ্গীয়া<br>২। চাৰিদুৱাৰৰ বুৰঞ্জী ১মভাগ<br>৩। ঐ ২য় ভাগ শ্ৰীযুত মহাদেৱ শৰ্মা |
| ১৯১৮ | ৰায়চাহেব শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱা এম. আৰ. এ. এচ. | শ্ৰীযুত সৰ্বেশ্বৰ বৰুৱা, সহকাৰী ঃ শ্ৰীযুত মহাদেৱ শৰ্মা | চাৰিটা | ৪। অসমীয়া সাহিত্যিকৰ পুৰস্কাৰ- শ্ৰীযুত বেণুধৰ দাস<br>৫। 'ডিচ্‌মিচ্'- শ্ৰীযুত দণ্ডীনাথ কলিতা<br>৬। চাৰিদুৱাৰৰ বুৰঞ্জীঃ ১মভাগ<br>৭। ঐ-২য়ভাগ<br>৮। ঐ-৩য়ভাগ শ্ৰীযুত মহাদেৱ শৰ্মা |

| পৰ্য্যন্ত | স্থায়ী সভাপতি | সম্পাদক | অধিৱেশন | ৰচনা আদি |
|---|---|---|---|---|
| ১৯১৯ | ঐ (নিগাজী সভাপতিৰ পদ উঠে ১৯২০ চনত) | শ্ৰীযুত মহাদেৱ শৰ্মা, সহকাৰী শ্ৰীযুত দণ্ডীনাথ কলিতা | দহোটা | ৯। 'অসমীয়া ভাষা'— শ্ৰীযুত ডালিম চন্দ্ৰ বৰা ১০। 'সাহিত্য সম্পৰ্কে এটি কথা'— শ্ৰীযুত হৰমোহন দাস। ১১। 'বহুৰূপী- শ্ৰীযুত দণ্ডীনাথ কলিতা |
| ১৯২৪ | | শ্ৰীযুত সন্ধি ৰাম শৰ্মা আৰু শ্ৰীযুত কালীচৰণ ভট্টাচাৰ্য্য (সম্ভৱতঃ এখেত এই সময়ত সহকাৰী— | ছটা | ১২। 'অসমীয়াৰ পৰা ইংৰাজী আৰু অসমীয়া অৰ্থেৰে অভিধান সঙ্কলনৰ প্ৰস্তাৱ'। ১৩। 'বৰ্তমান আমাৰ আমিত্ব কেশৱকান্ত বৰুৱা ১৪। 'কবিতা'- দণ্ডীনাথ কলিতা |
| ১৯২৭ | | শ্ৰীযুত চন্দ্ৰকান্ত বৰুৱা, সহকাৰী শ্ৰীযুত সূৰ্য্য কান্ত বৰা | আঠোটা | ১৫। 'আমাৰ আধুনিক দুৰৱস্থা আৰু অৰ্থনীতি'- কদম ৰায় ডেকা |

| পৰ্য্যন্ত | স্থায়ী সভাপতি | সম্পাদক | অধিৰেশন | ৰচনা আদি |
|---|---|---|---|---|
| | | | | (ক) নিয়মাৱলীৰ চেষ্টা (খ) সভাৰ বুৰঞ্জী ছপোৱাৰ চেষ্টা |
| ১৯২৮ | | শ্ৰীযুত লক্ষ্মীধৰ শৰ্মা | এটা | × |

১৯২৯-৩০ ঃ

যোৱা দুবছৰত আমি শ্ৰীযুত ফটিক চন্দ্ৰ শৰ্মা আৰু শ্ৰীযুত সূৰ্য্যমল কোঁচুক সহকাৰী সম্পাদক স্বৰূপে পাইছো। আমাৰ কাৰ্য্যকালৰ ভিতৰত ১৪টা অধিৰেশন বহে। ইয়াৰ ভিতৰত কেইবাখনো শোকসভা, বিশেষ সভা আৰু বিহু সন্মিলন পৰিছে। ছবাৰ চেষ্টা কৰিও সভা বহুৱাব পৰা নাই। প্ৰায়ে থুলৰ অভাৱ হয়।

এই কালৰ ভিতৰত শ্ৰীযুত লক্ষ্মীধৰ শৰ্মা দেৱৰ (১) 'জাতীয় জীৱনৰ ওপৰত সাহিত্যৰ প্ৰভাৱ' আৰু (২) 'বৰ্তমান সাহিত্যৰ গতি' অতি উপাদেয় ৰচনা হৈছিল। শ্ৰীযুত লম্বোদৰ কলিতাৰ 'গাৱলীয়া জীৱন' আন এখনি লাগতিয়াল ৰচনা। **শ্ৰদ্ধেয় গোহাঞিবৰুৱাৰ 'হেমচন্দ্ৰ চনেট' অসমীয়া ভাষাৰ এটা সম্পত্তি।**[১]

সুঁৱৰিবলৈ গৌৰৱ বোধ কৰো যে এই সভাৰ অন্যতম প্ৰতিষ্ঠাতা শ্ৰদ্ধেয় শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা দেৱৰ ওচৰত আমি সঁচাই ঋণী। তেখেতৰ উদ্‌গনি আৰু বুদ্ধিৰ পৰাই তলত দিয়াখিনি কৰা হ'ল ঃ-

১। এই সভাৰ পুৰণি কাৰ্য্যবিৱৰণী (১৮৯০-১৯০৮) পুনঃ ছপোৱা হ'ল।

২। চৰকাৰৰ পৰা গেজেট আদি আকৌ বিনামূল্যে পোৱা হ'ল।

৩। এই সভাৰ চেক্ৰেটাৰী বাণ থিয়েটাৰৰ কাৰ্য্যকৰী সভাৰ বিষয়ববীয়া সভ্য হ'ল।

১ উল্লেখ হোৱা এই চনেটটো হেমচন্দ্ৰ গোস্বামী দেৱৰ মৃত্যুত অঃ ভাঃ উঃ সাঃ সভাই ১৯২৮ চনৰ ২০ বহাগত অনুষ্ঠিত কৰা শোক সভাৰ বিশেষ অধিৰেশনত গোহাঞি বৰুৱা দেৱে ৰচনা কৰি পাঠ কৰিছিল। এই লেখকৰ হাতত গোহাঞি বৰুৱাৰ নিজ হস্তাক্ষৰত লিখিত উক্ত চনেটৰ প্ৰতিলিপি সংৰক্ষিত আছে। অসমীয়া কাব্য-সাহিত্যলৈ ই এক অমূল্য অৱদান আৰু 'চনেট- ইলিজি'। ইয়াত উদ্ধৃত কৰা হৈছে। (পৃষ্ঠা - ৯২)

**বিশেষ অসুবিধাত আগৰদৰে নতুন বছৰৰ প্ৰাৰম্ভত আমি কোনো বছেৰেকীয়া উৎসৱ পাতিব পৰা নাই। তাৰ ঠাইত 'বিহু সম্মিলন' পতা হৈছিল। এই নতুন অনুষ্ঠানৰ লগত লুপ্তপ্ৰায় 'হুচৰি গোৱা' আৰু 'পিঠা-প্ৰদৰ্শনী' যোগ দিয়া হৈছিল। এইবোৰ পাহৰিলেও সোঁৱৰাই দিছিল শ্ৰীযুত ৰাধিকা কান্ত দাস ডাঙৰীয়াই আৰু আমাৰ প্ৰধান সহায়ক আছিল শ্ৰীযুত সূৰ্য্যকান্ত বৰা, শ্ৰীযুত ৰজনী কান্ত শৰ্মা, শ্ৰীযুত উমাকান্ত শৰ্মা, শ্ৰীযুত দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য আদি ডেকাসকল।**

**বিশেষ চেষ্টা কৰিও তলত নাম দিয়াখিনি আমি কৰি উঠিব নোৱাৰিলো।**

১। সভাৰ পুঁজি টনকিয়াল কৰা।

২। সভাৰ নতুন নিয়মাৱলীৰ পাণ্ডুলিপি তৈয়াৰ কৰিলেও তাক সভাত গৃহীত কৰা।

৩। টাউন হলৰ লাইব্ৰেৰীত এই সভাৰ এটা আলমাৰি আৰু অসমীয়া কিতাপ কুৰিখনমান আছে। তাৰ পুষ্টিসাধন কৰা।

৪। সভালৈ সভ্যসকলৰ আগ্ৰহ বঢ়োৱা।

৫। সভাৰ জাননীবোৰ সকলো সভ্যক দেখুৱাৰ দিহা কৰা।

এই সভাৰ পুঁজিৰ হিচাব তলত দিয়া হল।

| | জমা | | | খৰছ | | | বাকী | | |
|---|---|---|---|---|---|---|---|---|---|
| | টকা | অনা | পাই | টকা | অনা | পাই | টকা | অনা | পাই |
| ১৯১৪ পৰ্য্যন্ত | ৫৫৭৬ | ৮ | ৬ | ৫৫৭০ | ১৪ | | ৫ | ১০ | ৬ |
| ১৯২৪-২৭ | ৩০ | ৭ | ৬ | ২৪ | ১১ | | ৫ | ১২ | ৬ |
| ১৯২৮-৩০ | ২১ | ১৪ | | ৫২ | ৮ | | - ৩০ | ১০ | |
| সৰ্ব মোট | ৫৬২৮ | ১৪ | × | ৫৬৪৮ | ১ | × | - ১৯ | ৩ | |

এই সভাৰ হিচাবৰ বহীৰ পৰা জনা যায় যে শ্ৰদ্ধেয় শ্ৰীযুত লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী মহোদয়ৰ হাতত আগৰ পৰা জমা আছে ৫ টকা ১০ অনা ৬ পাই। শ্ৰীযুত লক্ষ্মীধৰ শৰ্মা দেৱে যোৱা দুবছৰ 'আসাম সাহিত্য সভা'লৈ তোলা আৰু দিয়া কুৰি টকাৰ বিতং হিচাব আৰু ৰচিদ আমি পোৱা নাই। এই সভাৰ পুৰণি কাৰ্য্যবিৱৰণী তথা বুৰঞ্জী ছপোৱাৰ পৰা আমি ২৪ টকা ১৩ অনা ৬ পাই ভৰিছো।

আশাকৰো সভাই সেই কেইটকা আমাৰ দিবৰ দিহা কৰিব। এই সভাৰ অনুমোদিত সভ্যসকলৰ নাম লগত দিয়া হ'ল।[২]

এতিয়া আমাৰ ক'ব লগাখিনিৰ ওৰ পৰিল। আমাৰ অশেষ ক্রটি ৰাইজে মৰিষণ কৰিব। আমি যি কৰিব পাৰিলো সি অতি কিঞ্চিৎ আৰু যি বাকী থাকিল সি পৰ্বতপ্ৰমাণ।

তেজপুৰ আসামৰ হিয়াকৰি। আমাৰ মনত পৰা কালৰপৰা এই ঠাইৰ খ্যাতি শুনি আছো। ইয়াৰ পৰাই সদায় নতুন আৰু কাৰ্য্যকৰী কিবা আসামৰ অন্যান্য ঠাইত বিকীৰ্ণ হয়। কবলৈ অশেষ গৌৰৱবোধ কৰো যে আজিও ইয়াত একে সময়তে এতিয়াও শ্ৰদ্ধেয় গোহাঞি বৰুৱা, আগৰৱালা, পদ্মপতি, শৰ্মা তিনিজন, কলিতা, বৰুৱা, দাস প্ৰমুখ্যে অনেকো বিখ্যাত সাহিত্যিক আছে। আসামৰ অন্যান্য ঠাইত এনে সুবিধা আছে যেন নালাগে। এই প্ৰখ্যাতনামা সাহিত্যিকসকলৰ যত্নত, উপস্থিতি আৰু উদগনিত এই সভাই পৃথিৱীৰ আন আন বিখ্যাত সভাৰ গঢ় লব পাৰে। কেতিয়াবা কেতিয়াবা মনত লাগে যেন এই সভাৰ পৰাই চাই-বুজি 'পণ্ডিত', 'সৰস্বতী' আদি উপাধি উপযুক্ত সভ্যক দি ইয়াৰ গৌৰৱ বঢ়োৱা যাওক।

যি এফেৰা বাকী আছিল তাকো কৈ শেষ কৰিলো। গলবস্ত্ৰ হৈ নতশিৰে আপোনালোকৰ আৰ্শীবাদ খোজাৰ লগে লগে ক্রটি মাৰ্জনাও খুজিছো। ইয়াৰে মোৰ বিষয়-বাব ৰাইজক গতাই দিলো। ইতি

দেখিলোঁ। (স্বাঃ) শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ
(স্বাঃ) শ্ৰীপদ্মনাথ ২৪-৮-৩০
ইং ২৬/৮/৩০

উল্লেখিত এই কাৰ্য্যবিৱৰণীখন চম্ু দেখা যায়। ইয়াৰ এটি চুকত ইয়াক কাৰ্য্যবিৱৰণীত তোলা হ'ল বুলিও উল্লেখ আছে।

---

২. উল্লেখ কৰা সভ্যৰ তালিকাখন ইয়াৰ লগত পোৱা হোৱা নাই। প্ৰথমতে এই সভাৰ তিনি প্ৰকাৰৰ সভ্য আছিল। (১) সম্মানী সভ্য (২) সাধাৰণ সভ্য আৰু (৩) মফচলীয় সভ্য। পাছলৈ কেবল সম্মানী সভ্য আৰু সাধাৰণ সভ্য বুলি দুই প্ৰকাৰৰ সভ্য কৰা হয়।

অঃ ভাঃ উঃ সাঃ সভাত পঠিত প্ৰবন্ধ আৰু বক্তৃতাসমূহ অতি মূল্যবান আৰু উচ্চ খাপৰ আছিল। অপ্ৰকাশিতভাৱেই এইবোৰ সময়ৰ সোঁতত বিলুপ্ত হ'ল। কাৰোবাৰ হাতত থাকিলে এইবোৰ প্ৰকাশ হোৱা প্ৰয়োজন।

# তেজপুৰ

## অঃ ভাঃ উঃ সাঃ সভাৰ কেইটামান অধিক সংবাদ

(১) মাজতে সমান্তৰাল অঃ ভাঃ উঃ সাঃ সভা সংগঠনৰ প্ৰচেষ্টা হৈছিল নেকি?

ইং ১৯১০ চনৰ পৰা ১৯১৫ চনলৈ অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক আছিল * ডালিম চন্দ্ৰ বৰা। সেই সময়ত কিবা কাৰণত অঃ ভাঃ উঃ সাঃ সভাৰ পৰা কেইজনমান সদস্যৰ নাম কাটি দিয়া হৈছিল বা বাতিল কৰি দিয়া হৈছিল। * বৰাদেৱে নিজ হাতেৰে লেখা আৰু নিজৰ চহী থকা দুখন চিঠিৰ পৰা এই সংবাদ জনা যায়।

চিঠি দুখনৰ প্ৰতিলিপি প্ৰকাশ কৰা হ'ল।

To, 27.2.12

The Chief Secretary to the Government of
East Bengal and Assam.
Through the Deputy commissioner, Darrang.

Sir,

I beg most respectfully and humbly to state that there is a literary institution of longstanding at Tezpur under the name of 'The Assamese Language Improvement Society'. The Institution consists of over 200 members of representative character scattered over the whole province and it is recognised by the Government which very kindly favours it with a copy of the Government Gazette. Recently the Society struck off the names of some 17 or 18 persons from the list of their members and now they understand that these persons have started a fresh institution under the identical name of the existing Society of which I am the secretary and Srijut Bhabani Charan Bhattacharyya, Honorary Magistrate is the president. The Society, therefore, thinks it desirable that in

order to avoid any confusion the matter should be represented to the Government and it should be prayed that in future the Government Gazette or any other thing that the Government is pleased to favour the society with, may be sent to the address of Srijut Dalim Chandra Bora, Secretary, 'Assamese Language Improvement Society'

I have etc
Sd/- D. C. Bora
Secretary, A.L.I. Society

চৰকাৰৰ নিম্নোক্ত চিঠিখন সম্ভৱতঃ উপৰিউক্ত এই চিঠিখনৰ উত্তৰ। কিন্তু তাৰিখৰ সমিলমিল নাই। ২৬/২/১২ তাৰিখৰ আবেদনৰ প্ৰসঙ্গৰ কথাহে ইয়াত উল্লেখিত হৈছে। তদুপৰি দৰং জিলাৰ উপায়ুক্তলৈ লেখা প্ৰতিলিপিত তেওঁৰ ৮/২/১২ তাৰিখৰ প্ৰসঙ্গ নিৰ্দেশ উল্লেখ কৰিছে। হয়তো ভিন্ন বিষয়ৰ ওপৰতো এই চিঠি হ'ব পাৰে। নাইবা ২৭/২/১২ আৰু ২৬/২/১২ তাৰিখৰ ভিতৰত কিবা এটা তাৰিখৰ গোলমালো থাকিব পাৰে। সি যিহওঁক, চৰকাৰে লেখা চিঠিখনো ইয়াত প্ৰকাশ কৰা হ'ল। ˚ বৰা দেৱৰ লেখাখিনিৰ সৈতে এই চিঠিখনো লগতে পোৱা হয়।

আন এটা উল্লেখনীয় কথা যে সেই সময়ত অসম চৰকাৰৰ গেজেটখন বিনামূলীয়কৈ কোনো অনুষ্ঠানে পাই থাকিব পৰাটো গুৰুত্বপূৰ্ণ কথা আছিল। সংশ্লিষ্ট অনুষ্ঠানক এই কাৰ্য্যৰ দ্বাৰা চৰকাৰে যথেষ্ট মূল্য বা স্বীকৃতি দিছিল বুলি ভবা হৈছিল।

No. 1015 M.

Government of Eastern Bengal and Assam.
Municipal Department.
Miscellaneous Branch.

From G E. Soames Esquire, I.C.S. Under Secretary to Government to the Commissioner, Assam Valley Districts, the 4th March, 1912.

Sir,

I am directed to acknowledge the receipt of your letter No. 1254 G. dated the 26th February 1912, to the address of the Chief Secretary to the Government, forwarding copy of a representation from Srijut Dalim Chandra Bora, Secretary to Assamese Language Improvement Society, Tezpur, and to say that the Superintendent of the Secretariet Press, Dacca has been instructed to send the Government Gazette supplied

to the society, in the name of Srijut Dalim Chandra Bora.

I have & c.

Sd/- G.E. Soames

Under Secretary to Government

Memo No. 1713 G.

Dated Gauhati the 16th March, 1912

Copy forwarded to the Deputy Commissioner, Darrang with reference to his letter no. 1400 g. dated the 8th February 1912 for information and favour of communication to the applicant,

Sd/- H.C. Gossain

Personal Assistant for Commissioner,

A.V.D.

চিঠি দুখনত অসম আৰু পূৰ্ব্ববঙ্গৰ চৰকাৰ বুলি উল্লেখ কৰা দেখা গৈছে। ১৯০৫ চনৰ পৰা অসমখণ্ডক পূৰ্ব্ববঙ্গৰ কেইখনমান জিলাৰে সৈতে সাঙুৰি দি এখন প্ৰদেশ কৰি 'অসম আৰু পূৰ্ব্ববঙ্গ' নামেৰে এজন লেফ্‌টেনাণ্ট গৱৰ্ণৰৰ শাসনাধীন কৰা হৈছিল। এই ব্যৱস্থা ১৯১২ চনৰ মাৰ্চ মাহলৈকে বাহাল আছিল। ঢাকা আছিল এই প্ৰদেশৰ ৰাজধানী। ১৯১২ চনৰ ১ এপ্ৰিলৰ পৰা এই ব্যৱস্থাৰ ৰদ হয়। অসম পুনৰ সুকীয়া প্ৰদেশ হিচাপে গণ্য হয়। কিন্তু লেফ্‌টেনাণ্ট গৱৰ্ণৰৰ ঠাইত চিফ্‌ কমিছনাৰেই মূল শাসনকৰ্তা হয়। লগত ব্যৱস্থাপক সভাৰ প্ৰৱৰ্ত্তন হয়। পোনপ্ৰথম চিফ্‌ কমিছনাৰ আছিল চাৰ আৰ্চডেল।

ওঠৰজন সমজুৱাৰ নাম-কৰ্তন সম্পৰ্কে বৰা দেৱে সেই সময়ৰ বাতৰি কাকতলৈও চিঠি লেখিছিল এনেদৰে ঃ

To,

The Editor, Times of Assam/Advocate of Assam/ Biswabarta.

Dear Sir,

I should be much obliged if you would kindly give to publicity the following few lines for perusal and information of the general public and the honorary and the mofussil members of the Assam Language Improvement Society of Tezpur.

This Society is of very long standing and contains over 200 members. It is a well-regulated institution having a systematic set of rules and regulations for its guidance and

management. It has a permanent President, a Secretary and and Assistant Secretary and also a managing committee. The. meetings of the Society are held in the *Namghar* erected at Tezpur at a cost of about Rs. 5000/-. The Association is the sole proprietor of the Namghar which is in actual possession and the charge of the Secretary on behalf of the Society. A Poojaghar and a Theatrical stage under the name of *Ban Theatre* are also attached to the Namghar where the Society has permitted the Theatre Committee to hold theratrical performances and celebrate periodical Pujas.

On the 25th of December last there was a special sitting of the society where on account of some reasons the society thought it desirable to dismiss eighteen of its members from the roll. We understand that these dismissed members together with few outsiders have now started a fresh society under the identical name of the legitimate society. The President and the Secretary of the original Society are respectively Srijut Bhabani Charan Bhattacharyya and Srijut Dalim Chandra Bora. We hope the our mofussil and honorary members may not mistake the newly started society for the legitimate one.

The original society celebrated their anniversary on the 25th of January last and no other society was allowed to hold any meeting in the Namghar :

ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত ১৮৯৫ চনৰ পৰা প্ৰায় ৫০ বছৰ কাল The Times of Assam ইংৰাজী ভাষাৰ সাপ্তাহিক পত্ৰিকা হিচাপে অসমৰ এক শক্তিশালী জনমতৰ মাধ্যম আছিল। আৰম্ভণিতে ইয়াৰ সম্পাদনা কৰিছিল ৰাধানাথ চাংকাকতীয়ে। মথুৰা মোহন বৰুৱাৰ সম্পাদনাত ১৯০৪ চনৰ পৰা গুৱাহাটিত প্ৰকাশ হোৱা The Advocate of Assam আছিল আন এখন জাতীয়তাবাদী সাপ্তাহিক ইংৰাজী সংবাদ পত্ৰ। 'বিশ্ববাৰ্তা' আছিল কালিৰাম দাস সম্পাদিত সাদিনীয়া বাতৰিকাকত।

* ৰবাদেৰে চিঠিত উল্লেখ কৰা আৰু কটা য়োৱা এই ওঠৰজন সদস্য কোন আছিল জানিবৰ উপায় নাই। অঃ উঃ সাঃ সভাৰ তিনি শ্ৰেণীৰ 'সমজুৱা' (সদস্য) আছিলঃ (১) সন্মানী সমজুৱা (২) মফচলীয়া সমজুৱা আৰু (৩) সাধাৰণ সমজুৱা। সন্মানীয় সমজুৱা অসমৰ সন্মানিত, যশস্বী ব্যক্তি হ'ব লাগিছিল। তেওঁলোকে বৰঙণি

দিব বা সভাত উপস্থিত থাকিব নালাগিছিল। কিন্তু সভাক অন্যপ্ৰকাৰে সহায় কৰিব লাগিছিল। গাঁৱলৈ বা অন্য জিলালৈ যিসকল সমজুৱা বদলি হৈ যায় বা সেইবোৰত থাকে, তেওঁলোক আছিল মফচলীয়া সমজুৱা। নিয়মিতভাৱে বৰঙণি দি সভাত উপস্থিত থাকি যিসকলে সভাৰ কাম কৰিছিল, তেওঁলোক আছিল সাধাৰণ সমজুৱা।

অঃ ভাঃ উঃ সাঃ সভাৰ সভাপতি পদটো প্ৰথমতে কিছু বছৰলৈ নিগাজী হিচাপে আছিল। ১৯০৯ চনত নিয়ম সংশোধন কৰি সভাৰ বিষয়ববীয়াৰ কাল তিনি বছৰ কৰা হয়। ১৯১০ চনৰ নবেম্বৰলৈকে সভাপতি আছিল ঁ ভবানী চৰণ ভট্টাচাৰ্য্য, সম্পাদক ঁ পদ্মনাথ গোহাঞি বৰুৱা। ১৯১০ চনৰ ডিচেম্বৰৰ পৰা সভাপতি হয় ঁলক্ষ্মীকান্ত দাস আৰু সম্পাদক ঁ ডালিম চন্দ্ৰ বৰা। ১৯১১ চনত ঁ লক্ষ্মীকান্ত দাসৰ মৃত্যু হয় আৰু সেই চনৰ ২৫ ডিচেম্বৰৰ পৰা পুনৰ ঁ ভৱানী চৰণ ভট্টাচাৰ্য্য সভাপতি হয়। ১৯১৫ চন পৰ্য্যন্ত তেওঁ সেই পদত থাকে। ১৯১৫ চনত সম্পাদক থাকে ঁ বোধনাথ পটংগীয়া। ১৯১৬ চনৰ পৰা ১৯১৯ চনলৈ সভাপতি পদত থাকে ঁ পদ্মনাথ গোহাঁঞি বৰুৱা। ১৯১৮ চনত সম্পাদক ঁ সৰ্বেশ্বৰ বৰুৱা। ১৯১৯ চনত সম্পাদক মহাদেৱ শৰ্মা। ১৯২০ চনৰ ২১ মাৰ্চৰ সাধাৰণ সভাত নিগাজী সভাপতিৰ পদ উঠাই দিয়া হয়। সেই বছৰ সভাপতি হয় ঁ লক্ষ্মীকান্ত বৰকাকতী আৰু সম্পাদক ঁ সন্ধিৰাম শৰ্মা। সহকাৰী সম্পাদক ঁ কালিচৰণ ভট্টাচাৰ্য্য।

কোন শ্ৰেণীৰ সমজুৱা সভাপদৰ পৰা ১৯১২ চনত আঁতৰিছিল সেই কথা জনা নাযায় যদিও এই সম্পৰ্কত এটা প্ৰসংগ উল্লেখ্য। তেজপুৰৰ প্ৰাচীন 'অসমীয়া ক্লাব'ৰ উৎপত্তিও এই সময়তে হৈছিল। গোহাঁঞি বৰুৱাৰ 'মোৰ সোঁৱৰণী' গ্ৰন্থৰ পৰা জনা যায় যে 'অসমীয়া ক্লাব'ৰ জন্ম-ইতিহাসত অঃ ভাঃ উঃ সাঃ সভাৰ কোনো এটা বৈঠকত হোৱা সমজুৱাসকলৰ মনোমালিন্যৰ কাহিনী জড়িত আছে। দুদল সদস্যৰ মাজত বিভাজন হোৱাত অঃ ভাঃ উঃ সাঃ সভাৰ পৃথক পৃথক বৈঠক বহিছিল আৰু দুয়ো দলৰ তলা ছাবি নামঘৰৰ দুৱাৰত ওলমিছিল। (মোৰ সোঁৱৰণীঃ পৃষ্ঠা ২৫০ ২৫৬)

ঁ ডালিম চন্দ্ৰ বৰা দেৱৰ উল্লেখিত চিঠি দুখনত সম্ভৱতঃ এই ঘটনাৰেই প্ৰসঙ্গ উনুকিওৱা হৈছে। অৱশ্যে 'মোৰ সোঁৱৰণী'ত এই প্ৰসঙ্গৰ কোনো স্পষ্ট উল্লেখ নাই।

**(২) পুৰণি পুথি-সংগ্ৰহৰ প্ৰচেষ্টাত অঃ ভাঃ উঃ সাঃ সভা ঃ**

তেজপুৰৰ অঃ ভাঃ উঃ সাঃ সভাৰ এক ঘাই উদ্দেশ্য আছিল- পুৰণি পুথি গোটোৱা। সেই সময়ত পণ্ডিত হেমচন্দ্ৰ গোস্বামী অসম চৰকাৰৰ দ্বাৰা নিযুক্ত হৈ অসমৰ চাৰিওফালে অনাদৃত হৈ পৰি থকা মূল্যৱান সাঁচিপতীয়া পুথি আৰু প্ৰাচীন পুথি-সংগ্ৰহ কৰা কাৰ্য্যত লিপ্ত আছিল। গোস্বামীদেৱৰ এই সংগ্ৰহৰ ফলতে

সৃষ্টি হৈছিল তেওঁৰ অনন্য গ্ৰন্থ 'অসমীয়া পুথিৰ বিৱৰণাত্মক তালিকা'। সি যি নহওঁক, অঃ ভাঃ উঃ সাঃ সভাই গোস্বামীদেৱৰ এই মহান কাৰ্যত সহায় কৰিবলৈ প্ৰস্তাব গ্ৰহণ কৰিছিল। নিম্নোক্ত চিঠিখনে এই সংবাদ বহন কৰে।

No. 3147 E.
Education Department.
Education Branch

From : Khan Bahadur Maulvi Muhib-ud-din Ahmad B.L. Under Secretary to the Chief Commissioner of Assam.

To,

The Secretary to the Assamese Language Improvement Society, Tezpur,

Shillong the 12th November, 1912

Sir,

I am directed to acknowledge with thanks the receipt of your letter dated the 29th October 1912, forwarding an extract from the proceedings of a meeting of the Assamese Language Improvement Society held on the 6th October 1912 in which the society expressed their willingness to assist Srijut Hem Chandra Goswami in collecting Assamese puthis.

I have the honour to be,
Sir,
most obedient servant,
Sd/-
Under Secretary to the Chief Commissioner.

**(৩) গোৱালপাৰা জিলাত অসমীয়া ভাষাক আদালতৰ অতিৰিক্ত ভাষা হিচাপে প্ৰচলন কৰা প্ৰচেষ্টাত অঃ ভাঃ উঃ সাঃ সভা ঃ**

সেই সময়ৰ গোৱালপাৰা জিলাক আৰু গোৱালপাৰা জিলাৰ ভাষাক বঙ্গদেশৰ লগত চামিল কৰাৰ বাবে গোৱালপাৰাৰ জমিদাৰসকল আৰু বঙালী চাকৰিয়ালসকলে প্ৰচণ্ড সংগ্ৰাম কৰিছিল। সেই সংগ্ৰাম কুৰি শতিকাৰ মধ্য দশক পৰ্য্যন্ত অবিৰতভাবে চলি আহিছিল। ১৯২৭ চনত অসম সাহিত্য সভাৰ দশম অধিৱেশন গোৱালপাৰাত বহিছিল আৰু তাতো গোৱালপাৰা জিলাক অসমৰপৰা বিচ্ছিন্নকৰণৰ বিৰোধিতা কৰি স্কুল আৰু আদালতত অসমীয়া ভাষা প্ৰচলনৰ দাবীৰ প্ৰস্তাব ল'বলগীয়া হৈছিল। তেজপুৰৰ অঃ ভাঃ উঃ সাঃ সভাই ১৯১৪ চনত গোৱালপাৰা জিলাত আদালতসমূহত অসমীয়া ভাষা অতিৰিক্ত আদালতৰ ভাষা

হ'ব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰিছিল আৰু এই প্ৰস্তাৱ চৰকাৰলৈ প্ৰেৰণ কৰিছিল। চৰকাৰে উক্ত প্ৰস্তাৱ প্ৰাপ্তিৰ সংবাদ অঃ ভাঃ উঃ সাঃ সভালৈ প্ৰেৰণ কৰিছিল। নিম্নোক্ত চিঠিখনে এই কথাৰ প্ৰমাণ কৰে ঃ

No. 979-J
Judicial Department.
Judicial Branch.

From : G.E. Soames, Esq., I.C.S.
Under Secretary to the Chief Commissioner of Assam
To,

The Joint Secretary,
Assamese Language Improvement Society, Tezpur
Shillong the 17th March, 1914.

Sir,

I am directed to acknowledge the receipt of your letter no. 26, dated the 7th March 1914, forwarding a copy of the resolutions adopted at a special meeting of your Society held on the 4th March, 1914 with reference to the introduction of Assamese as an Additional Court language in the distirict of Goalpara.

I have the honour to be,
Sir,
Your most obedient servant
Sd/- G.E. Soames
Under Secretary to the Chief Commissioner,

এই সংক্ৰান্ততে ঁবেণুধৰ শৰ্মাৰ নিম্নোক্ত কথাখিনি প্ৰাসংগিক ঃ

"নানান কাৰণৰ নিমিত্তে গোৱালপাৰাত অসমীয়া ভাষা পূৰ্ণমাত্ৰায় চলিবলৈ এতিয়াৰ পো- নাছিল। ১৯১২ চনত চীফ কমিচনাৰে তাত অসমীয়া চলিবলৈ আদেশ জাৰি কৰে। কিন্তু, সেই আদেশ কাৰ্য্যকৰী কৰাত কিছুমান আসোঁৱাহে দেখা দিলে। আঁসোৱাহবোৰ আঁতৰোৱাৰ উপায়-বুধি সুধি তেতিয়াৰ স্কুলসমূহৰ এচিষ্টেণ্ট ইন্সপেক্টৰ দুৰ্গাধৰ বৰকটকীয়ে হেম গোঁসাইলৈ এখন চিঠি দিছিল।" হেম গোঁসায়ে ২২/৫/১৯১২ তাৰিখে উত্তৰ দিছিল [ ঁবেণুধৰ শৰ্মা ৰচনাৱলী (৩য় খণ্ড) ঃ চন্দন চ'ৰা- পৃঃ ১২৬]

১৯১৭ চনত G E Soames তেজপুৰৰ D C আছিল।

৪. তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ শোকসভা ঃ

**(ক) সঙ্গীতাচাৰ্য্য লক্ষীৰাম বৰুৱাৰ মৃত্যুত শোকসভা ঃ**

সঙ্গীতাচাৰ্য্য বৰুৱাদেৱৰ মৃত্যুত অঃ ভাঃ উঃ সাঃ সভাই শোকসভা আহ্বান কৰি এনেদৰে জাননী দিছিল ঃ

**জাননী**

অহা শনিবাৰে আবেলি ঠিক ৫ বাজি ৪০ মিনিটত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ এটি বিশেষ অধিৱেশন বহিব। তাত তলত লেখা বিষয় আলোচনা হ'ব। সভাৰ সকলো সভ্যৰ নিয়মিত সময়ত উপস্থিতি একান্ত প্ৰাৰ্থনীয়।
আলোচ্য বিষয় ঃ সঙ্গীতাধ্যাপক ঁ লক্ষীৰাম বৰুৱা
দেওৰ অকাল মৃত্যু-- (অস্পষ্ট) সন্তপ্ত পৰিয়াললৈ সহবেদনা জ্ঞাপন।

**শ্ৰীচন্দ্ৰকান্ত বৰুৱা**
যুটীয়া সম্পাদক।

এই সভাখন হৈছিল ২১-৩-১৪ তাৰিখে সন্ধিয়া ৬ বজাত। তেতিয়া অঃ ভাঃ উঃ সাঃ সভাৰ সভাপতি আছিল ঁ ভৱানীচৰণ ভট্টাচাৰ্য্য। সম্পাদক কোন আছিল জনা নাযায়। কি কাৰণে যুটীয়া সম্পাদকে এই জাননীখন চহী কৰিবলগীয়া হৈছিল সেইটোও জনা নাযায়। আমি বিচাৰি পোৱা তথ্য অনুসাৰে ১৯১০ চনৰ ডিচেম্বৰৰলৈৰা সম্পাদক ঁ ডালিম চন্দ্ৰ বৰা আছিল। ১৯১৫ চনত ঁ বোধনাথ পটংগীয়া অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক আছিল। তেওঁ সেইসময়ত বাণ থিয়েটাৰৰো সম্পাদক আছিল। সি যি হওক, ওপৰত উল্লেখ কৰা শোক-সভাখনত প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল এনেদৰে ঃ

In a special meeting of the Assamese Language Improvement Society held in its premises today (the 21st March 1914) at 6 p.m., the following resolutions were unanimously adopted.

**Resolution No. 1**

That the Assamese Language Improvement Society deeply mourns the sad and untimely death of its member, the music master Late Lakhiram Barooah, on Sunday the 15th. March 1914, at about 11-18 A.M., at the age of 51, and the irreparable loss caused thereby to the Assamese nation as a whole.

**Resolution No. 2**

That the Assamese Language Improvement Society offer their sincere prayer to the Almighty Father, for the latitude of late Lakhiram Barooah's soul, and condole and sympathise with the aggrieved family.

**Resolution No. 3**

That copies of the proccedings of this meeting be forwarded to the Commissioner of the Assam Valley Districts,

the All India Academy of Music of which he was a member, the members of the aggrieved family and the Assam newspapers.

এইজন ˚ চন্দ্ৰকান্ত বৰুৱা কলিবাৰী নিবাসী আছিল আৰু পণ্ডিত ˚ হেমচন্দ্ৰ গোস্বামী তেজপুৰৰ সহকাৰী বন্দৱস্তি প্ৰাধিকাৰী হিচাপে থকা সময়ত বন্দৱস্তি কাৰ্য্যালয়ৰ সহকাৰী আছিল।

**(খ) ˚ দুৰ্গাধৰ বৰকটকী আৰু ˚ লক্ষীকান্ত বৰকাকতীৰ মৃত্যুত শোকসভাঃ**

১৯৩১-৩২ চনৰ সময়ছোৱাত ˚ আনন্দচন্দ্ৰ আগৰৱালা আছিল অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক। তেওঁ ১৯৩০ চনত আৰক্ষী অধীক্ষকৰ পদৰ পৰা অৱসৰ পাই তেজপুৰতে নিগাজীকৈ বহিছিলহি। ˚ দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য বি এল আৰু ˚ ফটিক চন্দ্ৰ শৰ্মা তেওঁৰ সহকাৰী সম্পাদক আছিল। ৬-৩-৩২ তাৰিখে ˚ পদ্মনাথ গোঁহাঞিবৰুৱাৰ সভাপতিত্বত অঃ ভাঃ উঃ সাঃ সভাৰ এক বিশেষ অধিৱেশন বহে আৰু তলত উল্লেখিত শোক প্ৰস্তাৱ দুটি লোৱা হয়। প্ৰস্তাৱ দুটি ˚ আগৰৱালাদেৱৰ নিজৰ হস্তাক্ষৰত পোৱা হৈছে।

১। 'বিজুলী' কাকতৰ ভূতপূৰ্ব সম্পাদক, তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰো ভূতপূৰ্ব সম্পাদক, অসমীয়া মহাভাৰত প্ৰকাশক, অসমীয়া সাহিত্য ক্ষেত্ৰত সুপৰিচিত, অৱসৰপ্ৰাপ্ত স্কুল ইন্সপেক্টৰ, শ্ৰদ্ধেয় ৰায়চাহাব দুৰ্গাধৰ বৰকটকী ডাঙৰীয়াৰ আকস্মিক মৃত্যুত এই সভাই মৰ্মান্তিক শোক প্ৰকাশ কৰি তেখেতৰ আত্মাৰ সদ্‌গতিৰ কামনা কৰে।

২। ˚ বৰকটকী ডাঙৰীয়াৰ সন্তপ্ত পৰিয়ালৰ লগত এই সভাই সৰল সহানুভূতি প্ৰকাশ কৰে।

উক্ত সভাৰ আন এটা বিশেষ অধিৱেশনত তলত লিখা প্ৰস্তাৱ কেইটা গৃহীত হয়।

১। তেজপুৰৰ বয়োজ্ঞানবৃদ্ধ, অসমীয়া সমাজৰ নেতা স্বৰূপ, ইং ১৮৭৪ চনত বিশ্বনাথৰ পৰা 'আসাম দৰ্পণ' বাতৰি কাকত উলিয়াওঁতা, তেজপুৰ ৰায়ত সভা আৰু অঃ ভাঃ উঃ সাঃ সভাৰ ভূতপূৰ্ব সম্পাদক শ্ৰদ্ধাস্পদ ˚ লক্ষ্মীকান্ত বৰকাকতী ডাঙৰীয়া প্ৰায় ৯০ বছৰ বয়সত স্বৰ্গী হোৱাত এই সভাই আন্তৰিক শোক প্ৰকাশ কৰি তেখেতৰ আত্মাৰ সদ্‌গতি কামনা কৰে।

২। ˚ বৰকাকতী ডাঙৰীয়াৰ সন্তপ্ত পৰিয়ালৰ লগত এই সভাই সৰল সহানুভূতি প্ৰকাশ কৰে।

স্বাঃ- **শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা,**
সম্পাদক, তেজপুৰ অঃ ভাঃ উঃ সাঃ সভা
৬-৩-৩২

Copy forwarded to the Editors of the 'Assamiya' and 'Assam Banti' for favour of publication. Copy to Mrs. (1) Barkakati of Jorhat and (2) Shrijut Brahmananda Barkakaty of Tezpur for information.

Sd/- **A.C. Agarwalla**
Hony. Secy
Assamiya Bhasa Unnati Sadhini Sabha
Tezpur- 7-3-32

**"তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ তত্ত্বাৱধানত বিহুৰ প্ৰীতি সন্মিলন"**

৫. (১৯৩০ চনৰ ৰঙালী বিহু অনুষ্ঠান তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ তত্ত্বাৱধানত পতা হয়। সেই সন্মিলনৰ কাৰ্য্যবিৱৰণী আৰু সংবাদ অসমীয়া কাগজৰ সম্পাদকলৈ প্ৰকাশৰ বাবে প্ৰেৰণ কৰে। শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ আছিল সেই সময়ৰ অঃ ভাঃ উঃ সাঃ সম্পাদক।)

[বানান আৰু ভাষা মূলত যেনে আছে তেনেকৈ ৰখা হৈছে। কিন্তু মূলত থকা 'ৰ'ৰ ঠাইত 'ৰ' দিয়া হৈছে। সেই সময়ত অসমীয়া বহুতো লেখকেই বঙালী ভাষাৰ প্ৰভাৱৰ ফলত 'ৰ' ঠাইত 'ৰ' লেখিছিল 'আৰু'ৰ ঠাইত 'ও' লেখিছিল, 'অসম'ৰ ঠাইত 'আসাম' লেখিছিল। সম্পাদনাত 'ও'ৰ ঠাইত 'আৰু' লেখা হৈছে।]

যোৱা চ'তৰ বিহুৰ দিনা ১৩ এপ্ৰিল দেওবাৰে বিয়লি ৩ বজাৰ পৰা স্থানীয় বাণ থিয়েটাৰ হলত উক্ত প্ৰীতি সন্মিলন বহে। ঘাই সম্পাদকে এই সন্মিলনৰ উদ্দেশ্য আৰু বুৰঞ্জী কৈ দিয়াৰ পাচত শ্ৰীযুত উমাকান্ত, ৰজনীকান্ত শৰ্মা প্ৰমুখ্যে কেইবাজনো শিক্ষিত ডেকাই ঢোল, পেঁপা, টকা ,বাই হুচৰি গায়। সঙ্গীত শিক্ষক শ্ৰীযুত কুমুদ চন্দ্ৰ শৰ্মা দেৱৰ তত্ত্বাৱধানত ঐক্যতান বাদন শেষ হোৱাত শ্ৰীযুত উমাকান্ত শৰ্মাই দ-বেছেৰীয়া দলৰ ঢোলৰ চেওৰ লগত বিহু- নাচ মুখৰ চকুৰ আৰু শৰীৰৰ মাংসপেশীৰে নাচোন নাচি দৰ্শকৰ ভিতৰত হাঁহিৰ খলকনি আৰু হাতচাপৰি তোলায়। তাৰ পাচত শ্ৰীযুত গুণাভিৰাম শৰ্মা দেৱৰ সাৰুৱা বক্তৃতা আৰম্ভ হয়। অসমীয়াই নিজত্ব এৰি আনৰ অনুকৰণ প্ৰিয় হোৱাত কেনেকৈ লোকসংখ্যাৰ লগে লগে জাতীয় অনুষ্ঠানবোৰো লোপ পাবলৈ ধৰিছে, কেনেকৈ আমি দিনক দিনে ধ্বংসৰ ফালে আগবাঢ়িছো তাক তেখেতে বিশদভাবে হৃদয়গ্ৰাহী কৰি বুজায় দিয়ে। শ্ৰীমতী লাহৰী আইদেৱ প্ৰমুখ্যে কেইজনীমান ছোৱালীয়ে জতুৱা সুৰৰ অসমীয়া গান এটি গোৱাৰ পিছত শ্ৰীমান নন্দীনাথ ভূঞাই নিজে ৰচা 'মই বি, এ পাছ' কবিতাটি সুন্দৰকৈ আবৃত্তি কৰে। শ্ৰীযুত বিষয়ৰাম মেধি মহাজনদেৱে এটি বৰগীত সুললিত স্বৰেৰে গোৱাৰ পাচত শ্ৰীযুত দীননাথ শৰ্মা বি, এ দেৱৰ ধেমেলীয়া বক্তৃতা শুনিবলৈ সকলো সাজু হয়। "কাপোৰ বোৱাই তিৰোতাক কানী-যানী কৰাৰ সকাম নাই; কিনি অনাই বুধিয়কৰ কাম। এতিয়া প্ৰত্যেক ডেকাই একাজি তিৰোতা বিয়া কৰিম

বুলি প্ৰতিজ্ঞা কৰক। ঈশ্বৰক এটি স্তুতি কৰে যেন তেওঁৰ এই অভিলাষ পূৰ্ণ হয়। এই বোৱা-কটাত লাগিয়েই আমাৰ তিৰোতাক বক্তৃতা দিবৰ কাৰণে থিয়েটাৰ কৰিব পৰা নাই। সিদিনা কেইজনীমান পাত গাভৰুৱে যদিও এজন ডেকাৰ তত্বাৱধানত কিবা অলপ জয়মতীৰ ভাও দেখাইছিল তথাপি সি যথেষ্ট নহয়। মহিলাসকলৰ থিয়েটাৰ নহয় মানে জাতীয় জাগৰণ নহয়; থিয়েটাৰ ফাগু চহকী নহয়; বিহু সন্মিলন বা আন কোনো অনুষ্ঠান সজীৱ নহয়। তিৰোতাই হাত চাপৰি দিয়াৰ সলনি উৰুলি দিয়াতো অতি সজ হৈছে। কাৰণ আমি আমাৰ তিৰোতাবোৰক পাৰৰ দৰে বাহত সুমুৱাই ঢাকোন দি থওঁ। তাৰ পাচত বেজাৰ কৰি কয় সিদিনা আমি যি বক্তৃতা দিলো তাৰ কোনো অংশ কোনো কাগজে উদ্ধৃত নকৰাতো নেহাৎ অন্যায় হৈছে। তাতোকৈ অন্যায় হৈছে বক্তাসকলক ছোৱালীহঁতৰ লগত ফটো উঠাবলৈ নিদিয়ে।” ইত্যাদি কোৱাৰ পাচত ‘পিঠা প্ৰদৰ্শনী’ আৰম্ভ হয়। আৰু বৰহমথুৰি, জেতুকা, কৰ্পূৰ আদি ৰাইজক বিলাই দিয়া অন্ত হলত আকৌ বিহুৰ নাচোন উঠে।

ইয়াৰ পাচত সম্পাদকে ৰাইজৰ ওচৰত অশেষ ত্ৰুটি মাৰ্জনা খুজিলত ঢোপ খেলা আৰম্ভ হয়। এই সন্মিলনৰ বিশেষত্ব এই যে ইয়াত কোনো সভাপতি নাছিল আৰু উত্তম পিঠা তৈয়াৰ কৰাৰ বাবে শ্ৰীযুত লম্বোদৰ কলিতা ডাঙৰীয়াৰ ওলগ শ্ৰীযুক্তা হীৰাৱতী গোঁহাই বৰুৱাণীলৈ আগবঢ়োৱা হয়।

ইতি

(স্বাঃ) শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ
ঘাই সম্পাদক

অসমীয়া কাগজৰ সম্পাদক মহাশয়ৰ প্ৰকাশাৰ্থে পঠোৱা হ'ল।

(স্বাঃ) শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ
১৫/৪/৩০

**৬. স্বাধীনতা লাভৰ আগে-পাছে অঃ ভাঃ উঃ সাঃ সভা ঃ**

১৯৩২ চনৰ পৰা অঃ ভাঃ উঃ সাঃ সভাৰ পুৰণি কাগজপত্ৰ নথিত পোৱা নাযায়। পৰৱৰ্তী কালৰ সভাৰ সম্পাদক পদ্মেশ্বৰ বৰঠাকুৰে ১৯৬৬ চনত তেওঁৰ সম্পাদকীয় প্ৰতিবেদনত লিখিছিল ঃ

“১৯৩৯ চনত আনন্দচন্দ্ৰ আগৰৱালা দেৱৰ পৰলোক হোৱাত ডেকা সাহিত্যিক শ্ৰীসুৰেন্দ্ৰ নাথ বৰুৱাদেৱ এই সভাৰ সম্পাদক হয়। মহাসমৰৰ কালত সমাজত দেখা দিয়া বৈপ্লৱিক ভাৱধাৰা, অভাৱ-অনাটন আদিৰ সংঘাতত সভাই বিশেষ উল্লেখযোগ্য অগ্ৰগতি দেখুৱাব পৰা নাই যদিও ইয়াৰ কাৰ্য্যাৱলী অচল হৈ পৰা নাছিল।

১৯৪৮ চনত শ্ৰীবৰুবাদেৱৰ স্থানান্তৰ হেতু ঁ দণ্ডিনাথ কলিতা আৰু শ্ৰদ্ধেয় শ্ৰীচন্দ্ৰনাথ শৰ্মাৰ নিৰ্দেশক্ৰমে এই অভাজনে সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। কিছুদিনৰ পাছতে ইয়াৰ সাধাৰণ সভা পাতি ইয়াৰ নিয়মাৱলীৰ কিছু সালসলনি কৰি নতুন নিয়মতন্ত্ৰ গ্ৰহণ কৰাই সভ্যভৰ্ত্তিৰ কামো আৰম্ভ কৰা হয় আৰু নতুন কাৰ্য্যকৰী কমিটি গঠন কৰা হয়। ১৯৫৫ চনত পোনপ্ৰথমবাৰৰ বাবে শ্ৰীবেণুধৰ দাসদেৱৰ সভাপতিত্বত জাকজমককৈ এখনি মুকলি অধিৱেশন পতা হয় আৰু তাতে পুনৰ এই নিঃকিনকে সম্পাদক নিৰ্বাচন কৰে।"[1]

১৯৫৫ চনৰ পাছত দহবছৰৰ মূৰত ২৯/৫/৬৬ তাৰিখে এই সভাৰ মুকলি অধিৱেশন হৈছিল। সম্পাদকীয় প্ৰতিবেদন পাঠ কৰিছিল তেতিয়ালৈ সম্পাদক হৈ থকা ঁ পদ্মেশ্বৰ বৰঠাকুৰে। এই অধিৱেশনতে নতুন প্ৰধান সম্পাদক নিৰ্বাচিত হৈছিল ঁ চন্দ্ৰধৰ গোস্বামী, সভাপতি ঁ দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য, উপসভাপতি ঁ পদ্মেশ্বৰ বৰঠাকুৰ, সহকাৰী সম্পাদক ঁ হৰেকৃষ্ণ গোহাঞিবৰুৱা আৰু শ্ৰীনলিনী শৰ্মা (আলোচনা চক্ৰ)।

১৪/৩/৭৬ তাৰিখৰ পৰা শ্ৰীকুশ চন্দ্ৰ শৰ্মাই সাধাৰণ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিল। সেই সময়ত এই অনুষ্ঠান বৰ দুৰ্বল হৈ পৰিছিল বুলি আৰু তেতিয়া নিয়মতন্ত্ৰৰ পুনৰ কিছু সাল-সলনি কৰি সভাই নতুন নিয়মাৱলী গ্ৰহণেৰে অনুষ্ঠানটোক চোছাইটি আইনমতে পঞ্জীয়নভূক্ত কৰা হয় বুলি ৯/৬/৮৫ তাৰিখে সাধাৰণ অধিৱেশনত পাঠ কৰা সম্পাদকীয় প্ৰতিবেদনত শ্ৰীশৰ্মাই উল্লেখ কৰিছিল। এই সময়ছোৱাত অ.ভা.উ.সা. সভাৰ সভাপতি নিৰ্বাচিত হৈছিল ঁ দেৱীচৰণ ভট্টাচাৰ্য্য। ১৯৮৫ চনৰ পাছত এই অনুষ্ঠানৰ সাধাৰণ সম্পাদক হৈছিল ঁ বিজয় শৰ্মা আৰু সভাপতি আছিল ঁ দেৱীচৰণ ভট্টাচাৰ্য্য। ১৯৮৭ চনত ৯৭ তম্ প্ৰতিষ্ঠা দিৱসো অনুষ্ঠিত হৈছিল।

***

---

১ তেজপুৰৰ বিশিষ্ট লিখক আৰু সমাজকৰ্মী শ্ৰীকুশচন্দ্ৰ শৰ্মাই ২৯/৫/৬৬ তাৰিখে অনুষ্ঠিত হোৱা অঃ ভাঃ উঃ সাঃ সভাৰ মুকলি অধিৱেশনত পাঠ কৰা তেতিয়াৰ সম্পাদকীয় প্ৰতিবেদনৰ শ্ৰী শৰ্মাৰ হস্তাক্ষৰৰ প্ৰতিলিপি এটা আমাক তেজপুৰত থকা সময়ত দিছিল। সেই সংৰক্ষিত প্ৰতিবেদনৰ পৰা উপৰ্য্যুক্ত অংশ উদ্ধৃত। কিন্তু ১৯৫৫ চনত হোৱা অঃ ভাঃ উঃ সাঃ সভাৰ মুকলি অধিৱেশনত গঠিত কাৰ্য্যবিৱৰণী পোৱা হোৱা নাই।

# অসম সাহিত্য সভা আৰু তেজপুৰ অঃ ভাঃ উঃ সাঃ সভা

দণ্ডিনাথ কলিতা জন্ম শতবাৰ্ষিকী আৰু তেজপুৰ সাহিত্য সভাৰ ৰূপালী জয়ন্তী উপলক্ষে ১৯৯০ চনত প্ৰকাশিত স্মৃতিগ্ৰন্থত 'তেজপুৰ সাহিত্য সভাৰ চমু বুৰঞ্জী' শিতানৰ আলোচনাত অধ্যাপক শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে ১৯১৮-১৯ চনত অসম সাহিত্য সভাৰ শাখা তেজপুৰত থকা বুলি আৰু "কলিকতাত প্ৰতিষ্ঠিত অঃ ভাঃ উঃ সাঃ সভাৰ তেজপুৰ শাখাই সক্ৰিয়ভাৱে কাৰ্য্যনিৰ্বাহ কৰি অহা কাৰণে হয়তো কোনোবা এটা সময়ত অসম সাহিত্য সভাৰ তেজপুৰ শাখাটো অঃ ভাঃ উঃ সাঃ সভাতে জাহ গ'ল" বুলি এটা অনুমান কৰিছিল। বিষয়টোৱে স্বাভাৱিকতে অনুসন্ধিৎসাৰ সৃষ্টি কৰে। সেইবাবে এই সম্পৰ্কে প্ৰাপ্ত তথ্যৰ ভিত্তিত আমি এই সংবাদখিনি প্ৰকাশ কৰাৰ প্ৰয়াস কৰিলো।

'তেজপুৰ শাখা সাহিত্য সভা' অসম সাহিত্য সন্মিলনৰ জন্মৰ পাছতেই সৃষ্টি হোৱাৰ কোনো প্ৰমাণ পোৱা নাযায়। অধিৱেশন-নিমন্ত্ৰণৰ ক্ষেত্ৰত উল্লেখনীয় যে সাহিত্য-সন্মিলনী সৃষ্টিৰ কেইবাবছৰলৈকে 'অসম এচোচিয়েচন'ৰ বাৰ্ষিক অধিৱেশনৰ স্থানৰ লগতে একেলগে হোৱা পৰম্পৰা আছিল। এইটো পৃথকে আলোচনা কৰাৰ বিষয় আৰু অসম সাহিত্য সভাৰ জন্মৰ ইতিহাস অধ্যয়ন কৰাসকলে জানে।

আকৌ, অসম সাহিত্য সন্মিলনীৰ জন্মৰ আগতেই অঃ ভাঃ উঃ সাঃ সভাৰ জন্ম। অসম সাহিত্য সভাৰ দ্বিতীয় সাহিত্য সন্মিলনী গোৱালপাৰাত বহিছিল ১৯১৮ চনত। এই অধিৱেশনত শিৱসাগৰ অধিৱেশনৰ সভাপতি পদ্মনাথ গোহাঞিবৰুৱাই অসম সাহিত্য সন্মিলনৰ ১৯১৮-১৯ চনৰ বাবে প্ৰধান সম্পাদক হৈছিল আৰু তেওঁ তেজপুৰতে অসম সাহিত্য সভাৰ কাৰ্য্যালয় পাতি লৈ সেই বছৰ কাৰ্য্যনিৰ্বাহ কৰিছিল। গতিকে এনে অৱস্থাত পৃথকে তেজপুৰত এখন তেজপুৰ শাখা সাহিত্য সভা গঠন হোৱা হ'লে গোহাঞিবৰুৱাৰ 'মোৰ সোঁৱৰণী' নামৰ বৃহৎ আত্মজীৱনী গ্ৰন্থত সেইবিষয়ে উল্লেখ থাকিলহেঁতেন। এতিয়ালৈকে প্ৰকাশিত কোনো জ্যেষ্ঠ লেখকৰ গ্ৰন্থত এনেধৰণৰ উল্লেখ পোৱা হোৱা নাই।

প্ৰসংগক্ৰমে উল্লেখনীয় যে অঃ ভাঃ উঃ সাঃ সভাৰ পৰাহে ফাটি এসময়ত 'অসমীয়া ক্লাব'ৰ সৃষ্টি হৈছিল। অঃ ভাঃ উঃ সাঃ সভাত কোনো অনুষ্ঠান জাহ যোৱা প্ৰমাণ পোৱা হোৱা নাই।

দ্বিতীয় কথা এই যে 'তেজপুৰ অসমীয়া ভাষা উন্নতি সাধিনী সভা'ও কলিকতাত প্ৰতিষ্ঠিত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ শাখা নাছিল। একে উদ্দেশ্যেৰ প্ৰতিষ্ঠিত ই এক স্বতন্ত্ৰবীয়া অনুষ্ঠান আছিল। অসমৰ বিভিন্ন চহৰত প্ৰায় একে সময়তে এই নামেৰে এই সভা প্ৰতিষ্ঠিত হৈছিল। প্ৰমাণ স্বৰূপে ইং ১৮৯০-১৯০৮ চনলৈ ছপাই উলিওৱা পদ্মনাথ গোহাঞিবৰুৱা লিখিত কাৰ্য্যবিৱৰণীত এনেদৰে কোৱা হৈছে ঃ

"ইং ১৮৯০ চনৰ ২৩ নবেম্বৰ তাৰিখ ৰবিবাৰে লম্বোদৰ বৰা বি এল দেৱৰ যত্নত তেজপুৰত অসমীয়া ভাষা উন্নতি সাধিনী সভা স্থাপিত হয়। এই সভাৰ প্ৰথম অধিৱেশন বৰাদেউৰ চ'ৰাঘৰতে হয়। তেতিয়া ইয়াৰ নাম 'অসমীয়া ভাষাৰ আলোচনা সভা' আছিল। এই সভা টনকিয়াল নোহোৱালৈকে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ লগত লগ নলগাকৈ ই সুকীয়াভাবে থকা উচিত বিবেচনা কৰি ইয়াৰ সেই নাম ৰখা হৈছিল। সেই নামেই ইং ১৮৯৭ চনৰ ৩১ জানুৱাৰী পৰ্য্যন্ত চলি আছিল; তাৰ পিছৰ পৰা সেই নাম সলাই অসমৰ আন আন ঠাইত থকা সভাবিলাকৰ সৈতে এক কৰিবৰ অৰ্থে, ইয়াৰ নাম 'তেজপুৰ অসমীয়া ভাষা উন্নতি সাধিনী সভা' ৰখা হ'ল।"

২৫/১/১৯১২ তাৰিখে লিখা সেই সময়ৰ সম্পাদক ডালিম চন্দ্ৰ বৰাদেৱে একবিংশ বছৰেকীয়া উৎসৱৰ অধিৱেশনত পঠিত কাৰ্য্যবিৱৰণীখনতো সদৃশ সংবাদেই পোৱা যায়।

এই সভাৰ উদ্দেশ্য আৰু অন্যান্য নিয়মৰ মাজত আৰু উল্লেখিত কাৰ্য্য বিৱৰণীত এই সভা কলিকতাৰ অঃ ভাঃ উঃ সাঃ সভাৰ শাখা বুলি কোৱা নাই। বৰং তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাই হাতত লোৱা ২ নং কামটো সম্পৰ্কে উক্ত কাৰ্য্যবিৱৰণীত এনেকৈ কোৱা হৈছে ঃ

"কলিকতাৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাই আসাম দেশৰ সাধু কথাবিলাক গোটাই প্ৰকাশ কৰা কাৰ্য্যত সাহায্য কৰা। (১৮৯৭)।"

**অঃ ভাঃ উঃ সাঃ সভা অসম সাহিত্য সভাৰ স্বীকৃত সভা ঃ (?)**

১৯১৭ চনত অসম সাহিত্য সন্মিলনৰ জন্ম হোৱাৰ পাছত অসমৰ বিভিন্ন চহৰত থকা অঃ ভাঃ উঃ সাঃ সভাবোৰ এই সন্মিলনৰ স্বীকৃত সভা হয় বুলি অনুমান কৰিব পাৰি। ১০ খন শাখা সভা আৰু দুখন স্বীকৃত সভা আৰম্ভণিতে পঞ্জীভূত হয়।[১]

কিন্তু এতিয়া অনুসন্ধান-অধ্যয়নৰ কাম বা বিষয় এইটোহে যে কেতিয়া কেনেকৈ তেজপুৰ অঃ ভাঃ উঃ সাঃ সভা অসম সাহিত্য সভাৰ স্বীকৃত হ'ল। কাৰণ অসম সাহিত্য সভাৰ নিয়মাৱলী অনুসাৰে স্বীকৃত সভাবোৰে সভাৰ সভাপতি

---

[১] এনালচ্ অব্ অসম সাহিত্য সভা ঃ ডঃ মহেশ্বৰ নেওগ, পৃঃ ৮।

নিৰ্বাচন, বাৰ্ষিক অধিবেশনলৈ প্ৰতিনিধি প্ৰেৰণ, প্ৰস্তাৱ প্ৰেৰণ আৰু বৰঙণি দিয়াত অংশ গ্ৰহণ কৰিব পাৰিছিল। আমি জানিবলৈ পাওঁ যে অসম সাহিত্য সভাৰ এই কামবোৰত অংশ গ্ৰহণ কৰাৰ বাবে তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাক স্বীকৃত সভা বুলি লিপিবদ্ধ কৰি অসম সাহিত্য সভাই চিঠি প্ৰেৰণ কৰি আছিল। তাৰ প্ৰমাণ স্বৰূপে পাঠকৰ জ্ঞাতাৰ্থে আমি ইয়াত তলত দিয়া চিঠিকেইখন প্ৰকাশ কৰিলো ঃ

১. "যোৱা ১৪/৮/২৬ তাৰিখে বহা অঃ ভাঃ উঃ সাঃ সভাৰ বিশেষ অধিৱেশনত তলত লিখা সভ্যসকল অহা ৯ম সাহিত্য সন্মিলনত যোগ দিবলৈ প্ৰতিনিধি নিৰ্বাচিত হৈছিল। যদি কোনোৱে যাবলৈ অমান্তি হয় বা বিশেষ কাৰণত সন্মিলনীত যোগ দিবলৈ অপৰাগ বিবেচনা কৰে তেনেহলে অনুগ্ৰহ কৰি মণ্ডব্যৰ ঘৰত লিখি জনাব। নচেৎ সিবিলাক যাব বুলি ধৰা হ'ব। ইতি ৬/১০/২৬। পুঃ সন্মিলনী ১৯ আৰু ২০ অক্টোবৰ তাৰিখে ধুবুৰীত বহিব।

**শ্ৰীচন্দ্ৰ কান্ত বৰুৱা,**
সম্পাদক

নাম ঃ

১। ৰায়চাহাব শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা, ২।শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা বি-এল, ৩। শ্ৰীফণীধৰ গোস্বামী, ৪। শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ, ৫। শ্ৰীদণ্ডীৰাম কলিতা (চহী), ৬। মহাদেৱ শৰ্মা, ৭। শ্ৰীধনীৰাম দত্ত (চহী), ৮। শ্ৰীবেণুধৰ দাস (স্বাক্ষৰ), ৯। শ্ৰীৰজনী কুমাৰ পদ্মপতি (চহী), ১০। শ্ৰীচন্দ্ৰকান্ত বৰুৱা।

এই অধিবেশনতে তেজপুৰৰ প্ৰথিতযশা সাহিত্যিক দণ্ডিনাথ কলিতাদেৱে 'সাধনা' উপন্যাসৰ বাবে প্ৰতিযোগিতাত অসম সাহিত্য সভাৰপৰা পুৰস্কাৰ লাভ কৰিছিল।

২ নম্বৰ ৯৩৬ ৬৪ ইং ২৮ মে, ১৯২৭ চন, ১৪ জেঠ, ১৮৪৯ শক।
শ্ৰীযুত চন্দ্ৰকান্ত বৰুৱা তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক।
ডাঙৰীয়া,

গোৱালপাৰা অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদকৰ পৰা সন্মিলনীৰ দশম অধিৱেশন সম্পৰ্কে চিঠি পোৱা হৈছে। উক্ত সভাই অহা ২১ আৰু ২২ আহিন (ইং ৮।৯ অক্টোবৰত) সন্মিলন পাতিবলৈ স্থিৰ কৰিছে আৰু শ্ৰীযুত তৰুণৰাম ফুকন ডাঙৰীয়াক সভাপতি মনোনীত কৰিছে। এতেকে আপোনলোকৰ সভাই উক্ত সন্মিলনৰ সভাপতি কাক মনোনীত কৰে ১৫ দিনৰ ভিতৰত আমাক জনাব বুলি আশা কৰিলোঁ। কোনো কাৰণবশতঃ যদি কিছুদিন সময় বঢাব লাগে তেন্তে কোন তাৰিখে আপোনালোকৰ মত পাবলৈ আশা কৰিব পাৰো ঘূৰি ডাকত যেন জনাব।

২। আপোনালোকৰ সভাৰ বাৰ্ষিক বাকী বৰঙণি শীৰ্ঘে পঠাব আৰু যাতে সন্মিলনত সৰহ সংখ্যক সভ্যই যোগ দিয়ে তাৰ নিমিত্তেও যত্ন কৰিব।

ইতি

বিনীত

১৯২৭ চনৰ ১০ (দহ) টকা। (স্বা) শ্ৰীপূৰ্ণানন্দ শৰ্মা

প্ৰধান সম্পাদক

আসাম সাহিত্য সভা, যোৰহাট

৩. নম্বৰ ১২০৮-২৯, ২৪ জুলাই ১৯২৭, ৮ শাওণ, ১৮৪৯ শক শ্ৰীযুত চন্দ্ৰকান্ত বৰুৱা সম্পাদক, তেজপুৰ অঃ ভাঃ উঃ সাঃ সভা।

মহাশয়, যোৱা বুধবাৰ ৪ শাওণ (ইং ২০/৭/২৭) তাৰিখে হোৱা আমাৰ কাৰ্য্যনিৰ্বাহিক সমিতিৰ ২ নং সিদ্ধান্ত অনুযায়ী আৰু আসাম সাহিত্য সভাৰ ৪৭ নং নিয়মানুসাৰে আপোনাক জনোৱা হ'ল যে তলত নাম দিয়া ভদ্ৰলোকসকল গোৱালপাৰা সাহিত্য সন্মিলনৰ সভাপতি পদৰ নিমিত্তে মনোনীত হৈছে।

১। শ্ৰীযুত তৰুণৰাম ফুকন

২। শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা

৩। ৰায়চাহাব দুৰ্গাধৰ বৰকটকী

৪। শ্ৰীল শ্ৰীযুক্ত গড়মূৰীয়া গোস্বামী

৫। মৌঃ মফিজুদ্দিন আহমদ হাজৰিকা

৬। শ্ৰীযুত নবীন চন্দ্ৰ বৰদলৈ

৭। শ্ৰীযুত তাৰানাথ চক্ৰবৰ্ত্তী কাব্যবিনোদ

৮। শ্ৰীযুত ষড়ানন ন্যায় তৰ্কতীৰ্থ।

(২) সভাপতি নিৰ্বাচনৰ সম্পৰ্কে ৪৫ নং নিয়মানুযায়ী আপোনালোকৰ সভাৰ এটা ভোট আছে। এতিয়া আপোনালোকৰ সভাই উপৰোক্ত ভদ্ৰলোকসকলৰ ভিতৰত কোনজনক সভাপতি মনোনীত কৰে অৰ্থাৎ সভাই 'ভোট' কাক দিয়ে অহা ২৫ শাওণ (ইং ১০ আগষ্ট) বা তাৰ পূৰ্বেই আমাৰ হাতত পৰাকৈ আপোনালোকৰ সভাৰ সিদ্ধান্তৰ নকল পঠিয়াব। এই কাৰ্য্যৰ নিমিত্তে পিছলৈ সময় বঢ়াই দিবৰ উপায় নাই। সেইবাবে কথাটো অতি আৱশ্যকীয় বুলি বিবেচনা কৰি নিৰ্দিষ্ট তাৰিখৰ ভিতৰত সভাৰ মতামত পঠাবলৈ যেন হেলা নকৰিব। ইতি

বিনীত

(স্বাঃ) শ্ৰীবিষ্ণুচন্দ্ৰ বৰুৱা

প্ৰধান সম্পাদকৰহৈ

আসাম সাহিত্য সভা, যোৰহাট

ইয়াৰ পাছৰ কেইবাখনো চিঠিত তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাক অসম সাহিত্য সভাই স্বীকৃত সভা বুলি সম্বোধন কৰা পোৱা গৈছে।

পাঠান্তৰত[২] উল্লেখ কৰি অহা ১৯৬৬ চনৰ মুকলি অধিৱেশনত অঃ ভাঃ উঃ সাঃ সভাৰ সাধাৰণ সম্পাদক ˝ পদ্মেশ্বৰ বৰঠাকুৰৰ সম্পাদকীয় প্ৰতিবেদনত তেজপুৰৰ অঃ ভাঃ উঃ সাঃ সভা আৰু অসম সাহিত্য সভাৰ সম্পৰ্কৰ সংক্ৰান্তত এনে ধৰণে উল্লেখ হৈছে ঃ

"আদিতে এই সভা অসম সাহিত্য সভাৰ অন্তৰ্ভূক্ত আছিল। কিন্তু ১৯৪৪ চনত শিৱসাগৰত বহা সাহিত্য সভাৰ অধিৱেশনত সাহিত্য সভাৰ নিয়মতন্ত্ৰৰ আমূল পৰিবৰ্ত্তন কৰা হয়। আৰু স্বীকৃত সভাৰ ঠাইত শাখা সভাৰ ব্যৱস্থা কৰা হয়। তেতিয়া অসমৰ অন্যান্য ঠাইৰ সভাৰদৰেই এই সভাও অসম সাহিত্য সভাৰ বহিৰ্ভূত হৈ যায়। এই সভাই অন্যান্য বহুতৰ লগতে সাহিত্য সভাৰ এই কাৰ্য্যক সমৰ্থন কৰা নাছিল আৰু আছুতীয়াকৈ থাকিবলৈ স্থিৰ কৰিছিল। ইফালে নানা কাৰণত কিছুদিনৰ কাৰণে অসম সাহিত্য সভাৰ অৱস্থাও থৰক-বৰক হৈ আছিল।

১৯৫৩ চনত অসম সাহিত্য সভাৰ ছিলং অধিৱেশনত ইয়াৰ নিয়মতন্ত্ৰৰ পুনৰ সংশোধন কৰা হয়। সেইমতে সাহিত্য সভাৰ নিয়মতন্ত্ৰত শাখা সভাৰ উপৰিও স্বীকৃত সভাৰ ব্যৱস্থা কৰা হয়। আমাৰ সভাই স্বীকৃত সভা হিচাপে থাকিবলৈ সিদ্ধান্ত কৰে। তেতিয়াৰ পৰাই নিয়মানুযায়ী বাৰ্ষিক বৰঙণি আদায় কৰি সাহিত্য সভাৰ প্ৰায় প্ৰতিটো অধিৱেশনলৈকে এই সভাই প্ৰতিনিধি পঠাই আছে।"

গতিকে এইবিলাকৰ পৰা জনা যায় যে সেই সময়ত তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাই শাখা সাহিত্য সভাৰ দৰে কৰিবলগীয়া কামবোৰ কৰিছিল। গতিকে পৃথকে একেসকল স্থানীয় ব্যক্তিৰ দ্বাৰাই অন্য এখন তেজপুৰ শাখা সাহিত্য সভা প্ৰতিষ্ঠা কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰা নহৈছিল। কেৱল পঞ্চাশৰ দশক আৰু ষাঠিৰ দশকৰ ফালে যেতিয়া অঃ ভাঃ উঃ সাঃ সভাই তেজপুৰত কাৰ্য্যকৰীভাৱে সক্ৰিয় হ'ব পৰা নাছিল, তেতিয়াহে লাহে লাহে এখন পৃথক শাখা সাহিত্য সভাৰ অস্তিত্বৰ বা প্ৰয়োজনীয়তাৰ চিন্তা আহিবলৈ ধৰিছিল। এই চিন্তাৰ ফলশ্ৰুতিয়ে ১৯৬৫ চনত জন্ম লোৱা তেজপুৰ সাহিত্য সভা। তাৰ আগত তেজপুৰ সাহিত্য সভাৰ সৃষ্টি হোৱা নাই।

***

---

[২] উল্লেখিত অপ্ৰকাশিত সম্পাদকীয় প্ৰতিবেদনৰ পাদটীকা, পৃষ্ঠা - ১১৪।

# ˚ পদ্মনাথ গোহাঞিবৰুৱাৰ অসম সাহিত্য সন্মিলনীলৈ পৰামৰ্শ ঃ

## [অপ্ৰকাশিত চিঠি আৰু প্ৰস্তাৱ]

('অসম সাহিত্য সন্মিলনী'ৰ প্ৰথম সভাপতি, সাহিত্যকাণ্ডাৰী ˚ পদ্মনাথ গোহাঞিবৰুৱাই অসমীয়া ভাষা, সাহিত্য, পাঠ্য পুথি আৰু সাহিত্য সন্মিলনীৰ প্ৰতি কেনেদৰে নিৰন্তৰ কল্যাণ চিন্তাত ৰত আছিল, তাৰ এক নিদৰ্শন আমি তলত উল্লেখ কৰা চিঠিখন আৰু চিঠিত থকা পৰামৰ্শসমূহৰ পৰা স্পষ্টকৈ পাব পাৰো। এই চিঠিত গোহাঞিবৰুৱাই তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাকো গতিশীল কৰ্ত্তব্যৰ প্ৰতি সচেতন কৰি দিছিল। চিঠিখন তেওঁ ৮/৮/২৯ তাৰিখে অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদকলৈ লিখিছিল আৰু সংশ্লিষ্ট প্ৰস্তাৱকেইটা দাখিল কৰিছিল। মূল চিঠিখন (গোহাঞিবৰুৱাৰ নিজ হস্তাক্ষৰৰ) লেখকৰ হাতত সংৰক্ষিত হৈছে। অঃ ভাঃ উঃ সাঃ সভাৰ প্ৰাচীন কাগজ-পত্ৰ উদ্ধাৰৰ প্ৰচেষ্টাত ৰত হওঁতে এইখিনি সম্পদো পোৱা হয়।

চিঠিত উল্লেখিত সময়ছোৱাত তেজপুৰত অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক আছিল ˚ কুমুদেশ্বৰ বৰঠাকুৰ। অসম সাহিত্য সন্মিলনীৰ অধিৱেশন হ'ব লগা আছিল গোলাঘাটত। ১৯৩০ চনৰ মাৰ্চ মাহত এই দ্বাদশ অধিৱেশন অনুষ্ঠিত হৈছিল। অৱশ্যে উল্লেখিত এই প্ৰস্তাৱকেইটা অঃ ভাঃ উঃ সাঃ সভাত গৃহীত বা অনুমোদিত হৈ মূল সাহিত্য সন্মিলনলৈ পঠোৱা হৈছিলনে নাই জনা নাযায়।

উল্লেখিত ৩নং প্ৰস্তাৱৰ কথাখিনি অসম সাহিত্য সভাই সাম্প্ৰতিক সময়ত প্ৰয়োগ কৰা দেখা যায়। কাৰ্য্যনিৰ্বাহিকৰ বৈঠক আজিকালি ঠাই সলাই বিভিন্ন ঠাইত অনুষ্ঠিত কৰে আৰু সংশ্লিষ্ট ঠাইৰ শাখা সাহিত্য সভাই গৃহস্থৰ দায়িত্ব পালন কৰে। আকৌ জিলা সভাৰ পৰা জিলাভিত্তিক সভ্য কাৰ্য্যনিৰ্বাহিকলৈ নিৰ্বাচিত হোৱাৰ উপৰিও সামগ্ৰিকভাৱে প্ৰতিনিধিসকলে ভোটৰ জৰিয়তে অধিৱেশনতে সদস্য নিৰ্বাচিত কৰি লয়।

˚ গোহাঞি বৰুৱাৰ গতিশীল চিন্তাৰ নিদৰ্শনৰূপে এই চিঠিৰ আৰু প্ৰস্তাৱৰ প্ৰতিলিপি প্ৰকাশ কৰা হ'ল।

তেজপুৰ
ইং ৮/৯/২৯

তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ প্ৰধান সম্পাদকদেৱৰ সমীপেষু।
সম্পাদক দেৱ!

একেৰাহে কেবাবছৰো আমাৰ অঃ ভাঃ উঃ সাঃ সভাৰ পৰা 'অসম সাহিত্য সন্মিলনী'লৈ প্ৰস্তাৱাদি (Resolutions) পঠোৱা কৰ্ত্তব্যৰপৰা পিছলি পৰাটো বৰ দুখৰ বিষয় হৈছে। আশাকৰোঁ, এতিয়াও অহা সন্মিলনীত উত্থাপিত হ'বলৈ গোটাদিয়েক প্ৰস্তাৱ পঠিওৱা বাঞ্ছনীয় বোধকৰি তলত দুটামান আঁচি পঠালো; অনতিপলমে আমাৰ সভাৰ এখন বিশেষ অধিৱেশনত এই প্ৰস্তাৱৰ লগতে আৰু যি হয় অনুমোদিত কৰাই যথাসময়ত পোৱাকৈ পঠিওৱা হয় যেন।

মই নিজে সভাত উপস্থিত হবগৈ নোৱাৰিলেও মোক প্ৰস্তাৱক বুলিয়েই ধৰি ল'ব পাৰিব। ইতি

বিনীত
শ্ৰীপদ্মনাথ গোহাঞিবৰুৱা

প্ৰস্তাৱকেইটা ঃ-

১। অসমীয়া সাহিত্যৰ সাহিত্যিক গঢ় সংৰক্ষণাৰ্থে 'অসমীযা সাহিত্য সংৰক্ষক সমিতি' এখন তলত নাম দিয়া সাহিত্যিকসকলৰে সৈতে গঠিত হওক।

**প্ৰস্তাৱিত সভ্য ঃ-**

(১) শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা
(২) " কমলাকান্ত ভট্টাচাৰ্য্য
(৩) " বেণুধৰ ৰাজখোৱা
(৪) " আনন্দ চন্দ্ৰ আগৰৱালা
(৫) " ৰজনী কান্ত বৰদলৈ
(৬) " কালিৰাম মেধি
(৭) " কৃষ্ণকান্ত সন্দিকৈ
(৮) " সূৰ্য্যকুমাৰ ভূঞা
(৯) " বাণীকান্ত কাকতি
(১০) " চন্দ্ৰধৰ বৰুৱা
(১১) " দুৰ্গাধৰ বৰকটকী
(১২) " অমৃত ভূষণ অধিকাৰী
(১৩) " অম্বিকাগিৰি ৰায়চৌধুৰী
(১৪) মৌলবী মফিজুদ্দিন আহমদ হাজৰিকা
(১৫) শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা

২। অসমীয়া টেক্সট্ বুক কমিটিৰ বৰ্তমান সংস্কাৰ কৰি তলত দিয়া নিয়মে অসমভেলীৰ টেক্সট্ বুক কমিটিখন পুনঃ গঠন কৰিবলৈ গৱৰ্ণমেণ্টক অনুৰোধ

কৰা হওঁক।

কমিটিৰ প্ৰস্তাৱিত মেম্বাৰ ঃ

**অফিচিয়েল ঃ**

(১) অসম উপত্যকাৰ স্কুল ইন্সপেক্টৰ (যদিহে তেওঁ কোনো টেক্সট্ বুকৰ গ্ৰন্থকাৰ নহয়) কিম্বা এঃ ইন্সপেক্টৰ,- যোৰহাট।

(২) ৰায়চাহাব শ্ৰীযুত কমলাকান্ত শৰ্মা, নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট, যোৰহাট।

(৩) প্ৰফেচাৰ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা, এম এ, বি এল, গুৱাহাটী।

(৪) শ্ৰীযুত ঘনকান্ত বৰুৱা, বি.এ. বি.টি., হেডমাষ্টৰ গৱৰ্ণমেণ্ট হাইস্কুল, যোৰহাট।

(৫) মৌলবী আটোৱাৰ ৰহমান, এম.এ, মছলিম স্কুল ইন্সপেক্টৰ, শ্বিলং।

(৬) শ্ৰীযুত সৰ্বানন্দ দাস, স্কুল ডেপুটি ইন্সপেক্টৰ, বৰপেটা।

**নন্-অফিচিয়াল ঃ**

(৭) শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা, 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদক, যোৰহাট

(৮) " কৃষ্ণকান্ত সন্দিকৈ, এম-এ, (oxon) - যোৰহাট

(৯) " লক্ষ্মীধৰ শৰ্মা, এম-এ, বি.এল., - তেজপুৰ

(১০) " মহেন্দ্ৰ নাথ গোহাঞি, এম-এ, বি এল, এম-এল-চি,-গোলাঘাট

(১১) " সৰ্বেশ্বৰ বৰুৱা, বি এ, বি.এল., এম-এল-চি,- উঃ লক্ষীমপুৰ

(১২) " মৌলবী ফিজলুৰ আলি, বি.এ., বি-এল, এম-এল-চি,-ডিব্ৰুগড়

(১৩) " বিপিন চন্দ্ৰ ঘোষ, বি এ, বি-এল, এম-এল-চি,- গুৱালপাৰা।

(১৪) " লক্ষীকান্ত বৰুৱা, বি-এ, বি-এল, এম-এল-চি,- শিৱসাগৰ

(১৫) " খ্ৰীষ্টান মিশ্যন স্কুলসমূহৰ চুপাৰিণ্টেণ্ডেণ্ট, - নগাওঁ

বিশেষ ঃ প্ৰেচিডেণ্ট অফিচিয়াল হলে চেক্ৰেটৰী নন-অফিচিয়াল, আৰু প্ৰেচিডেণ্ট নন-অফিচিয়াল হলে চেক্ৰেটৰী অফিচিয়াল হ'ব লাগে।

**৩। অসম সাহিত্য সম্মিলনীৰ কাৰ্য্য নিৰ্বাহক সভাখন আগৰদৰে বছৰি ঠাই সলাই বহিব লাগে, আৰু তাত পাৰ্য্যমানে প্ৰত্যেক জিলাৰ প্ৰতিনিধি সভ্য নিৰ্বাচিত হ'ব লাগে।**

***

# তেজপুৰৰ জুবিলি পুথিভঁৰাল

তেজপুৰ বাণ থিয়েটাৰ আৰু অ.ভা.উ.সা. সভাৰ ঐতিহ্যৰ সৈতে সম্পূৰ্ণ ৰজিতা খোৱাকৈ আন এটি সাহিত্য-সংস্কৃতিৰ সমসাময়িক প্ৰাণকেন্দ্ৰ আছিল **তেজপুৰৰ 'জুবিলি' পুথিভঁৰাল**। ইংলণ্ডৰ ৰাণী ভাৰত-সম্ৰাজ্ঞী মহাৰাণী ভিক্টোৰিয়াৰ (খ্ৰী. ১৮৩৭-১৯০১) ৫০ বছৰ ৰাজত্ব কাল পূৰ্ণ হোৱা উপলক্ষে ইং১৮৮৭ চনত বৃটিছাধীন সাম্ৰাজ্যত 'জুবিলি' উৎসৱ পতা হৈছিল। ভাৰততো এই উৎসৱ হৈছিল আৰু বিভিন্ন কাৰ্য্যসূচীৰ মাজেদি মহাৰাণী ভিক্টোৰিয়াৰ এই 'জুবিলি' যুগমীয়া কৰিবলৈ প্ৰয়াস কৰা হৈছিল। সম্ভৱতঃ এই উদ্দেশ্যেৰেই স্থাপিত হৈছিল এই 'ভিক্টোৰিয়া জুবিলি লাইব্ৰেৰী'। **এই লাইব্ৰেৰী আছিল অসমৰ আধুনিক কালৰ প্ৰাচীন লাইব্ৰেৰী**। ১৯৫৩-৫৪ খ্ৰীষ্টাব্দত এই লেখকে তেজপুৰৰ চৰকাৰী হাইস্কুলত পঢ়ি থকা সময়ত এই লাইব্ৰেৰী দেখিছিল আৰু তাত এতিয়া দুষ্প্ৰাপ্য হোৱা মূল্যৱান পুথিবোৰ চোৱাৰ সৌভাগ্য হৈছিল। তেজপুৰ এম. ভি. স্কুলৰ প্ৰধান শিক্ষক বাণীকান্ত শৰ্মা প্ৰায় কুৰি বছৰৰো অধিক কাল এই পুথি-ভঁৰালৰ পুথিভঁৰালী আছিল। তেজপুৰ পৌৰসভাই এই পুথি-ভঁৰাল কুৰি শতিকাৰ পঞ্চাশৰ দশকত অধিগ্ৰহণ কৰাৰ সময়ত (তেতিয়া ইয়াৰ নাম দিয়া হৈছিল '**হেম বৰুৱা পুথি-ভঁৰাল**') বাণীকান্ত শৰ্মাই এই পদ ত্যাগ কৰিছিল।

অসমৰ ভিতৰতে মূল্যৱান পুথিসমৃদ্ধ এই পুথিভঁৰাল বৰ বিখ্যাত আছিল। তেজপুৰ সাহিত্যসভাৰ সভাপতি হৈ থকা কালত এইগৰাকী কৃতী শিক্ষক বাণীকান্ত শৰ্মাই এই পুথিভঁৰাল সম্পৰ্কে এটি তথ্যপূৰ্ণ প্ৰবন্ধ ১৯৮২ খ্ৰীষ্টাব্দৰ 'তেজপুৰ সাহিত্য সভা প্ৰত্ৰিকা'ত প্ৰকাশ কৰিছিল। এই পুথিভঁৰাল সম্পৰ্কে পাব পৰা মূল্যৱান সংবাদখিনি ইয়াত সন্নিবিষ্ট থকাত তেওঁৰ প্ৰবন্ধটোকে ইয়াত সম্পূৰ্ণৰূপে প্ৰকাশ কৰি তেওঁৰ ঋণ স্বীকাৰ কৰিলো। ইয়াৰ ফলত তেজপুৰ সাহিত্য-সংস্কৃতিৰ দিশত এই সম্পৰ্কীয় মূল্যৱান সংবাদখিনি স্থায়ীভাৱে বিধৃত হৈ থকাৰ সুবিধাও হ'ল।

প্ৰয়াত শৰ্মাই প্ৰবন্ধটোৰ নাম দিছিল '**তেজপুৰত পুথিভঁৰালৰ ইতিবৃত্ত**'। পিছে, তেওঁ এই ৰাজহুৱা পুথিভঁৰালটো সম্পৰ্কেহে নিজে জনা তথ্যৰ ওপৰত ভিত্তি কৰি লেখিছিল। তেওঁ লেখিছিল ঃ

"ঃ তেজপুৰ নগৰৰ বুকুত এতিয়া য'ত হেমবৰুৱা স্মৃতি ভৱন আছে সেই ঠাইতে 'টাউন হল' নামে এটা বহুকলীয়া পুৰণি ঘৰ আছিল। ঘৰটো যথেষ্ট ডাঙৰ-দীঘল, আহল-বহল। ইটাৰ বেৰ আৰু খুটা। ভেঁটি পকা। চাল টিনৰ। চৌহদৰ উত্তৰ ফালে পূবৰ পৰা পশ্চিমলৈ মুৰকৈ সজা। কোঠালী দুটা। পশ্চিম ফালে থকাটো সৰু আৰু পূবপিনে থকাটো ডাঙৰ। ডাঙৰটোৰ দুৱাৰ-খিড়িকীবোৰ গ্লাচ লগোৱা। সকলো ৰাজহুৱা সভা-সমিতি ইয়াতেই বহিছিল। এই ঘৰ নিৰ্মাণৰ ইতিহাস আছে। ১৮৮০ খ্ৰীষ্টাব্দমানতে ৰায়ত এচোচিয়েচনে এই ঘৰ সাজিছিল ৰাইজৰ বা ৰায়তৰ পৰা সংগ্ৰহ কৰা ধনেৰে। ইয়াৰ ৰক্ষণাবেক্ষণ কৰিছিল এখন পৰিচালনা-সমিতিয়ে। এই পৰিচালনা-সমিতিৰ (ট্ৰাষ্টী) সদস্য আছিল ঁহৰিবিলাস আগৰৱালা, ঁলক্ষ্মীকান্ত বৰকাকতি, ঁজয়দেৱ শৰ্মা ( ঁমহাদেৱ শৰ্মাৰ পিতৃ) প্ৰভৃতি বিশিষ্ট লোকসকল।

ৰাজহুৱা কামত এই ঘৰ ব্যৱহাৰ কৰিব বুলি প্ৰতিশ্ৰুতি দি এই ঘৰৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব তেজপুৰ পৌৰসভাই সমিতিৰ পৰা গ্ৰহণ কৰিছিল।

এই প্ৰতিশ্ৰুতিমৰ্মেহি তেজপুৰ পৌৰ সভাই এই ঘৰতে ৰাজহুৱা পুথি-ভঁৰাল স্থাপন কৰিবলৈ দিয়ে। সেইদিনধৰি এই ঘৰতে ৰাজহুৱা পুথি-ভঁৰাল চলি আহিছিল। ইয়াৰ সৰু কোঠালিটো আছিল পুথি-ভঁৰাল আৰু ডাঙৰ কোঠালিটো আছিল পাঠাগাৰ। ৰাজহুৱা সভা-সমিতি বহিবলগীয়া হলে বাহিৰৰ চোতালত নাইবা এই পাঠাগাৰটোতে বহিছিল।

তেজপুৰত ৰাজহুৱা পুথি-ভঁৰাল স্থাপিত হয় ১৮৮৭ খ্ৰীঃত। ইয়াৰ নামকৰণ কৰা হয় ভিক্টোৰিয়া জুবিলি লাইব্ৰেৰী নামেৰে। মই জনামতে অসমত এইটোৱেই আটাইতকৈ পুৰণি ৰাজহুৱা পুথি-ভঁৰাল। আৰু এইটোৱেই আছিল ওপৰত উল্লেখ কৰা তেজপুৰ 'টাউন হল'ত থকা ৰাজহুৱা পুথি-ভঁৰাল।

তেজপুৰ অঃ ভাঃ উঃ সাঃ (অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ) পক্ষৰ পৰাও কিছুমান কিতাপ-পত্ৰ আদিৰ সৈতে এটা সৰু আলমিৰা ইয়াত ৰাখিছিল।

এই পুথি-ভঁৰাল এখন সমিতিৰ তত্ত্বাবধানত চলিছিল। প্ৰথম সমিতিৰ সদস্যসকলৰ নাম আৱশ্যকীয় কাকত-পত্ৰৰ অভাৱত ইয়াত উল্লেখ কৰিব নোৱাৰিলোঁ। পৰিচালনা সমিতিৰ প্ৰথম সম্পাদক আছিল ঁমনোমোহন লাহিড়ী। সেই সময়ত তেওঁ তেজপুৰ পৌৰ সভাৰ উপসভাপতিও আছিল।

১৯২৬ খ্ৰীঃ লৈকে ঁদেৱকুমাৰ ঘোষ নামৰ এজন লোক পুথি-ভঁৰালী আছিল। এওঁৰ পাছত তেজপুৰ পৌৰ সভাৰ প্ৰধান সহায়ক ঁমনোৰঞ্জন ঘোষ উক্ত পদত নিযুক্ত হয়। মই উক্ত পুথি-ভঁৰালৰ পুথি-ভঁৰালী ৰূপে নিযুক্ত হওঁ ১৯২৮ খ্ৰী.ত। মই ঁমনোৰঞ্জন ঘোষৰ পৰা কাৰ্য্যভাৰ গ্ৰহণ কৰোঁ।

মই কাৰ্য্যভাৰ লোৱা সময়ত পৰিচালনা-সমিতিৰ সম্পাদক আছিল ঁযতীন্দ্ৰ চন্দ্ৰ মৈত্ৰ। সেই সময়ত এওঁ তেজপুৰ পৌৰ সভাৰো সভাপতি আছিল। ইয়াৰ পাছতো তেওঁ এই পুথি-ভঁৰালৰ অপ্ৰতিদ্বন্দ্বী ব্যক্তি হিচাবে একেৰাহে সম্পাদক আছিল। এওঁ এজন সুপণ্ডিত, বিশিষ্ট শিক্ষাবিদ, বিচক্ষণ আইনজ্ঞ আৰু নীৰৱ কৰ্মী পুৰুষ আছিল। এওঁ যি কামতে হাত দিছিল তাক সুসম্পন্ন কৰিহে এৰিছিল। তেতিয়াৰ দিনত তেজপুৰৰ বহুত অনুষ্ঠানৰ গুৰি ধৰিছিল এওঁ। এওঁৰ সুযোগ্য পৰিচালনাত তেজপুৰ ভিক্টৰীয়া জুবিলি লাইব্ৰেৰী অসমত জাকত জিলিকা হৈ উঠিব পাৰিছিল। একেৰাহে সমিতিৰ সদস্য হৈ থকা আন দুগৰাকী হ'ল ঁচন্দ্ৰ নাথ শৰ্মা আৰু ঁবসন্ত কুমাৰ বৰুৱা। সমিতিৰ প্ৰায়বোৰ অধিৱেশনতে ঁচন্দ্ৰ নাথ শৰ্মা সভাপতি আছিল।

**পৰিচালনা-সমিতি**— এই সমিতিলৈ এনে ধৰণে সদস্য নিৰ্বাচন হৈছিল— তেজপুৰ পৌৰ সভাৰ পক্ষৰ পৰা দুজন সদস্য, তেজপুৰ লোকেল বোৰ্ডৰ পক্ষৰ পৰা এজন সদস্য, তেজপুৰ চৰকাৰী উচ্চ বিদ্যালয়ৰ প্ৰধান শিক্ষক (পদেন)। এওঁলোক চাৰিগৰাকী লগ হৈ ৰাইজৰ ফালৰ পৰা চাৰি গৰাকী সদস্য নিৰ্বাচন কৰি লৈছিল। এই আঠজন সদস্যৰ মাজৰপৰা এজন সম্পাদক নিৰ্বাচন কৰি লৈছিল।

**পুঁজি**— তেজপুৰ পৌৰসভা, লোকেলবোৰ্ড আৰু চৰকাৰী অনুদানৰ (উলিয়ামচন ট্ৰাষ্ট ফাণ্ডৰ) ওপৰত নিৰ্ভৰ কৰি চলিব লাগিছিল। পৌৰ সভাৰ অনুদান আছিল সকলোতকৈ বেছি। তদুপৰি ঘৰলৈ পঢ়িবলৈ নিয়া পঢ়ুৱৈসমাজৰ পৰা এটা নিৰ্দ্ধাৰিত নিৰিখত মাহিলি বৰঙণি লোৱা হৈছিল। পাঠাগাৰত আহি পঢ়া-শুনা কৰা লোকৰ পৰা কোনো বৰঙণি লোৱা নহৈছিল।

**কিতাপ-পত্ৰ**—পুথি-ভঁৰালত ইংৰাজী, বঙলা, অসমীয়া আৰু সংস্কৃত ভাষাৰ গ্ৰন্থ ৰখা হৈছিল। ইংৰাজী গ্ৰন্থৰ সংখ্যাই আছিল সৰহ। সেইবোৰ বিভিন্ন শ্ৰেণীত ভাগকৈ সজাই ৰখা হৈছিল। যেনে— গল্প, উপন্যাস, বুৰঞ্জী, পদ্য, বিজ্ঞান, প্ৰাসংগিক গ্ৰন্থ (Reference Book) ইত্যাদি। ইয়াৰ পিছতে আছিল বঙলা গ্ৰন্থৰ সংখ্যা।

সেইদিনত অসমীয়া গ্ৰন্থৰ অৱস্থা আজিৰ দৰে নাছিল। উপন্যাস, গল্প, নাটক আদিৰ সংখ্যা প্ৰচুৰ নাছিল। গতিকে সংখ্যাত ইংৰাজী আৰু বঙলা গ্ৰন্থৰ তুলনাত কম আছিল। মই কাৰ্য্যভাৰ লোৱাৰ পাছত পুথিভঁৰালত নথকা ন-পুৰণি অসমীয়া কিতাপ যিমানখিনি পাইছিলোঁ সংগ্ৰহ কৰিছিলো। ইয়াৰ পাছত প্ৰকাশ হোৱা সকলো অসমীয়া কিতাপ, পত্ৰিকা, বাতৰি কাকত ৰখা হৈছিল। পুৰণি পুনৰ মুদ্ৰণ নোহোৱা দুই এখন কিতাপ হয়তো বাদ যাব পাৰে। কবলৈ গলে অসমীয়া বিভাগটো সম্পূৰ্ণ অটুট আছিল।

ইংৰাজী আৰু বঙলা ভাষাৰ কিতাপ-পত্ৰৰ কাৰণে প্ৰতি বছৰে এটা নিৰ্দ্দিষ্ট পৰিমাণৰ ধন বাজেটত ধৰা হৈছিল। গতিকে সেই ভাষাৰ বাচি বাচি মূল্যবান গ্ৰন্থবোৰহে অনা হৈছিল।

সংস্কৃতৰ বেদ, উপনিষদ, দৰ্শন, পুৰাণ, মনুসংহিতা, তন্ত্ৰ আদিৰ গ্ৰন্থবোৰ ৰখা হৈছিল। গীতা আৰু ভাগৱতৰ নানা ধৰণৰ মূল্যবান সংকলনবোৰ আছিল। কালিদাসৰ সকলো গ্ৰন্থ ৰখা হৈছিল, শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ দ্বাৰা সম্পাদন কৰা নৈষধ চৰিতকে আদি কৰি তেনে গ্ৰন্থৰাজিও ৰখা হৈছিল। যোগবশিষ্ঠ ৰামায়ণ নামে এখন সুবৃহৎ গ্ৰন্থ আছিল। ৰমেশ দত্তৰ সম্পাদিত ঋক্‌বেদখনো আছিল।

হিন্দী কিতাপৰ মাজত মাত্ৰ ৰামচৰিত মানস (তুলসী দাসৰ ৰামায়ণ)খন আছিল। 'কল্যাণ' নামৰ এখন মূল্যবান হিন্দী পত্ৰিকাও ৰখা হৈছিল।

ল'ৰা-ছোৱালীৰ কাৰণেও ইয়াত যথেষ্ট সংখ্যক কিতাপ আৰু আলোচনী ৰখা হৈছিল।

কিতাপবোৰ ডাঙৰ ডাঙৰ আলমিৰাৰ ভিতৰত ৰখা হৈছিল। কিতাপৰ সংখ্যা বঢ়াৰ লগে লগে ঠাইৰ নাটনি হৈ পৰে। তেতিয়া ৰেক তৈয়াৰ কৰি ৰখা হয়। পাছত সেয়েও যথেষ্ট নোহোৱাত হলৰ এটা অংশ পাঠাগাৰৰ অন্তৰ্ভুক্ত কৰি লোৱা হয়।

মূল্যবান কিতাপ-পত্ৰবোৰ ঘৰলৈ পঢ়িবলৈ আনিব দিয়া নহৈছিল। সেইবোৰ পুথিভঁৰালত বহি অধ্যয়ন কৰিবলৈ দিয়া হৈছিল। ঘৰলৈ পঢ়িবলৈ সাধাৰণতে গল্প, উপন্যাস, জীৱনী আৰু বন্ধাই ৰখা পত্ৰিকাবোৰ আনিব দিয়া হৈছিল। ঘৰত পঢ়িবলৈ কিতাপ আনিবলৈ হলে এটা নিৰ্দিষ্ট পৰিমানৰ ধন জমা ৰাখি সভ্যভুক্ত হব লাগিছিল। প্ৰতি পাঁচ টকাত দুখনকৈ কিতাপ আনিব পাৰিছিল। কিতাপ পোন্ধৰ দিনৰ ওপৰ ৰাখিব দিয়া নহৈছিল। গ্ৰন্থাগাৰৰ ভিতৰত সোমাই কিতাপ বাচিব দিয়া নহৈছিল। কিতাপৰ তালিকা চাইহে বাচিব লাগিছিল। কিতাপৰ তালিকা বিষয় হিচাবে, গ্ৰন্থকাৰ হিচাবে ইত্যাদি নানাক্ৰমত বৰ্ণানুক্ৰমিকমতে তৈয়াৰ কৰা আছিল। ঘৰত বহি কিতাপ বচাৰ সুবিধাৰ কাৰণে ছপা তালিকাও তৈয়াৰ কৰা হৈছিল। গতিকে কিতাপ বাচনি কৰাত অকণো অসুবিধা নহৈছিল। হাত দিলেই কিতাপবোৰ পোৱাকৈ সজাই ৰখা হৈছিল। কিতাপ বিচাৰি উলিয়াবলৈকো অসুবিধা নাছিল। পাঠকসকলৰ অভিৰুচিৰ কথা মই জানিছিলোঁ। কোনজন পাঠকে কোন গ্ৰন্থকাৰৰ বা কেনে ধৰণৰ কিতাপ পঢ়ি ভাল পায় তাক বুজিব পাৰিছিলোঁ। সেই কাৰণে অধিক সংখ্যক পাঠকেই মোকে কিতাপ বাচিবলৈ দিছিল। সভ্যসকলে বিচাৰিলে তেওঁলোকে জমা ৰখা টকা ঘূৰাই দিয়া হৈছিল।

পাঠাগাৰত কেইবাখনো বাতৰি কাকত আৰু পত্ৰিকা আদি ৰখা হৈছিল। সেইবোৰৰ ভিতৰত আছিল দৈনিক, তিনিদিনীয়া, সাপ্তাহিক, মাহিলী ইত্যাদি। এইবোৰ আছিল ইংৰাজী, বঙলা আৰু অসমীয়া ভাষাৰ। অসমত প্ৰকাশ হোৱা সকলোবোৰ অসমীয়া আৰু ইংৰাজী বাতৰি কাকত লোৱা হৈছিল। অসমৰ বাহিৰত প্ৰকাশ হোৱা দৈনিক বাতৰি কাকতৰ ভিতৰত আনন্দবাজাৰ পত্ৰিকা, অমৃতবাজাৰ পত্ৰিকা, Statesman নিয়মিতভাবে লোৱা হৈছিল। বোম্বাইৰ পিনৰ দুই এখন ইংৰাজী বাতৰি কাকতো মাজেসময়ে লোৱা হৈছিল।

ইয়াত ৰখা আলোচনীবিলাকৰ ভিতৰত প্ৰধান প্ৰধান কেইখনমানৰ নাম উল্লেখ কৰিলোঁ। বাঁহী, আবাহন, ঘৰজেউতি, সুৰভি, জয়ন্তী, ভাৰতবৰ্ষ, প্ৰবাসী, বসুমতী, বিচিত্ৰা, উত্তৰা, Modern Review, Strand*, শিশুপাঠ ইত্যাদি। এই আলোচনীবোৰ বছৰৰ অন্তত দুখণ্ডকৈ বন্ধাই ৰখা হৈছিল।

তেতিয়া অসমৰ বিদ্যালয়সমূহ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আছিল। পৰীক্ষাৰ ফলাফল প্ৰকাশ হৈছিল কলিকতা গেজেটত (ৰাজপত্ৰ)। ইয়াৰ পৰীক্ষাৰ্থীসকলে পৰীক্ষাৰ ফলাফল জনাত বৰ অসুবিধা হৈছিল। এই অসুবিধা দূৰ কৰাৰ অৰ্থে কলিকতা গেজেট লোৱা হৈছিল।

অসম চৰকাৰে প্ৰকাশ কৰা সকলো ৰিপোৰ্ট, ৰাজপত্ৰ (অসম গেজেট) বিনামূল্যে লাইব্ৰেৰীলৈ পঠাইছিল। লোক-পিয়লৰ ৰিপোৰ্টবোৰ যত্ন সহকাৰে ৰখা হৈছিল।

লাইব্ৰেৰী সদায় ৰাতিপুৱা এঘণ্টা (৭টা-৮টালৈ) আৰু সন্ধ্যা দুঘণ্টা খোলা ৰখা হৈছিল। প্ৰতি মঙ্গলবাৰ আৰু তিথি-পৰ্বত গ্ৰন্থাগাৰ বন্ধ ৰখা হৈছিল। পাঠাগাৰ সদায় নিয়মিতভাবে খোলা ৰখা হৈছিল।

সংগ্ৰহৰ বাবে কিতাপ-পত্ৰৰ বাচনি পৰিচালনা সভাই কৰিছিল। যিকোনো সদাশয় লোকৰ পৰামৰ্শ সমিতিয়ে সদায় সাগ্ৰহেৰে গ্ৰহণ কৰিছিল। এই অৰ্থে এখন বহী ৰখা হৈছিল। তাত সিসকলৰ পৰামৰ্শ লিপিবদ্ধকৈ ৰখা হৈছিল। আমাৰ পুথিভঁৰালৰ দেশী-বিদেশী কেইবাটাও ডাঙৰ গ্ৰন্থ প্ৰকাশ কৰা কোম্পানীৰ লগত যোগাযোগ আছিল। কোনো ভাল কিতাপ প্ৰকাশ কৰিলেই জনাইছিল। বেচি দামী কিতাপবোৰৰ মূল্য একেবাৰতে নিদি ভাগে ভাগে দিব লাগিছিল। এনে সুবিধা গ্ৰহণ কৰি আমাৰ পুথিভঁৰালে বহুতো মূল্যবান কিতাপ আনিছিল। World History (Vol 10), Children Dictionary (Vol 10), আদি গ্ৰন্থবোৰ এনে সুবিধাৰে আনিছিল।

ইয়াৰ পাছত এই পুথিভঁৰাল তেজপুৰ পৌৰ সভাই অধিগ্ৰহণ কৰে। অনুমান ১৯৫৩ খ্ৰীঃত। তেতিয়াৰ পৰা এই পুথিভঁৰালৰ নাম হয় হেম বৰুৱা পুথিভঁৰাল। আৰু ই সম্পূৰ্ণৰূপে তেজপুৰ পৌৰ সভাৰ দ্বাৰা পৰিচালিত হৈছিল। পৌৰ সভাৰ অধীনলৈ যোৱাত মই পুথিভঁৰালীৰ পদ ত্যাগ কৰিছিলোঁ। পৌৰ সভাই মোৰ পদত্যাগ গ্ৰহণ নকৰি মোৰ সুবিধাৰ কাৰণে সম্পূৰ্ণ সময়ৰ কাৰণে এজন সহকাৰী লবলৈ নিৰ্দেশ দিয়ে। মোৰ পৰামৰ্শ মতে ভৱ কেওটক সহকাৰী পুথিভঁৰালীৰূপে নিযুক্ত কৰে। ইয়াৰ এবছৰমান পাছত মই পদত্যাগ কৰো আৰু ভৱ কেওটে পুথিভঁৰালী ৰূপে নিযুক্তি পায়।

*['Strand' Magazine খন ইয়াত থকাটো আকৰ্ষণীয় কথা। শাৰ্লক হোমচৰ ডিটেক্টিভ কাহিনীবোৰ ধাৰাবাহিকভাৱে প্ৰকাশ পোৱা এই আলোচনীখনত সেই গল্পবোৰ ১৮৯১ খ্ৰী.ৰ পৰা ওলাইছিল। — প্ৰকাশক]

১৯৫৬ খ্রী. ত তেজপুৰত চৰকাৰী জিলা পুথিভঁৰাল স্থাপিত হয়। কিন্তু পুথিভঁৰালৰ গৃহ-নির্মাণৰ কাম সম্পূর্ণ হৈ উঠা নাছিল। সেই কাৰণে হেমবৰুৱা পুথিভঁৰালৰ এটা অংশত এই পুথিভঁৰালৰ কাম-কাজ চলিছিল। গৃহ-নির্মাণৰ কাম সম্পূর্ণ হোৱাত ১৯৫৮ খ্রী. ত চৰকাৰী জিলা পুথিভঁৰাল নিজৰ ভৱনলৈ আহে। তেজপুৰ পৌৰ সভাই দহ হাজাৰ টকাত হেম বৰুৱা পুথিভঁৰালৰ সকলো কিতাপ-পত্র, আচবাব বেচি দিয়ে।[1] ১৮৮৭ খ্রী. ত স্থাপিত ভিক্টৰীয়া জুবিলি লাইব্রেৰী, পাছত হেম বৰুৱা পুথিভঁৰাল ৰূপে নাম গ্রহণ কৰা এই ৰাজহুৱা পুথিভঁৰালৰ এইদৰে পৰিসমাপ্তি ঘটিল।

১৯৬০ খ্রী. ৰ পাছৰ কথা। তেজপুৰ পৌৰ সভাই আগৰ সেই পুৰণি ঘৰটো ভাঙি সেই চৌহদৰ ভিতৰতে আধুনিকধৰণে বর্তমানে থকা হেম বৰুৱা স্মৃতি ভৱনটো নির্মাণ কৰে।

মই এই ইতিবৃত্ত লিখা সম্পর্কত আৱশ্যকীয় কথা কেইটিমানৰ সন্ধান বিচাৰি উক্ত জিলা পুথিভঁৰাললৈ গৈছিলোঁ। তাৰ কর্ম-কর্তাসকলে মোক যথেষ্ট আগ্রহেৰে সহায় কৰিবলৈ যত্ন কৰিছিল। কিন্তু যত্ন বিফল হ'ল। তেখেতসকলে হেম বৰুৱা পুথিভঁৰালৰ কোনো ৰেকর্ড পাতি নাপালে। আনকি পৰিচালনা সভাৰ কার্যবিৱৰণী বহীখনো নাপালে। এই বহীখন পোৱা হলেও বহু কামত আহিলহেঁতেন। পুথিভঁৰালটোৰ সবিশেষ বিৱৰণ ইয়াৰ পৰাই পোৱা গলহেঁতেন। অঃ ভাঃ উঃ সাঃ কালৰ পৰা থকা আলমিৰাটোও নেদেখিলোঁ। কিতাপ-পত্রৰ তালিকা আদিও নাপালোঁ।

মোৰ বোধেৰে পুথিভঁৰালৰ কিতাপ-পত্রবোৰ এইদৰে বিক্রী নকৰি হেম বৰুৱা স্মৃতি ভৱনৰে এটা কোঠালিত সংৰক্ষণ কৰি ৰাখিব লাগিছিল। তেতিয়া ই ৰাইজৰ অশেষ উপকাৰত আহিলহেঁতেন। ইমান পুৰণিকলীয়া পুথিভঁৰালত থকা কিতাপ-পত্র আজিৰ দিনত সেইবোৰ নিশ্চয় ৰত্ন স্বৰূপ। টকা-পইছা ভাঙিও সেই কালৰ বহুত কিতাপ-পত্র উদ্ধাৰ কৰিব নোৱাৰি। আজি তেজপুৰত পুৰণি কিতাপ-পত্র বিচাৰি পাবলৈ বৰ টান। কিন্তু জুবিলি লাইব্রেৰী তথা হেম বৰুৱা পুথিভঁৰাল থকাত এই অৱস্থা নাছিল।ঃ"

এই সংক্রান্তত এটা কথা মনকৰিবলগীয়া যে প্রয়াত শর্মাৰ উল্লেখিত প্রবন্ধত এই পুথিভঁৰাল ৰাজহুৱাভাৱে হোৱা বুলি আৰু ৰায়ত সভাই ঘৰতো ৰাজহুৱা সভা-সমিতিৰ বাবে নির্মাণ কৰিছিল বুলি উল্লেখ কৰিছে। কিন্তু এই তেজপুৰ টাউন হলত অ. ভা. উ. সা. সভাৰ এটা পুথিভঁৰাল আছে বুলি ১৮৯০-১৯০৮ ৰ কার্য্যবিৱৰণী, ১৯১১ চনৰ বছৰেকীয়া কার্য্যবিৱৰণী, ১৯১২ চনৰ বছেৰেকীয়া কার্য্যবিৱৰণী আৰু ১৯০৯-১৯৩০ চনৰ কার্য্যবিৱৰণীত উল্লেখ কৰা আছে। [পাঠান্তৰত দ্রষ্টব্য]। সভাৰ এটা আলমাৰি আৰু কিছু কিতাপ-পত্র থকাৰ কথা অৱশ্যে বাণীকান্ত শৰ্মাইও উল্লেখ কৰি গৈছে। কিন্তু

[1] তেজপুৰ চৰকাৰী জিলা পুথিভঁৰালৰ ৰেকর্ডৰ পৰা পোৱা।

সভাৰ এই পুথিভঁৰাল আৰু 'জুবিলি পুথিভঁৰাল' একেলগ হৈ উল্লেখিত পৰিচালনা-সমিতিৰ তত্ত্বাৱধানত আছিল নে নাই সেই কথাৰ কোনো সংবাদ পোৱা নাই।

সম্ভৱতঃ সভাৰ পুথিভঁৰাল পৃথকে টাউন হলত নিদিষ্টি হৈ আছিল। কাৰণ তাৰ ইংগিত পোৱা হয় ১৮৯০-১৯০৮ চনৰ প্ৰকাশিত অ. ভা. উ. সা. সভাৰ কাৰ্য্যবিৱৰণীৰ ৬পৃষ্ঠাত সভাই কৰা কামৰ ১০ নং শিতানত উল্লেখ কৰা এই প্ৰসংগৰ পৰাঃ "তেজপুৰ টাউন হল"ত থকা 'অসমীয়া ভাষা উন্নতিসাধিনী সভা'ৰ পুথিভঁৰাল জুবিলি লাইব্ৰেৰীৰ সম্পাদকে তাৰ পৰা বাজ কৰিব খোজাত তাৰ প্ৰতিবাদ কৰা"। বাকীকেইটা প্ৰাপ্ত কাৰ্য্যবিৱৰণীৰ পৰা ওলাই পৰিছিল যে এই অনুষ্ঠানৰ পুথিভঁৰাল টনকিয়াল হোৱা নাছিল। ১৯০৯-১৯৩০ ৰ কাৰ্য্যবিৱৰণীত আছিল, "টাউন হলৰ লাইব্ৰেৰীত এই সভাৰ এটা আলমাৰি আৰু অসমীয়া কুৰিখনমান কিতাপ আছে। তাৰ পুষ্টি সাধন কৰা।" ইয়াত বাহিৰে বিশেষ প্ৰসংগ বিচাৰি পোৱা নহল।

সি যি হওক, তেজপুৰৰ এই ঐতিহাসিক টাউন হলতে অ. ভা. উ. সা. সভাৰ আৰু ৰাজহুৱা চৰিত্ৰৰ 'জুবিলি লাইব্ৰেৰী'ৰ প্ৰতিষ্ঠাই উনেশ শতিকাৰ শেষ দশকত সমাজত গুৰুত্বপূৰ্ণ বৌদ্ধিক চেতনা আৰু জাগৰণৰ সূচনা কৰিছিল। সেই কালৰ ই ক্ৰান্তিকাৰী ঘটনা বুলিয়েই কব লাগিব।

***

# চতুৰ্থ অধ্যায়

# বাণ থিয়েটাৰ, তেজপুৰত সহ-অভিনয়, আৰু অন্যান্য প্ৰসংগ

## ১. নামঘৰ আৰু বাণ থিয়েটাৰ ঃ

পুৰণি বাণ থিয়েটাৰ তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ অসমীয়া নামঘৰৰ সম্পদ আছিল। ১৮৯০-১৯০৮ চনৰ সভাৰ প্ৰকাশিত কাৰ্য্যবিৱৰণীখনৰ কথা উল্লেখ কৰি অহা হৈছে। এই সভাৰ অধিৱেশনৰ বাবে উল্লেখিত প্ৰতিবেদন ৺ পদ্মনাথ গোহাঞিঃ বৰুৱাই ১৮৩০ শকৰ ১৩ মাঘত অৰ্থাৎ ১৯০৮ চনৰ জানুৱাৰী মাহৰ শেষত লিখিছিল। ৺ গোহাঞিঃ বৰুৱা ১৯০৬ চনৰ ১৮ ফেব্ৰুৱাৰীৰ পৰা এই সভাৰ সম্পাদক আছিল। সভাপতি আছিল ৺ ভৱানী চৰণ ভট্টাচাৰ্য্য।

কাৰ্য্যবিৱৰণী মতে সভাই ১৯০৬ চনত ১৬ বছৰত ভৰি দিয়ে। এই সময়ৰ ভিতৰতে সভাই ইয়াত উল্লেখ কৰা মতে ১২টা বিষয়ৰ কাম হাতত লৈছিল। ৮নং কামটো আছিল 'তেজপুৰত ৰাইজৰ পৰা টকা তুলি সভাৰ এটা নামঘৰ সজা'। ১২নং বিষয়ৰ কামটো আছিল 'সভাই সজোৱা নামঘৰত এটা ষ্টেইজ ৰখা'।

"যোৱা দুবছৰৰ ভিতৰত সভাই ওপৰত লিখা যি ১২টা কাম হাতত লৈছিল, তাৰ ভিতৰত ১।২।৩।৮।৯।১০।১১।১২নং আঠোটা কাম সুকলমে সম্পন্ন কৰিব পাৰিলে, ই পৰম সৌভাগ্য আৰু গৌৰৱৰ কথা। সম্পন্ন কৰা কামৰ ভিতৰত চাৰিটা কাম বিশেষকৈ উল্লেখ কৰিবলগীয়া।" সেই কেইটা হৈছেঃ- অসমীয়া সঙ্গীত সংস্কাৰ, নামঘৰ, বাণ থিয়েটাৰ আৰু টাউন হলত সভাৰ পুথিভঁৰাল স্থাপন। বাণ থিয়েটাৰ সম্পৰ্কে এইখিনি লিখা হৈছে।

ঃ "নামঘৰত এটা ষ্টেইজ ৰাখিবৰ যি প্ৰস্তাৱ আছিল, সেই প্ৰস্তাৱ অনুসাৰে তাত ৩৭৫ টকা দামৰ এটা ষ্টেইজ ৰখা হ'ল। আৰু ১৫০ টকা মান দামৰ বাদ্যযন্ত্ৰ আনি, শ্ৰীযুত লক্ষ্মীৰাম বৰুৱা দেউৰ দ্বাৰাই এটা কনচাৰ্ট পাৰ্টি গঠন কৰাই সেই ষ্টেইজতে লগলগোৱা হ'ল। মুঠতে ৫২২ টকা ৯ পাই খৰছ কৰি 'বাণ থিয়েটাৰ'

নাম দি এটা থিয়েটাৰ কমিটি গঠন কৰি এই নামঘৰত ঠাই দিয়া হ'ল।" ঃ (পৃষ্ঠা ৯-১০; উপৰিউক্ত কাৰ্য্যবিবৰণী)।

ইয়াৰ পৰা বুজিব পাৰি যে প্ৰকৃততে বাণ থিয়েটাৰ ১৯০৬-০৭ চনৰ ভিতৰতে প্ৰতিষ্ঠা হয়।

ইয়াৰ পাছত কোনো কাৰ্য্যবিবৰণী ছপা আকাৰত প্ৰকাশিত হোৱা পোৱা নাই। পৰৱৰ্ত্তী লিখিত কাৰ্য্যবিবৰণী আৰু অন্যান্য সংবাদবোৰো পাবলৈ নাই। এই লেখকে অনুসন্ধানপূৰ্বক প্ৰাপ্ত হোৱা দুখন হাতে লিখা কাৰ্য্য-বিবৰণী (সম্পাদকৰ নিজ হস্তাক্ষৰত) পাঠান্তৰত প্ৰকাশ কৰি অহা হৈছে। তাত নামঘৰ আৰু বাণ থিয়েটাৰ সম্পৰ্কে লিখা এইখিনি কথা পোৱা যায়।

**(ক) ১৯ শ বছৰেকীয়া অধিবেশনৰ উৎসৱৰ কাৰ্য্য-বিবৰণী ঃ-**

(১৯১১ চনত এই উৎসৱ অনুষ্ঠিত হৈছিল। তেতিয়া সভাৰ সভাপতি আছিল ˚ লক্ষ্মীকান্ত দাস, সম্পাদক ˚ ডালিম চন্দ্ৰ বৰা। সম্পাদক বৰাই লিখিছিলঃ

" এই সভাৰ ঘাই সম্পত্তি হৈছে 'অসমীয়া নামঘৰ'। এই নামঘৰ প্ৰায় ৫০০০ হাজাৰ মান টকা খৰছ কৰি তৈয়াৰ কৰা হৈছে কিন্তু ঘৰৰ কাম এতিয়াও শেষ হোৱা নাই। অসমীয়া ৰাইজৰ পৰা বৰঙণি তুলি আৰু চাহাব, বঙ্গালী, মাৰোৱাৰী ইত্যাদিৰ পৰাও অৰ্থদান লৈ এই নামঘৰ সজা হৈছে। নামঘৰত বাণ থিয়েটাৰ নাম দি এটা থিয়েটাৰ 'ষ্টেইজ' পাতি তাত এটা কনচাৰ্ট পাৰ্টি গঠন কৰি লগলগাই দিয়া হৈছে। বিগত চনৰ ভিতৰত নামঘৰৰ পশ্চিমফালে থকা এডোখৰ মাটি ২০০ টকা মূল্যত খৰিদ কৰি নামঘৰৰ তোল বঢ়োৱা হৈছে।"

**(খ) একবিংশ বছৰৰ বছৰেকীয়া উৎসৱ ঃ-** (এই উৎসৱ অনুষ্ঠিত হৈছিল ২৫/১/১২ তাৰিখে।˚ লক্ষ্মীকান্ত দাসৰ মৃত্যু হোৱাত ২৫/১২/১১ তাৰিখৰ পৰা ˚ ভৱানীচৰণ ভট্টাচাৰ্য্য পুনৰ সভাপতি হৈছিল। সম্পাদক আছিল ˚ ডালিম চন্দ্ৰ বৰা।)

এই উপলক্ষে প্ৰস্তুত কৰা প্ৰতিবেদনত কোৱা হৈছিল ঃ

ঃ "কৰুণাময় পৰমেশ্বৰৰ কৃপাত এই সভাই নিৰাপদে ২১ বছৰ পাৰ হৈ ২২ বছৰত সোমাইছেহি।" সভাৰ সম্পত্তি সম্পৰ্কত এনেদৰে কোৱা হৈছেঃ

ঃ"এই সভাৰ ঘাই সম্পত্তি (১) নামঘৰ আৰু (২) পুথিভঁৰাল।

এই নামঘৰৰ গৰাকী অঃ ভাঃ উঃ সাঃ সভা। বৰ্তমান নামঘৰ সভাৰ জিম্মাত আছে। সভাই এই নামঘৰত বাণ থিয়েটাৰ নামে এটা থিয়েটাৰ ষ্টেইজো পাতি দিছে। থিয়েটাৰৰ দৃশ্যবিলাক অসমীয়া ভাষা উন্নতি সাধিনী সভাই নামঘৰলৈ তোলা টকাৰে সৈতে কিনি দিছে।" ঃ

## ২. 'বাণ থিয়েটাৰ' নামৰ সৃষ্টিৰ উৎস ঃ

তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ লগত 'বাণ থিয়েটাৰ' সৃষ্টি-চিন্তা কেনেকৈ উদ্ভৱ হৈছিল, সেই সম্পৰ্কে এটি আকষৰ্ণীয় বিস্তৃত ঘটনাৰ উল্লেখ আছে' পদ্মনাথ গোহাঞিবৰুৱাৰ 'মোৰ সোঁৱৰণী' গ্ৰন্থত। সেই গ্ৰন্থৰ ১৪২ পৃষ্ঠাটো 'তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ নামঘৰ প্ৰতিষ্ঠা' আৰু 'বাণ ষ্টেজ প্ৰতিষ্ঠা' এই দুটা শিতানৰ। ইয়াত বৰ্ণিত সংবাদখিনিয়ে বাণ থিয়েটাৰৰ ইতিহাসৰ ৰচনা সংক্ৰান্তত মৌলিক সংবাদ বুলি গণ্য কৰিব পাৰি। সেইবাবে ইয়াত উল্লেখ মাত্ৰ কৰিয়ে এই প্ৰসংগ শ্ৰদ্ধাৰে সোঁৱৰণ কৰা হ'ল।

কিন্তু স্মৰ্ত্তব্য যে 'বাণ থিয়েটাৰ' সৃষ্টিৰ আগৰ পৰাই তেজপুৰ চহৰত আধুনিক মঞ্চাভিনয়ৰ চৰ্চাৰ ইতিহাস আছে। আৰু এই মঞ্চাভিনয়ৰ সম্পৰ্ক হৈছে তেজপুৰৰ দুৰ্গাপূজা উৎসৱ পালনক কেন্দ্ৰ কৰি। অংকীয়া ভাওনাৰ অভিনয়ে সমস্ত দৰং জিলাঁৰ গাওঁ চহৰতে বিভিন্ন উপলক্ষে প্ৰভাব বিস্তাৰ কৰি থাকিলেও দুৰ্গাপূজাৰ ভিতৰত তেজপুৰ আদালতৰ চিৰস্তাদাৰ' লক্ষ্মীকান্ত দাসৰ ঘৰত বছৰত এবাৰকৈ মঞ্চাভিনয় হোৱা সংবাদ পোৱা যায়। ১৮৯৬ খ্ৰীঃত পূৰ্ণকান্ত শৰ্মাৰ 'হৰিশ্চন্দ্ৰ নাটক' আৰু দুৰ্গা প্ৰসাদ মজিন্দাৰ বৰুৱাৰ জনপ্ৰিয় নাটক 'মহৰী'' লক্ষীকান্ত দাস ডাঙৰীয়াৰ গৃহত দুৰ্গাপূজাৰ ভিতৰত অস্থায়ী মঞ্চ সাজি অভিনয় কৰা হৈছিল।[১] **১৮৯৫ খ্ৰীঃত তেজপুৰত এটা 'তেজপুৰ অবৈতনিক নাট্যসমাজ' গঢ়ি উঠিছিল অসমীয়া আৰু বঙালী উভয় সম্প্ৰদায়ৰ মাজতে।** এই সমাজেই বৰ্তমান য'ত বঙালী নাট্যমঞ্চ আৰু প্ৰেক্ষাগৃহ আছে, সেই স্থানতেই এটি স্থায়ী মঞ্চ সাজি দুৰ্গাপূজাৰ চাৰিও নিশা নাট মঞ্চস্থ কৰিছিল, তাৰে ভিতৰত দুটা নিশা অসমীয়া নাটক আৰু দুটা নিশা বাংলা নাটৰ বাবে নিৰ্দ্ধাৰিত আছিল।[২] পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াই গ্ৰন্থত উল্লেখ কৰা ঘটনাটো ঘটিছিল ১৯০৩ খ্ৰীঃৰ কোনো নিশা।[৩] তাৰ পাছৰ পৰাই চলিছিল অসমীয়া সমাজৰ বাবে পৃথক নামঘৰ আৰু মঞ্চ-নিৰ্মাণ প্ৰচেষ্টাৰ প্ৰয়াস। গতিকে ১৯০৩-০৬ খ্ৰীঃৰ ভিতৰতে অসমীয়া নামঘৰ আৰু 'বাণ থিয়েটাৰ' প্ৰতিষ্ঠাৰ সংগ্ৰাম হৈছিল।

## ৩. তেজপুৰত অভিনীত হোৱা প্ৰথম নাট আৰু অন্যান্য টুকুৰা সংবাদ ঃ

যদিও 'হৰিশ্চন্দ্ৰ' নাটক আৰু 'মহৰী' নাটক দুৰ্গাপূজাৰ ভিতৰত অস্থায়ী মঞ্চ সাজি তেজপুৰত প্ৰথম অভিনয় কৰা সংবাদ পোৱা যায়, ততাপি বেণুধৰ

---

১. Origin and Development of the Assamese Drama and the Stage : Dr Hari Chandra Bhattacharyya. Page 182-184

২. পূৰ্বোক্ত গ্ৰন্থ।

৩. 'মোৰ সোঁৱৰণী'; পদ্মনাথ গোহাঞিবৰুৱা, (পৃঃ ১৪২)

ৰাজখোৱা ডাঙৰীয়াই উল্লেখ কৰা মতে 'সাবিত্ৰী-সত্যৱান' নাটকখনেইহে তেজপুৰত মঞ্চস্থ হোৱা প্ৰথম অসমীয়া নাটক।[৪] এই নাটখন লিখা হৈছিল কনকলাল বৰুৱা, ৰজনীকান্ত বৰদলৈ আৰু গোপালকৃষ্ণ দেৰ দ্বাৰা উমৈহতীয়াভাবে। ইং ১৮৯১ চনত এই নাটকৰ অভিনয় গুৱাহাটীত হৈছিল।

'চন্দ্ৰবীৰ' নামেৰে 'হেমলেট' নাটক অসমীয়া ভাষালৈ অনুবাদ কৰি 'বাণ থিয়েটাৰ'ত মঞ্চস্থ কৰা সুদক্ষ অভিনেতা বোধনাথ পটংগীয়া এটি স্মৰণযোগ্য নাম। তেওঁৰ এই নাটখন অপ্ৰকাশিত অৱস্থাতে লুপ্ত হৈ গৈছে। সাহিত্যচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাই 'শতাব্দীৰ অৰ্ঘ্য'ত তেওঁক সোঁৱৰণ কৰিছে এনেদৰেঃ

"তাৰেই মাজৰ পৰাই সউ যে এজন
দেখা দিছে মোৰ সন্মুখত
পটংগীয়া বোধনাথ চাণক্য বেশত
শিল্পীবৰ। নিজ বেশ দেখুৱা এবাৰ,
কোৱা ক'ত হেৰুৱালা
চন্দ্ৰবীৰ, হেমলেট সৃষ্টিৰ তোমাৰ।"[৫]

বাণষ্টেজৰ আদিকাল ছোৱাৰ শ্ৰেষ্ঠ অভিনেতা বোধনাথ পটংগীয়াৰ 'চাণক্য' চৰিত্ৰৰ অভিনয় জীৱনৰ শ্ৰেষ্ঠতম সৃষ্টি আছিল বুলি জনা যায়। অভিনেতা দানীবাবুই ৰূপায়ণ কৰা 'চাণক্য' চৰিত্ৰৰ অভিনয় চাই তেওঁ হেনো প্ৰেৰণা পাইছিল।

তেওঁৰ ঘৰ আছিল তেজপুৰৰ কলিবাৰীত। সোমনাথ পটংগীয়াৰ তেওঁ প্ৰথম পুত্ৰ আছিল। ১৯১৩ চনত কলিকতাত পঢ়া সাং কৰি নতুনকৈ খোলা স্কুলত ৫০.০০ টকা দৰ্মহাত প্ৰধান শিক্ষক হয়। ১৯১৪ চনত 'আইন' পৰীক্ষা পাচ কৰি তেজপুৰতে ওকালতি আৰম্ভ কৰে। লম্বোদৰ বৰাৰ পাছত তেওঁৱেই তেজপুৰত দ্বিতীয় অসমীয়া আইন-স্নাতক আছিল। গাৰ ৰং বৰ উজ্জ্বল নাছিল যদিও অৱয়ব শুৱনি আছিল বুলি জনা যায়।

১৯১৯ চনত তেওঁৰ মৃত্যু হয়। তেওঁৰ অসুখৰ সময়ত বাণ থিয়েটাৰত নাটক কৰি পোৱা দৰ্শনিৰ ধন তেওঁলৈ সহায় হিছাপে আগবঢ়োৱা হৈছিল।

এই গৰাকী নাট্য শিল্পী ১৯১৫ চনত বাণ থিয়েটাৰ আৰু অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক আছিল। তেখেতে নিজ হাতে লিখা এখন চিঠি তলত প্ৰকাশ কৰা হ'ল। চিঠিখনৰ বিষয়বস্তু আছিল 'বাণ থিয়েটাৰ'ত এটি পৰীক্ষামূলক বয়ন শিল্পৰ কামৰ বাবে হলটো ভাড়াত দিয়া সম্পৰ্কে। চিঠিখনৰ পূৰ্ণ পাঠ এনে ঃ

---

৪ 'নাটঘৰৰ অভিজ্ঞতা', বেণুধৰ ৰাজখোৱা, পঞ্চম বছৰ, তৃতীয় সংখ্যা 'ৰামধেনু'।
৫. 'বাণষ্টেজ কথা কোৱা' (কবিতা) ঃ শতাব্দীৰ অৰ্ঘ্যঃ অতুল চন্দ্ৰ হাজৰিকা।

From
The Secretary, Ban Theatre, Tezpur
To
The Deputy Inspector of Schools, Tezpur
Dated Tezpur the 21st May, 1915
Sir,

With reference to your letter No. 608th, asking me to let you the Ban Theatre hall for experimental weaving purposes on hire, I have the honour to inform you that the same can be given for your use on a monthly hire of Rs. 5/- five only.

I have the honour to be
Sir,
Your most obedient servant
Bodhnath Patangia
Secretary, Ban Theatre
and A.L.I.S, Tezpur

৪. বাণ থিয়েটাৰ আৰু জাতীয় চেতনাস্ৰোত ঃ

অঃ ভাঃ উঃ সাঃ সভাৰ নামঘৰ আৰু ইয়াৰ পৰা উদ্ভূত বাণ থিয়েটাৰৰ নিৰ্মাণত তেজপুৰস্থ ইউৰোপীয় ভদ্ৰলোক সকলেও দান বৰঙণি দিছিল। চান্দাৰ বহীত তেওঁলোকৰ নাম আছে।

কিন্তু ১৯৩০-৩১ চনত বহুতো ইউৰোপীয় ভদ্ৰলোকে এই বৰঙণি দিয়া বন্ধ কৰি দিয়ে।

নিম্নোক্ত চিঠিখনৰ পৰা এই কথা জনা যায়।

The British Assam Tea Company Limited
(Incorporated in Great Britain)

Balipara T.E.
Lokra P.O.
The 27th Sept. 1931

To,
Shreejut Radhika Kanta Das
Secretary, Ban Theatre Stage
Tezpur
Sub : Subscription to Ban Theatre, Tezpur
Dear Sir,

With reference to your letter above, I am informed by a Govt. official that the Ban Theatre is being utilised as a school

for pupils who will not avail themselves of the usual Govt. facilities.

I regret that I cannot continue my subscription to this institution while it is being used for purpose which are definitely anti-Government.

Yours faithfully

Sd/-

চিঠিখনৰ ব্যাখ্যাৰ প্ৰয়োজন নাই। **কিন্তু এই চিঠিৰ পটভূমি বাণ থিয়েটাৰৰ বাবে এক গৌৰৱোজ্জ্বল অতীতৰ ঐতিহাসিক সাক্ষ্য।** ১৯৩০ চনৰ মহাত্মা গান্ধীৰ পৰিচালনাত আৰম্ভ হোৱা আইন অমান্য আন্দোলনৰ পৰিপ্ৰেক্ষিতত উদ্ভৱ হোৱা কানিংহাম চাৰ্কুলাৰৰ দ্বাৰা বঞ্চিত ছাত্ৰসকলৰবাবে এই বাণ থিয়েটাৰতে এখনি জাতীয় স্কুলৰ প্ৰতিষ্ঠা হৈছিল। ১৫ জুলাইত টাউন হলত এক বিৰাট জনসভাত এই সিদ্ধান্ত লোৱা হৈছিল আৰু আগষ্ট মাহত বাণ থিয়েটাৰ পাৰ্টিৰ অনুমতিক্ৰমে ইয়াতে এই জাতীয় বিদ্যালয়ৰ সূচনা হৈছিল। ইয়ে তেজপুৰ একাডেমীৰ পূৰ্বৰূপ।

বিজ্ঞানাচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰয়ৰ সভাপতিত্বত হোৱা ১৯১৯ চনৰ অসম ছাত্ৰ সন্মিলনৰ অধিৱেশনো এই বাণ থিয়েটাৰ হলতে অনুষ্ঠিত হৈছিল।

**৫. তেজপুৰ বাণ থিয়েটাৰ পাৰ্টিৰ কাৰ্য্যনিৰ্বাহক সভাৰ অধিৱেশনৰ জাননী ঃ**

ইং ১৯৩৫ চনত বাণ থিয়েটাৰ পাৰ্টিৰ চেক্ৰেটাৰী অন্নদা কুমাৰ পদ্মপতিয়ে উক্ত পাৰ্টিৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ সভা এখন আহ্বান কৰা জাননী এখন প্ৰাপ্ত হোৱাত জনা গ'ল যে সেই বছৰ উক্ত জাননীখনত উল্লেখ কৰা সদস্যসকলেই বাণ থিয়েটাৰ পাৰ্টিৰ কাৰ্য্যনিৰ্বাহক সদস্য আছিল। উল্লেখনীয় যে সেই সময়ত নিম্নতম ৭ জন আৰু উৰ্দ্ধতম ১৫ জন সভ্য সংখ্যাৰে ইয়াৰ কাৰ্য্যনিৰ্বাহক সভা গঠিত হৈছিল। জাননীখনৰ প্ৰতিলিপি তলত দিয়া হ'ল।

ঃ আজি সন্ধ্যা ৮ বজাত বাণ ষ্টেজত উক্ত পাৰ্টিৰ কাৰ্য্যনিৰ্বাহিক সমিতিৰ এখন সভা বহিব। আপোনালোকক উপস্থিত থাকিবলৈ অনুৰোধ কৰা হ'ল। আলোচ্য বিষয় ঃ

১। পাৰ্টিৰ আয়-ব্যয়ৰ হিচাব (সাধাৰণ সভাত দাখিল কৰিবৰ কাৰণে)।

২। সাধাৰণ সভাত আলোচ্য বিষয় ঠিক কৰা বাবে।

তেজপুৰ (স্বাঃ) অন্নদা কুমাৰ পদ্মপতি,

২৩/৭/৩৫ চেক্ৰেটাৰী, বাণ থিয়েটাৰ পাৰ্টি।

ৰায়বাহাদুৰশ্ৰীযুত আনন্দ চন্দ্ৰ আগৰৱালা

শ্ৰীযুত কালিচৰণ ভট্টাচাৰ্য্য

" চন্দ্ৰনাথ শৰ্মা

" বিষয়ৰাম মহাজন
" চন্দ্ৰনাথ বৰা
" ঘনকান্ত দাস
" উমাকান্ত শৰ্মা
" লালমোহন চৌধুৰী
" সন্ধিৰাম শৰ্মা
" মাণিক চন্দ্ৰ শইকীয়া
" সুৰেন্দ্ৰ কুমাৰ বৰুৱা, ষ্টেজ মেনেজাৰ
" ফটিক চন্দ্ৰ শৰ্মা, মিউজিক মাষ্টাৰ
" দণ্ডিনাথ কলিতা।

(সেই সময়ত নিৰ্বাচিত কাৰ্য্যকাৰকসকলৰ ভিতৰত চেক্ৰেটাৰী, ষ্টেজ মেনেজাৰ, মিউজিক মাষ্টাৰ আৰু 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ৰ সম্পাদক কাৰ্য্যনিৰ্বাহিক সভাৰ বিষয়ববীয়া সভ্য আছিল। সভাপতিজন সভাতে নিৰ্বাচিত কৰি লোৱা হৈছিল।)

৬. বাণ থিয়েটাৰ পাৰ্টিৰ নতুন নিয়মাৱলী মঞ্জুৰ কৰোতে বিশেষ অধিৱেশন ১৮/৯/২৮ তাৰিখৰ পৰা ২৪/৯/২৮ তাৰিখলৈকে বহিছিল।

৭. ২৭/১০/৪০ তাৰিখে দেবেন্দ্ৰ নাথ চলিহাদেবে বাণ থিয়েটাৰৰ চেক্ৰেটাৰীলৈ ইংৰাজীতে এখন চিঠিৰে লিখিছিল যে, 'তেজপুৰ মিউজিক স্কুল'ৰ অৰ্গেন দুটা বেয়া হৈ পৰি আছে। দুৰ্গাপূজা আৰু কালীপূজাত বাণ থিয়েটাৰৰ বাবে তেখেতে বৰ কষ্টেৰে সেই অৰ্গেন দুটা যোগাৰ কৰি আনিছিল। এতিয়া যিহেতু ১ নৱেম্বৰৰ পৰা মিউজিক স্কুল খুলিব, তেওঁলোকক সেই দুটা ভাল কৰি দিব লাগে। নহলে ভৱিষ্যতে বাণ ষ্টেজৰ প্ৰয়োজনত কেতিয়াও তাক পোৱা নাযাব। চলিহাই নিজে এজন মেকানিক ঠিক কৰিছে। চেক্ৰেটাৰীৰ পৰা নিৰ্দ্দেশ পালেই কাম কৰিবলৈ হুকুম দিব পাৰে। যথা সময়ত সম্ভাব্য খৰচৰ 'এষ্টিমেট' দাখিল কৰা হ'ব।

দেবেন্দ্ৰ নাথ চলিহা সম্ভৱতঃ সেই সময়ত বাণ থিয়েটাৰৰ মিউজিক মাষ্টৰ আছিল।

৮. ৩০/১০/৪০ তাৰিখে কালীপূজাত হ'ব লগা থিয়েটাৰখন ১/১১/৪০ তাৰিখলৈকে পিছুৱাই দিয়া হৈছিল। সেইদিনা ঈদৰ বন্ধ আছিল। এই তাৰিখলৈকে স্থগিত হোৱাত দেৱেন্দ্ৰ নাথ চলিহাদেৱে সেইদিনা মিউজিকৰ দায়িত্বত থাকিব নোৱাৰিলে। তেখেতে ২৮/১০/৪০ তাৰিখে এখন চিঠিৰে চতিয়ালৈ বিশেষ কামত যাব লগা হোৱাৰ কথা লিখি বাণ থিয়েটাৰৰ চেক্ৰেটাৰীৰ ওচৰত ছুটি বিচাৰিছিল। চেক্ৰেটাৰীয়ে কেৱল সেই নিশাৰ বাবে তেখেতক ছুটি দিছিল। সেই নিশা সঙ্গীতৰ

ভাৰ পৰিছিল কুমুদ চন্দ্ৰ শৰ্মা দেৱৰ ওপৰত। কুমুদ চন্দ্ৰ শমাই সেই দায়িত্ব বহন কৰিবলৈ সন্মত হৈছিল।

কুমুদ চন্দ্ৰ শৰ্মা সেই সময়ত সম্ভৱতঃ 'তেজপুৰ মিউজিক স্কুল'ৰ সম্পাদক আছিল।

৯. বাণ ষ্টেজৰ কৰ্মকৰ্ত্তাসকলৰ অন্যতম যশস্বী অভিনেতা ডাঃ ললিত মোহন চৌধুৰী আৰু বিষয়ৰাম মহাজন নাট্যকাৰো আছিল। চৌধুৰীয়ে 'শঙ্কলাদিৱ' নাটক ৰচনা কৰি বাণ ষ্টেজত অভিনয় কৰিছিল। তেওঁ 'দ্বীপান্বিতা চৌধুৰী' ছদ্ম নামেৰে 'আৱাহন'ত গল্পও লিখিছিল।

বিষয়ৰাম মহাজনে লিখা সামাজিক নাট 'নাৰী জাগৰণ' ৮ম বছৰ 'আৱাহন'ৰ দ্বাদশ সংখ্যাত প্ৰকাশ হৈছিল। ১৯৩৪ চনত 'গুৰু ভকত' নামে হাস্যৰসিক ব্যঙ্গ নাট এখনো তেওঁ লিখিছিল।

## ১০. বাণ থিয়েটাৰ আৰু সাহিত্যাচাৰ্য্য ঁঅতুল চন্দ্ৰ হাজৰিকা ঃ

গুৰিৰেপৰাই বাণ থিয়েটাৰ কেইবাজনো প্ৰথিতযশা নাট্যকাৰৰ জন্মদাতা। গোহাঞি বৰুৱাৰ নাটকসমূহ, বোধনাথ পটঙ্গীয়াৰ 'চন্দ্ৰবীৰ', লক্ষ্মীধৰ শৰ্মাৰ কেইবাখনো নাটক, জ্যোতিপ্ৰসাদ আগৰবালা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আদিৰ নাটকক এই মঞ্চয়ে দিছিল জীৱন্ত ৰূপ। প্ৰবীণ নাট্যকাৰ, যশস্বী সাহিত্যিক, ডেৰশতাধিক সাহিত্য-গ্ৰন্থৰ সম্ভাৰেৰে অসমীয়া সাহিত্য সমৃদ্ধ কৰা ঁঅতুল চন্দ্ৰ হাজৰিকাৰ বাণ থিয়েটাৰ লগত আছিল অবিচ্ছেদ্য সম্পৰ্ক। তেওঁৰ প্ৰায়বোৰ নাটকৰে বাণ থিয়েটাৰতে হৈছিল পোনপ্ৰথম অভিনয়। ১৯২৭ চনত তেওঁৰ 'বেউলা' নাটখনে হেনো প্ৰায় ৬ ঘণ্টা ধৰি অভিনয হৈছিল। পাছতহে ইযাক কাটি চুটি কৰা হৈছিল।

বাণ থিয়েটাৰৰ সম্পাদক ঁৰাধিকা কান্ত দাসলৈ শ্ৰীহাজৰিকাই লেখা ৩খন চিঠি আমাৰ হাতত পৰিছে। ইয়াৰ পৰাই তেওঁৰ বাণ থিয়েটাৰৰ লগত থকা সম্পৰ্কৰ কথা ভালদৰে জনা যায়। চিঠিকেইখন তলত প্ৰকাশ কৰা হ'ল।

(১)

পূজনীয় ভিনিহিদেউ,

আজি মোৰ 'নৰকাসুৰ' পঠালো। ভুল-ভ্ৰান্তি বহু থকাৰ সম্ভৱ। ইচ্ছা কৰিলে 'বেহুলা'ৰ নিচিনাকৈ অনুগ্ৰহ কৰি সেইবোৰ সংশোধন কৰি ষ্টেজত তুলিব পাৰিব বুলি আশা কৰোঁ। 'শিবাজী' আৰু 'হিন্দুস্থান বিজয়' ৬/৭ দিন বাদেহে পঠাম। 'নৰকাসুৰ' আৰু 'চম্পাৱতী' ইতিপূৰ্বে ক'তো অভিনয় হোৱা নাই। গতিকে সেই দুখনৰ ১ম অভিনয়ৰ কাৰণে বাণ ষ্টেজলৈয়ে বাট চাই ৰলোঁ। ইতি

বিনীত
আপোনাৰ
অতুল

(২)

My dear Bhinihideu

Govt. H.E. School
Mangaldai
31.8.33

ইয়াৰ লগত দুখন নাট ('কনৌজ কুঁৱৰী' আৰু 'বেউলা') পঠালো। আপোনালোকৰ ওপৰত নিৰ্ভৰ কৰিয়েই এনে কামত হাত দিবলৈ সাহ কৰিছো। ...................... উদগনি দি অসমীয়া নাটৰ সংখ্যা বঢ়োৱা কাৰ্যত বাণ ষ্টেজ আগৰণুৱা। আশাকৰোঁ পূজাৰ আগতে এটি সাহায্য ৰজনী পাতি এই নিঃকিন লিখকক সহায় কৰিব আৰু এই কাৰ্য্যত আগলৈ হাত দিবলৈ সক্ষম কৰিব। 'সতীৰ তেজ'ৰ অভিনয়ৰ নিচিনাকৈ শ্ৰীযুত কাৰ্ত্তিক দাদা আদিয়েও আগতে টিকট বেছি সহায় কৰিব নিশ্চয়....................

ইতি
আপোনাৰ
অতুল

পুনঃ, এই চিঠিকেই আৱশ্যক হলে
ষ্টেজ কমিটিত দাখিল কৰিব পাৰিব।
আশাকৰো ভাল সমিধান সোনকালে পাম।
কিতাপ দুখনি পঢ়ি কেনেপায় জনাব।

(৩)

My dear Bhinihideu

গুৱাহাটী
১৮/৯/৩৩

মই ৬ তাৰিখেই মঙ্গলদৈৰ পৰা আহিলো। আজি আপোনাৰ কাৰ্ডখন পঢ়ি নথৈ আনন্দ পালো। আপোনালোকৰ ওপৰত মোৰ কবলৈ একো নাই। যেনে ভাল হয় কৰিব। 'নন্দ দুলাল'খন কৰিলেই বোধকৰো ভাল। অহা সংখ্যাত 'আৱাহন'ত সেই নাট শেষ হ'ব। তাৰ পৰা গোটাই ললেই ভাল হয়। ছপাৰ আগতে stage হলে মোৰো উপকাৰ হয়। নহলে 'কনৌজ কুঁৱৰী'খনো এবাৰ লৈ চাব পাৰে। এই বিষয়েও আপোনালোকৰ ওপৰতহে নিৰ্ভৰ কৰিছে। শ্ৰীযুত কাৰ্ত্তিক দাদাই নিশ্চয় সহায় কৰিব। মুঠতে কবলৈ হলে বাণ ষ্টেজেই আজি মোক নাট্যকাৰ কৰিছে। তাৰ বাবেও আপুনিহে বিশেষ ধন্যবাদৰ পাত্ৰ। মই বাকচত পেলাই থোৱা নাটকেইখন নি আপুনি Stage ত নেতোলা হলে এনেদৰে নাটলিখা মোৰ দ্বাৰা সম্ভৱ নহলহেতেন। তাৰ ক্ষুদ্ৰ প্ৰতিদানস্বৰূপে 'চম্পাৱতী'খন ছপা হলে আপোনাৰ নামত (Ban Stage ৰ সকলোৰে সলনি) অৰ্পণ কৰিম বুলি পাঙি থৈছো। বৰ্তমানে

ছপা হোৱা নাট দুখনে চাৰিওফালৰ পৰা যথেষ্ট সমাদৰ পাইছে বিশেষকৈ নগাঁও, শিৱসাগৰ আদিত। আজিলৈ ইমানতে।

ইতি

আপোনাৰ

অতুল

[ ̊ ৰাধিকা কান্ত দাস ̊ অতুল চন্দ্ৰ হাজৰিকাৰ ববদেউতাক ̊ সোমদত্ত হাজৰিকাৰ জোঁৱায়েক আছিল। সেই সুত্ৰে তেওঁ ̊ হাজৰিকাৰ ভিনিহিদেউ। ̊ কাৰ্ত্তিক দাদাও এই বৰ দেউতাকৰে কনিষ্ঠ পুত্ৰ, ̊ হাজৰিকাৰ ককায়েক। ̊ ৰাধিকা কান্ত দাসৰ brother in-law কাৰ্ত্তিক (ওৰফে কৃষ্ণদত্ত) হাজৰিকা অসমৰ খেল-জগতৰ এজন প্ৰসিদ্ধ ব্যক্তি আছিল। ̊ ৰাধিকা কান্ত দাসৰ ঘৰতে থাকি তেজপুৰ একাডেমীত শিক্ষকতা কৰিছিল সেই সময়ত।]

## ১১. বাণ থিয়েটাৰ আৰু সহ-অভিনয় ঃ

তেজপুৰতে নহয়, সমগ্ৰ অসমতে, মঞ্চত সহ অভিনয়ৰ ইতিহাস অৰ্বাচীন। অভিনয়াচাৰ্য্য ̊ ব্ৰজ নাথ শৰ্মাই পোন প্ৰথমতে সহ অভিনয়ৰ বাট কাটিলেও তাৰ বহুকাল পাছত অৰ্থাৎ পঞ্চাশৰ দশকত হে চহৰৰ মঞ্চত সহ-অভিনয়ৰ পাতনি মেলা হয়।

গুৱাহাটীৰ বৰুণা মুখাৰ্জী (চৌধুৰী), গিৰিজা হাজৰিকা আৰু বীণা দাসে (মান্না) ভ্ৰমণ কৰি প্ৰথমতে চহৰৰ মঞ্চসমূহত সহ-অভিনয়ৰ সূচনা কৰি দিছিল। এই তিনিও গৰাকী অসামান্যা শিল্পীয়ে অভিনেত্ৰী হিচাপে সেই সময়ত কেইবাখনো চহৰলৈ গৈ মঞ্চত অভিনয় কৰি নতুন দিনৰ অগ্ৰণী হৈছিল।

বাণ থিয়েটাৰে পঞ্চাশৰ দশকৰ আৰম্ভণিতেই এবাৰ এই বিষয়ত প্ৰচেষ্টা কৰিছিল বুলি জনা যায়। কিন্তু প্ৰতিবাদৰ বাবে 'তৰুণ অসম সংঘ'ৰ নামতহে এই অভিনয় কৰিবলৈ সক্ষম হৈছিল। ইয়াৰ বিশেষ তথ্য এতিয়াও পোহৰলৈ অহা নাই। অনুসন্ধানৰ থল আছে।

১৯৫২-৫৪ চনৰ সময়ত তেজপুৰ মানসিক চিকিৎসালয়ত দুখন নাটকৰ অতি উৎকৃষ্ট অভিনয় হৈ আছিল। দুদিনীয়াকৈ অভিনয় হৈছিল। 'সমুদ্ৰ গুপ্ত' আৰু 'ৰণজিৎ সিংহ'ৰ এই অভিনয় অনুষ্ঠান কৰাৰ গুৰিতে আছিল তেতিয়াৰ মানসিক চিকিৎসালয়ৰ ডাক্তৰ, সুদক্ষ অভিনেতা আৰু বহু নাটৰ নাট্যকাৰ ডাঃ হেমচন্দ্ৰ দেৱ শৰ্মা। অভিনেতা নিৰ্মল বৰা তেওঁৰ সহায়ক আছিল। এই দুয়ো গৰাকী শিল্পী বাণ থিয়েটাৰৰো নিয়মিত অভিনেতা আছিল। নাম ভুমিকাত দুয়োদিনে নটসূৰ্য্য ̊ ফণী শৰ্মাই তেওঁৰ জীৱনৰ অন্যতম শ্ৰেষ্ঠ অভিনয় কৰিছিল। ১৯৫৩ চনত 'ৰঞ্জিৎ

**সিংহ' নাটৰ এই মঞ্চত সহ অভিনয় হয়।[১] স্ত্ৰীভূমিকাত অভিনয় কৰিছিলহি উল্লেখিত শিল্পীত্ৰয় বৰুণা মুখাৰ্জী, বীণা দাস আৰু গিৰিজা হাজৰিকাই।** এই তিনিও গৰাকী অভিনেত্ৰীয়ে সেই সময়ত 'বেউলা' বোলছবিত অভিনয় কৰিছিল।* ফণী শৰ্মাৰ নাট-পৰিচালনা আৰু এই অভিনেত্ৰীসকলৰ অংশ গ্ৰহণে সেই সময়ত এই নাট দুখনৰ মঞ্চ-অভিনয়ে তেজপুৰ চহৰত এক অনন্য আলোড়ণৰ সৃষ্টি কৰিছিল।

**গতিকে ঐতিহাসিকভাবে বিবেচনা কৰিলে তেজপুৰত তেজপুৰ মানসিক চিকিৎসালয়ৰ মঞ্চতেই প্ৰথম সহ-অভিনয়ৰ সূচনা হৈছিল। ডাঃ হেমচন্দ্ৰ দেৱ শৰ্মাৰ প্ৰচেষ্টা আৰু অগ্ৰণী ভূমিকাৰ বাবেই তেজপুৰত এই তাৎপৰ্য্যপূৰ্ণ আৰম্ভণিৰ সৃষ্টি হৈছিল বুলি ক'ব পাৰি।** নটসূৰ্য্য* ফণী শৰ্মাৰ সহযোগিতাৰ বাবে গুৱাহাটীৰ পৰা এই তিনিগৰাকী অভিনেত্ৰীক অনাৰ বাবে ডাঃ শৰ্মাই বিশেষ সুবিধা পাইছিল। মানসিক চিকিৎসালয়ত স্থায়ী মঞ্চগৃহ প্ৰতিষ্ঠা হৈছিল আৰু তেতিয়াৰ পৰা প্ৰতিবছৰে তাত সহ অভিনয় হৈছিল। সেইসময়ত এই চিকিৎসালয়ৰ অধ্যক্ষ আছিল ডাঃ ননী বৰদলৈ।

তেজপুৰৰ কামৰূপীয় সনাতন ধৰ্মমণ্ডলীৰ চমু বুৰঞ্জীত উল্লেখিতমতে ১৯৫৩ চনত কামৰূপীয় এই ধৰ্মমণ্ডলীৰ ৰংগমঞ্চতো সহ-অভিনয় হয় বুলি লিপিবদ্ধ হৈছে। নাটক আছিল 'মাটিৰ ঘৰ'; পৰিচালনা কৰিছিল নটসূৰ্য্য ফণী শৰ্মাই। উল্লেখনীয় অভিনেত্ৰী আছিল গিৰিজা হাজৰিকা।[২] ১৯৫৫ চনত 'চাৰিদুৱাৰ সীমান্ত মিলন সংঘ'তো ডাঃ শৰ্মাই তেওঁৰ 'সৰ্বহাৰা' নাট সহ-অভিনয়েৰে মঞ্চস্থ কৰিছিল।

বাণ থিয়েটাৰত প্ৰথম সহ-অভিনয়ৰ পাতনি মেলা হৈছিল 'সীতা' নাটকৰ অভিনয়েৰে ১৯৫৭ চনৰ দুৰ্গা পূজাৰ ৭মী নিশাত। তাৰ আগতে কেইবাবছৰো ধৰি বাণ থিয়েটাৰত সহ-অভিনয় লৈ চলিছিল এক সাংস্কৃতিক যুদ্ধ। স্ত্ৰী-চৰিত্ৰ ৰূপায়ণ কৰি অহা সন্মানীয় পুৰুষ শিল্পীসকলে 'আৰু অভিনেত্ৰী নহওঁ' বুলি অসহযোগৰ ভাও লৈছিল। ফলত অভিনয় বন্ধ হোৱাৰ উপক্ৰম হৈছিল। শেষত অভিনয়ৰ কিছু ৰীতি-নীতি পৰম্পৰা সালসলনি কৰি ২২/৯/৫৭ তাৰিখৰ বাণ থিয়েটাৰৰ জৰুৰী সাধাৰণ সভাই সহ-অভিনয়ৰ অনুমতি প্ৰদান কৰে। ই আছিল এক ঐতিহাসিক সিদ্ধান্ত। এই সভাত সভাপতিত্ব কৰিছিল* সূৰ্য্যকান্ত বৰাই। যুটীয়া সম্পাদক আছিল * দেবেন্দ্ৰ নাথ চলিহা। 'সীতা' নাটকৰ অভিনেত্ৰীসকল কোন কোন আছিল এই লিখকে এতিয়াও জানিব পৰা নাই। তেখেতসকলৰ বিষয়ে জ্ঞনাসকলে বিস্তৃত তথ্য পোহৰলৈ অনাটো অতি প্ৰয়োজন।

---

১ ইং ১৯৯০ চনৰ 'নটসূৰ্য্য ফণী শৰ্মা সোঁৱৰণী নাট মহোৎসৱ'ৰ স্মৃতিগ্ৰন্থৰ প্ৰবন্ধ 'তেজপুৰত সহ-অভিনয় আৰু ফণী শৰ্মা' (ডাঃ হেমচন্দ্ৰ দেৱ শৰ্মা, পৃঃ ৭-৮)। ফণী শৰ্মাৰ বন্ধু আৰু বহু নাটক-অভিনয়ৰ সহ-অভিনেতা ডাঃ হেমচন্দ্ৰ দেৱ শৰ্মাইও ফণী শৰ্মাৰ সৈতে এই দুয়োখন নাটতে বলিষ্ঠ অভিনয় কৰা এই লেখকে দেখিবলৈ পাইছিল।

২ চমুবুৰঞ্জী : কামৰূপীয় সনাতন ধৰ্মমণ্ডলী, তেজপুৰ, পৃঃ ১৪ আৰু পৃঃ ৩২।

২২/৮/৫৮ তাৰিখে বাণ থিয়েটাৰত 'মাটিৰ ঘৰ' নাটকৰ সহ-অভিনয় হৈছিল। ৭/৯/৫৮ তাৰিখে দ্বিতীয় পঞ্চবাৰ্ষিকী পৰিকল্পনা সপ্তাহ উপলক্ষে 'আমাৰ গাঁও' নাটকৰ সহ-অভিনয় হয়। খৰচ বহন কৰিছিল অসম চৰকাৰে।

বৰ্তমানে বাণ থিয়েটাৰৰ কাৰ্য্যালয়ত থকা কাগজ-পত্ৰসমূহৰপৰা এই সকল মহিলা শিল্পীৰ নাম সেই সময়ত পোৱা যায়। শ্ৰীজাহানাৰা বেগম, শ্ৰীঅমিয়া চক্ৰবৰ্ত্তী, শ্ৰীহীৰা শইকীয়া, শ্ৰীকিৰণময়ী দাস, শ্ৰীমীৰা ভূঞা, শ্ৰীনিজৰা বৰকাকতী আদি। পৰবৰ্ত্তী সময়ত আৰু বহুতো অভিনেত্ৰীয়ে বাণ থিয়েটাৰক আগুৱাই আনিছে। কিন্তু যিসকল অসামান্যা শিল্পীয়ে তেজপুৰত প্ৰথমতেই সহ-অভিনয়ৰ আন্দোলনত নিজৰ অৰিহণা আগবঢ়ালে সেইসকল আমাৰ সকলোৰে স্মৰণীয় হোৱা উচিত।

উল্লেখ্য যে মহিলা শিল্পীৰ অভাৱৰ বাবেই ১৯৬১-৬৩ চনত সময়ছোৱাত বাণ থিয়েটাৰত অভিনয়ৰ গতি কিছু মন্থৰ হৈছিল। ১৯৬০ আৰু ১৯৬১ চনৰ দুৰ্গা পূজাৰ ৭মী নিশাত ভাওনাহে অনুষ্ঠিত হৈছিল।

## ১২. বাণ থিয়েটাৰৰ কেইগৰাকীমান কৃতী অভিনেতাৰ উল্লেখ (ঐতিহাসিক দৃষ্টিত) ঃ

২৯/৫/৬৬ তাৰিখে অঃ ভাঃ উঃ সাঃ সভাৰ মুকলি অধিবেশনৰ বাবে সম্পাদক ̊ পদ্মেশ্বৰ বৰঠাকুৰে প্ৰস্তুত কৰা সম্পাদকীয় প্ৰতিবেদনত বাণ থিয়েটাৰৰ আদি কালৰ অভিনেতা আৰু সম্পৰ্কিত ব্যক্তিসকলক সোঁৱৰণ কৰিছে এইদৰে ঃ

ঃ "বাণ থিয়েটাৰ স্থাপিত হোৱাৰ পাছত তেজপুৰত তথা সদৌ অসমত নাট আৰু অভিনয় কলাত ই যি অৱদান যোগালে, সি কাৰো অবিদিত নহয়। এই অনুষ্ঠান স্থাপনত আগভাগ লোৱাসকলৰ ভিতৰত অন্যতম আছিল ঋষিতুল্য সুপণ্ডিত ৰায়বাহাদুৰ ̊ ৰাধানাথ ফুকন, ̊ কৃষ্ণ চৌধুৰী, ̊ হেমচন্দ্ৰ গোস্বামী আদি। সংগীতৰ ব্যৱস্থাপনাৰ ভাৰ আছিল আজিৰ অধিবেশনৰ সভাপতি শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা দেৱৰ পিতৃদেৱ অসমত শাস্ত্ৰীয় সংগীতৰ সোঁত আৰম্ভ কৰা সংগীতজ্ঞ ̊ লক্ষীৰাম বৰুৱা দেৱৰ। এই অনুষ্ঠানৰ বাবে দৃশ্যপটৰ যোগাৰ ধৰিছিল শিল্পী গুৰু শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভা দেৱৰ পিতৃ চৰ্দাৰ বাহাদুৰ চুবেদাৰ মেজৰ ̊ গোপাল চন্দ্ৰ দাস আৰু তেখেতৰ ভাতৃ ̊ চতুৰ্ভুজ ৰাভাই ঢাকাৰ পৰা।

বাণ থিয়েটাৰৰ অনুপ্ৰেৰণাত সৃষ্টি হৈছিল কেইবাগৰাকীও লব্ধপ্ৰতিষ্ঠ স্বনামধন্য নাট্যকাৰ। সি সকলৰ ভিতৰত ৰায়বাহাদুৰ ̊ পদ্মনাথ গোহাঞিবৰুৱা, ̊ দণ্ডীনাথ কলিতা, ̊ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ̊ জ্যোতিপ্ৰসাদ আগৰৱালা, শ্ৰীনকুল চন্দ্ৰ ভূঞা, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাৰ নাম স্মৰণীয় হৈ থাকিব। বাণ থিয়েটাৰে সৃষ্টি কৰিছিল ̊ বোধনাথ পটংগীয়া, ডাঃ ললিত মোহন চৌধুৰী, শ্ৰীঅন্নদাকুমাৰ পদ্মপতি, ̊ কামিনী দাস, শ্ৰীচন্দ্ৰনাথ শৰ্মা, শ্ৰীবিষ্ণু প্ৰসাদ ৰাভা, শ্ৰীফণী

শৰ্মা, শ্ৰীচন্দ্ৰ গোস্বামী, শ্ৰীৰমেশ শৰ্মা, শ্ৰীতুলসী দাস আদিৰ দৰে যশস্বী অভিনেতাৰ। আজিৰ অধিৱেশনৰ সভাপতি শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা,ˇ কামিনী দাস, শ্ৰীৰাধিকা প্ৰসাদ বৰুৱা, শ্ৰীকামিনী শইকীয়া আদিয়ে ইয়াত স্ত্ৰীভূমিকাত অভিনয় কৰি পাহৰিব নোৱাৰা কীৰ্ত্তি থৈ গৈছে। আজিৰ অন্যতম প্ৰধান অতিথি শ্ৰীচন্দ্ৰনাথ শৰ্মা আৰুˇ ৰাধিকা কান্ত দাস ডাঙৰীয়াই অশেষ ত্যাগ স্বাকীৰ কৰি বহুকাল ধৰি ইয়াৰ গুৰি ধৰি ইয়াৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল। বৰ্তমান শতিকাৰ তৃতীয় আৰু চতুৰ্থ দশকত বাণ থিয়েটাৰত আবিৰ্ভাৱ হয় অদ্বিতীয় শিল্পী ৰূপকোঁৱৰ জোতিপ্ৰসাদ আগৰৱালাৰ। তেখেতে শ্ৰীপ্যাৰীমোহন চৌধুৰীৰ লগলাগি নতুন দৃশ্যপট আঁকাই নতুন ধৰণৰ সংগীতৰ সৃষ্টি কৰি concert আদিৰ নতুন পৰিকল্পনা কৰি বাণ থিয়েটাৰৰ যশস্যাক চূড়ান্ত পৰ্য্যায়লৈ লৈ গ'ল। তেখেতৰ ৰচিত 'শোণিতকুঁৱৰী' আৰু 'কাৰেঙৰ লিগিৰী' নাটৰ অভিনয়ে গোটেই অসমৰ নাট্যজগতত আলোড়ণৰ সৃষ্টি কৰিছিল। সেইসময়ৰ বাণ থিয়েটাৰৰ কাহিনী অসমৰ নাট্য আন্দোলনৰ এক সোণালী অধ্যায়।"ঃ

পদ্মেশ্বৰ বৰঠাকুৰৰ সম্পাদকীয় প্ৰতিবেদনৰ মাজতে 'বাণ থিয়েটাৰ'ৰ এই চমু উল্লেখে আদিকালৰ এই অনুষ্ঠানৰ বিকাশৰ এটা স্পষ্ট ধাৰণা প্ৰদান কৰে।

উল্লেখ্য যে বাণ থিয়েটাৰৰ পুৰণি দিনৰ অৰ্থাৎ প্ৰতিষ্ঠাৰ সময়ৰ কাৰ্য্যবিৱৰণী আদি পাবলৈ নাই। সুদীৰ্ঘ বছৰ ধৰি সম্পাদকৰ দায়িত্বত আছিলˇ ৰাধিকা কান্ত দাস। দুৰ্ভাগ্যবশতঃ গৃহদাহ আদিৰ বাবে সেইকালৰ নথিপত্ৰ পুৰি যায়। তেজপুৰৰ অভিনেতা, প্ৰাক্তন মন্ত্ৰীˇ বিজয়চন্দ্ৰ শৰ্মাই বাণ থিয়েটাৰৰ যুটীয়া সম্পাদক, সম্পাদক আৰু সাধাৰণ সম্পাদকৰূপে ১৯৬৮-৬৯ চনৰ পৰা ১৯৮০ চনৰ ২৬ অক্টোবৰলৈকে কাৰ্য্যনিৰ্বাহ কৰিছিল। তেওঁ সাধাৰণ সম্পাদকৰ দায়িত্ব ভাৰ পৰৱৰ্ত্তী সম্পাদক শ্ৰীনগেন দত্তক প্ৰদান কৰোতে এটি বিতং প্ৰতিবেদন দাখিল কৰিছিল। সেই নথিভুক্ত বিৱৰণৰ পৰা দেখা যায় যে ১২/৮/৪৮ ৰ পৰা ২৯/৮/৫৯ তাৰিখলৈ গোৱা সাধাৰণ সভাৰ কাৰ্য্যবিৱৰণীৰ পুৰণি ৰেজিষ্টাৰৰ বহীৰ বাহিৰে তাৰ আগৰ কালৰ কোনো নথিপত্ৰ নাই। পৰৱৰ্ত্তীকালৰ আছে। অৱশ্যে সংবিধান সংশোধন সম্পৰ্কীয় ফাইলৰ ভিতৰত থকা 'বাণ থিয়েটাৰ পাৰ্টি'ৰ নতুন নিয়মাৱলী, (১৮/৯/২৮) তাৰিখৰ পৰা (২৪/৯/২৮) তাৰিখলৈকে বহা বিশেষ অধিবেশনত মঞ্জুৰ হোৱা মুঠ ৩২ পৃষ্ঠাৰ নথিৰ উল্লেখ আছে আৰু তেওঁ পৰৱৰ্ত্তী সাধাৰণ সম্পাদকক চমজাই দিয়ে।

গতিকে 'বাণ থিয়েটাৰ'ৰ মঞ্চাভিনয়ৰ আৰম্ভণি কালৰ ইতিহাস লিপিবদ্ধ কৰা অত্যন্ত কঠিন আৰু কষ্টকৰ কাম।

নিকামুল সত্ৰৰ সত্ৰাধিকাৰ শিল্পী প্ৰভুˇগহন চন্দ্ৰ গোস্বামীয়ে 'বাণ ৰঙ্গমঞ্চৰ পুৰণি স্মৃতি',(১৯৭৫ আৰু ১৯৭৮ চনৰ ফণী শৰ্মা সোঁৱৰণী স্মৃতিগ্ৰন্থত প্ৰকাশিত)

নামৰ চমু লেখাটিত এইদৰে লিখিছেঃ "যেতিয়া বাণ ৰঙ্গমঞ্চটি স্থায়ীভাৱে কৰিবলৈ থিৰাং কৰি তাৰ বাবে দান-বৰঙণি সংগ্ৰহ কৰিবৰ বাবে সিদ্ধান্ত লোৱা হৈছিল, ইয়াৰ গুৰি ধৰোতাসকলৰ ভিতৰত আছিল ৰায়বাহাদুৰ বেথাৰাম শৰ্মা, ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱা, ভৱানীচৰণ ভট্টাচাৰ্য্য আদি, সঙ্গীতাচাৰ্য্য লক্ষীৰাম বৰুৱা আদি। ... তেখেতসকলৰ বাক্য উলংঘা নকৰি পাঁচহাজাৰ ইটা দান দিবলৈ স্বীকাৰ পালো। যথাসময়ত তেখেতসকলে সেই ইটা নিয়ালে। সেইদনাৰ পৰাই বাণ ৰংগমঞ্চলৈ মোৰ মনটো ঢাল খালে। বোধনাথ পটংগীয়াৰ ভাও দেখি আনন্দ পাইছিলো, আৰু তবধো খাইছিলো।....."

বাণ থিয়েটাৰৰ পঞ্চাশৰ দশকৰ আদিছোৱাৰ উল্লেখযোগ্য শিল্পী-অভিনেতা সকলৰ স্মৃতি ৰোমন্থন কৰিছে ডাঃ হেমচন্দ্ৰ শৰ্মাই পূৰ্বতে উল্লেখ কৰি অহা তেওঁৰ প্ৰবন্ধত।

"দুৰ্গাপূজাৰ সময়ত বাণ ৰঙ্গমঞ্চত প্ৰতিবছৰে নাট্যাভিনয়ৰ বিৰাট পয়োভৰ। উৎকৃষ্ট অভিনেতাসকলৰ দ্বাৰা তাত পূজাৰ তিনিও নিশা অতি কৃতকাৰ্য্যতাৰে নাটক মঞ্চস্থ কৰা হয়। সেইসময়ত বাণ ৰঙ্গমঞ্চত চন্দ্ৰধৰ গোস্বামী, শ্ৰীতুলসীদাস, দেৱেন চলিহা, ৰমেশ শৰ্মা, শ্ৰীহেমদাস, শ্ৰীনগেন দত্ত, শ্ৰীতুলসী ভট্টাচাৰ্য্য, নগেন ভট্টাচাৰ্য্য, শ্ৰীনীল গোস্বামী, শ্ৰীদেৱেন শৰ্মা, শ্ৰীদুৰ্গা গোস্বামী, শ্ৰীকুলেন গোস্বামী আদি কৰ্মকৰ্ত্তা আৰু অভিনেতাসকলৰ ঐকান্তিক প্ৰচেষ্টাত নাটকবোৰে চকুত চমক লগোৱাকৈ মঞ্চস্থ কৰাৰ পৰম্পৰা ৰক্ষা কৰিব পাৰিছিল। ..... বুলবুল, চাহাবুদ্দিন, পোনা (শ্ৰীহীৰেণ চৌধুৰী), শ্ৰীবীৰেণ দাস, আদি বাণ ৰঙ্গমঞ্চৰ স্ত্ৰী-অভিনয়ৰ চকুত লগা স্থায়ী অভিনেতা। এওঁলোকক (Make Up) কৰি দিয়াৰ পিছত কোনেও ক'ব নোৱাৰে যে পুৰুষেহে স্ত্ৰী-চৰিত্ৰ ৰূপায়িত কৰিছে।"ঃ

বিশিষ্ট শিক্ষাবিদ, অভিনেতা-প্ৰযোজক প্ৰয়াত হেমচন্দ্ৰ দাস দেৱে তেওঁৰ 'স্মৃতিচাৰণ'ত এনেদৰে লিখিছিল।[৩]

১৯৩৫ চনৰ পৰা বাণ থিয়েটাৰৰ যিসকল (বৰ্তমানে প্ৰয়াত) স্বনামধন্য ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলো, সিসকলৰ (হয়তো বা কম সংখ্যকৰহে) নাম সন্নিবিষ্ট কৰা হ'ল। ১৯৪১-১৯৪৮ আৰু ১৯৫৯-১৯৬৫ এই দুছোৱা কালত মই বাণ থিয়েটাৰৰ পৰা আঁতৰৰ কৰ্মথলীত থকাৰ বাবে এই সময়খিনিৰ ব্যক্তিসকলৰ কিছুমানৰ নাম বাদ পৰাৰ সম্ভাৱনা নথকা নহয়।

সভাপতি/সম্পাদক/জেনেৰেল মেনেজাৰ/মঞ্চাধ্যক্ষৰূপে যিসকলক পাইছিলো, যিসকল আজি আমাৰ মাজত নাই, শ্ৰদ্ধাৰে সেই সকলক সুঁৱৰিলো।

---

৩. ইং ১৯৮২ চনৰ 'ফণী শৰ্মা নাট মহোৎসৱ'ৰ স্মৃতিগ্ৰন্থৰ প্ৰবন্ধ, পৃঃ ১৪-১৮

**অন্নদা কুমাৰ পত্ৰপতি**- ঘৰ বাৰহলীয়াত। একালত তাহানিৰ অবিভক্ত বঙ্গৰ কোনোবা এখন কলেজত ইংৰাজীৰ অধ্যাপক আছিল। তেজপুৰলৈ আহি ওকালতি কৰে। বাণ থিয়েটাৰৰ সম্পাদকো আছিল।

* **কুমুদ চন্দ্ৰ শৰ্মা**- ঘৰ পল ফিল্ড বামুণগাঁওত। সম্পাদক আছিল। আমৰণ বাণ থিয়েটাৰৰ লগত জড়িত আছিল।

* **চন্দ্ৰ নাথ শৰ্মা**- ঘৰ কলিবাৰীত। ওকালতি কৰিছিল। বাণ থিয়েটাৰৰ উন্নতিৰ বাবে নিজকে বহুকাল বাণ থিয়েটাৰৰ লগত জড়িত ৰাখিছিল। সম্পাদক/ জেনেৰেল মেনেজাৰ আছিল।

* **জ্যোতিপ্ৰসাদ আগৰৱালা**- পৰিচয় নিষ্প্ৰয়োজন। বিলাতৰ পৰা ঘূৰি আহি কিছুদিনৰ বাবে বাণ থিয়েটাৰৰ সঙ্গীত বিভাগৰ দায়িত্ব লৈছিল।

* **দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য**- ঘৰ কলিবাৰীত। বহু বছৰ তেজপুৰ একাডেমীৰ (প্ৰথমতে প্ৰধান শিক্ষক, পাছলৈ মেনেজিং কমিটিৰ সভাপতি ৰূপে) গুৰি ধৰি পাছলৈ ওকালতি কৰিছিল। কিছুকাল মঞ্চাধ্যক্ষ আছিল; সভাপতিও হৈছিল।

* **দেবেন্দ্ৰ নাথ চলিহা**- ঘৰ বাৰহলীয়াত। নাজিৰ হিচাপে অৱসৰ লৈছিল। বাণ থিয়েটাৰৰ স্বাৰ্থহানি মুঠেই সহ্য কৰিব নোৱাৰিছিল। সম্পাদক আছিল।

* **পিয়াৰীমোহন চৌধুৰী**- ঘৰ তেজপুৰ থানাৰ ওচৰত। মঞ্চাধ্যক্ষ আছিল। বহু দৃশ্যপট নিজেই আঁকিছিল।

* **ৰাধিকাকান্ত দাস**- ঘৰ কলিবাৰীত। বাণ থিয়েটাৰৰ প্ৰগতিৰ অন্যতম বাটকটীয়া। একেলেথাৰিয়ে বহু বছৰ বাণ থিয়েটাৰৰ সম্পাদকৰ গুৰু দায়িত্ব বহন কৰিছিল।

* **ৰোহিনীকান্ত দাস (থুন)**- ঘৰ কলিবাৰীত। ত্ৰিশ-চল্লিশ দশকত ধনী অনা-অসমীয়া ঠিকাদাৰসকলৰ লগতে কঠোৰ প্ৰতিদ্বন্দ্বিতা কৰা মুষ্টিমেয় অসমীয়া ডেকা ঠিকাদাৰকেইজনৰ অন্যতম আছিল। বাণ থিয়েটাৰ এওঁৰো ধ্যানৰ বস্তু আছিল।

* **ডাঃ ললিত মোহন চৌধুৰী**- ঘৰ তেজপুৰ থানাৰ ওচৰত। একাধিক বছৰ সম্পাদক আছিল। নতুন ঠাইত এতিয়াৰ বাণ-মঞ্চ নিৰ্মাণত এখেতৰ বৰঙণি অনস্বীকাৰ্য্য।

**সুৰৰ মায়াজাল সৃষ্টি কৰাসকল ঃ**

বাণ থিয়েটাৰৰ অভিনয়ৰ কালত অভিনয়ৰ উপযোগী আৰু অভিনয়ৰ বিৰতিত দৰ্শকৰ অন্তৰপৰশা সুৰৰ মূৰ্চ্ছনা এখেতসকলেই সৃষ্টি কৰিছিল-

* **কুমুদ চন্দ্ৰ শৰ্মা**- একাধিক বছৰ "মিউজিক মাষ্টৰ" আছিল। অৰ্গেন আৰু বেহেলা বজাইছিল।

* গহণ চন্দ্ৰ গোস্বামী- নিকামুল সত্ৰাধিকাৰ। খোলৰ মায়াজাল সৃষ্টি কৰিছিল।

* গিৰীশ চন্দ্ৰ দাস- ঘৰ হাজৰিকাচুকত। ঢুলকী আৰু তবলাৰ লহৰ তুলিছিল।

* দেবেন্দ্ৰ নাথ চলিহা- মিউজিক মাষ্টাৰ আছিল। অৰ্গেন বজাইছিল।

* নগেন্দ্ৰ চন্দ্ৰ ভট্টাচাৰ্য্য- ঘৰ কলিবাৰীত। অৰ্গেন আৰু বাঁহী বজাইছিল।

* প্ৰদীপ সিংহ- ঘৰ পাছলৈ নেহৰু ময়দানৰ ওচৰত। বেহেলা বজাইছিল।

* বিষয়ৰাম মহাজন- ঘৰ কামৰূপীয় সনাতন ধৰ্ম-মন্দিৰৰ ওচৰত। ঢোল আৰু ঢুলকী বজাইছিল।

শ্ৰীপূৰ্ণ নাৰায়ণ সিংহ- বাঁহী বজাইছিল।

শ্ৰীফটিক চন্দ্ৰ শৰ্মা- ঘৰ কলিবাৰীত। বেহেলা বজাইছিল। * জ্যোতিপ্ৰসাদ আগৰৱালা বিলাতৰপৰা ঘূৰি আহি বাণ থিয়েটাৰৰ সঙ্গীত বিভাগৰ দায়িত্ব লোৱাৰ আগলৈকে দৰ্শকৰ দৃষ্টিৰ আঁৰত, মঞ্চৰ ভিতৰত "অৰ্কেষ্ট্ৰা" বজাই সুৰৰ লহৰ বিলাইছিল।

* আগৰৱালাই প্ৰেক্ষাগৃহৰ মঞ্চৰ আগত গাঁত খান্দি ঐক্যতান বাদনকাৰী সকলৰ আসনৰ ব্যৱস্থা কৰিছিল। ঐক্যতান বাদনত অংশ গ্ৰহণকাৰীসকলে গৈৰিক বৰণৰ "পাঞ্জাবী চোলা" পিন্ধিহে অংশ গ্ৰহণ কৰিব পাৰিছিল।

**অভিনেতা ঃ**

যিসকল প্ৰয়াত অভিনেতাৰ লগত অভিনয় কৰাৰ সৌভাগ্য হৈছিল আৰু যিসকলৰ "বিশেষ" ভূমিকাই ৰেখাপাত কৰিছিল সেইসকল ঃ

* অন্নদা কুমাৰ পদ্মপতি- এজন প্ৰতিভাবান অভিনেতা আছিল। 'কুৰুক্ষেত্ৰ' নাটকৰ 'শ্ৰীকৃষ্ণ'ৰ ভূমিকাই দৰ্শকক বিমোহিত কৰিছিল।

* উমা শৰ্মা- ঘৰ পল'ফিল্ড বামুণগাঁৱত। স্বকীয় অভিনয়-ঠাঁচেৰে দৰ্শকক মুগ্ধ কৰিছিল।

* কামিনী শইকীয়া- ঘৰ পৰ্ব্বতীয়াত। ওকালতিৰে জীৱন আৰম্ভ কৰি শেষত অসম চৰকাৰৰ উচ্চ বিষয়া হিচাপে অৱসৰ লৈছিল। প্ৰথম ছোৱাত ভালেমান বছৰলৈ তিৰোতাৰ ভাও দিছিল। পাছলৈ পুৰুষৰ ভাও দিছিল।

* গোবিন্দ শৰ্মা- (ডাঃ) ঘৰ কলিবাৰীত। কমকৈ হ'লেও বিভিন্ন ভূমিকাত অৱতীৰ্ণ হৈছিল।

* চন্দ্ৰ নাথ শৰ্মা- সম্পাদক আৰু জেনেৰেল মেনেজাৰৰ গুৰু দায়িত্ব পালন কৰাৰ উপৰিও প্ৰয়োজনবোধে অভিনয় কৰি অভিনতোসকলক অনুপ্ৰাণিত কৰিছিল। এখেতৰ 'দধীচি'ৰ ভাও যি দেখিছিল, সেইসকলৰ চকুত শৰ্মাৰ দধীচিৰ অভিনয় নিশ্চয় এতিয়াও ভাঁহি আছে।

* দেবেন্দ্ৰ নাথ চলিহা- প্ৰথমে তিৰোতাৰ, পাছলৈ পুৰুষৰ ভাও লৈছিল।

* নগেন্দ্ৰ নাথ ভট্টাচাৰ্য্য- খুহুতীয়া অভিনয়ৰে দৰ্শকক হঁহুৱাব পাৰিছিল।

* প্ৰবোধ কুমাৰ বৰুৱা- ঘৰ বৰুৱা চুবুৰীত। এজন অতীৱ দক্ষ অভিনেতা আছিল। সঙ্কটৰ সময়ত (এবাৰ এটা বিশেষ আৰু জটিল ভাও অভিনয়ৰ দিনা আবেলি লৈ ৰাতি দক্ষতাৰে অভিনয় কৰিছিল) বাণ থিয়েটাৰক সহায় কৰাত অগ্ৰণী আছিল।

* ফণী শৰ্মা ⎫ আজিৰ চামৰ বাবে এখেত সকলৰ অভিনয়-প্ৰতিভা
* বিষ্ণু ৰাভা ⎭ ন-কৈ কোৱাৰ প্ৰয়োজন নাই।

* প্ৰফুল্ল দাস (পুতুল)- পাছলৈ ঢেকিয়াজুলিত থাকিবলৈ লৈছিল। তেওঁ এজন প্ৰতিভাশীল অভিনেতাও আছিল।

* ৰমেশ চন্দ্ৰ শৰ্মা- আমৰণ দক্ষতাৰে বহু নাটকৰ বহু চৰিত্ৰৰ ৰূপ দিছিল। * শৰ্মাৰ 'দিলদাৰ' চৰিত্ৰৰ ভাও অনবদ্য আছিল।

* ললিত মোহন চৌধুৰী- উচ্চমানবিশিষ্ট অভিনয় কৰিব পৰা এজন সুনিপুণ অভিনেতা আছিল। এখেতৰ 'শকুনি' চৰিত্ৰৰ সফল ৰূপায়ণে সেই কালৰ দৰ্শকক বিমোহিত কৰিছিল।

* সূৰ্য্যকান্ত বড়া- ঘৰ কলিবাৰীত। যি চৰিত্ৰৰে অভিনয় নকৰক, দৰ্শকৰ প্ৰশংসা অৰ্জ্জন কৰিব পাৰিছিল।

* হেমকান্ত শৰ্মা- ঘৰ পল'ফিল্ড বামুণগাঁৱত। গাঁৱলীয়া তিৰোতাৰ ৰূপদানত সফলতা লভিছিল।

তদুপৰি আজিলৈ জীয়াই থকা আৰু বাণ ষ্টেজৰ লগত সম্পৰ্ক ৰখা পুৰণি চাম কৃতী অভিনেতাসকলৰ অন্যতম শ্ৰেষ্ঠ শিল্পী শ্ৰীচন্দ্ৰধৰ গোস্বামী, শ্ৰীতুলসী ভট্টাচাৰ্য্য, শ্ৰীতুলসী দাস, মঃ চৈয়ব, চামচুল, চাহাবুদ্দিন, শ্ৰীবাণীকান্ত শৰ্মা, শ্ৰীৰজনীকান্ত শৰ্মা আদিৰ লগত সফলতাৰে অভিনয় কৰাৰ সৌভাগ্য হৈছিল।

বাণ থিয়েটাৰলৈ বিভিন্ন সেৱা আগবঢ়াইছিল এখেত সকলেওঃ-

* সূৰ্য্যমল কোঁচ- ঘৰ কলিবাৰীত। ৰূপসজ্জাত সহায় কৰিছিল। (অভিনয়ো কৰিছিল।)।

* তেজেন দত্ত- ঘৰ কলিবাৰীত। পোহৰ আৰু বৈদ্যুতিক নিয়ন্ত্ৰণত সহায় কৰিছিল। (এই বিষয়ত জীৱিতসকলৰ অক্লান্ত সেৱাৰ বিষয়ে উল্লেখ কৰা হোৱা নাই।)[৪]

## ১৩. বাণ থিয়েটাৰ আৰু অৰ্কেষ্ট্ৰা পাৰ্টি ঃ

বাণ ৰংগমঞ্চৰ সুপ্ৰসিদ্ধ কনচাৰ্ট পাৰ্টি, 'শোণিতকুঁৱৰী' আৰু জ্যোতিপ্ৰসাদৰ

[৪] [পুৰণিচামসকলৰ সৈতে সান্নিধ্যত থকা বাণষ্টেজৰ অক্লান্ত কৰ্মী আৰু অভিনেতা চন্দ্ৰধৰ গোস্বামী, পূৰ্ণনাৰায়ণ সিংহ আৰু বিজয় শৰ্মাও বৰ্তমানে প্ৰয়াত। * চন্দ্ৰধৰ গোস্বামী, * পূৰ্ণনাৰায়ণ সিংহ, * দেবীচৰণ ভট্টাচাৰ্য্য আৰু বিজয় শৰ্মা বাণষ্টেজৰ পাছলৈ ক্ৰমে সভাপতিও হৈছিল। — প্ৰকাশক]

অৱদান সম্পৰ্কে গহন গোস্বামীদেৱে চমু মন্তব্য কৰিছিল এইদৰে ঃ

"ইয়াৰ ভিতৰত যেতিয়া* জ্যোতিপ্ৰসাদ আগৰৱালা দেৱে মঞ্চটি নতুন ৰূপত সজাবলৈ, আৰু অভিনয়ো নতুন কৌশলেৰে প্ৰদান কৰিবলৈ দিনে ৰাতিয়ে খাটিবলৈ ধৰিলে, তেতিয়া কেইবাগৰাকী বিশিষ্ট শিল্পীয়ে আগৰৱালাদেৱৰ সোঁহাত স্বৰূপে কাম কৰিছিল।..... আগৰৱালা দেৱৰ যত্নত মঞ্চই নতুন ৰূপ ললে, আৰু অভিনয়তো সদৌ অসমত সুখ্যাতি অৰ্জন কৰিলে। তেখেতৰ 'শোণিতকুঁৱৰী' নাটৰ অভিনয়তেই মঞ্চৰ ভিতৰৰ পৰা অৰ্কেষ্ট্ৰা পাৰ্টি বাহিৰত আনি মঞ্চৰ সন্মুখত দুফুটমান দকৈ গাত খান্দি তাতে বহুৱাৰ ব্যৱস্থা কৰিলে। এই পাৰ্টিৰ সকলোজনৰ গাতেই ককালত চুৰিয়া, গাত গেৰুৱা ৰঙৰ পাঞ্জাবী চোলা, আৰু কান্ধত বগা চেলেং কাপোৰ ভাঁজ লগাই কান্ধৰ ওপৰেৰে আনি ককালত মেৰাই লোৱা হৈছিল। আগৰৱালাই সকলোৰে মাজত বহি অৰ্গেন বজাইছিল, আৰু চুলিদাল মানো যাতে ইফাল-সিফাল হ'ব নোৱাৰে তাৰ কাৰণে তীক্ষ্ণ দৃষ্টি ৰাখিছিল। মই আৰু* বিষয়ৰাম মহাজনদেৱে খোল বজাইছিলো। ২২ জনৰে এই পাৰ্টিটো গঠিত হৈছিল। অভিনয়ৰ আৰম্ভৰ পৰা শেহলৈকে তাৰ পৰা ইফাল-সিফাল কৰিবপৰা সম্ভৱ নহৈছিল।......"] [১৯৭৫ আৰু ১৯৭৮ চনৰ ফণী শৰ্মা সোঁৱৰণী নাট মহোৎসৱ স্মৃতিগ্ৰন্থত প্ৰকাশিত।]

## ১৪. বাণ থিয়েটাৰৰ স্থান পৰিবৰ্ত্তন ঃ

বাণ থিয়েটাৰ প্ৰতিষ্ঠাৰ সময়ত ঘৰ নিৰ্মাণৰ বাবে প্ৰথমতে স্থান নিৰ্বাচন কৰা হৈছিল বঙালী নাট্যমঞ্চৰ ওচৰতে থকা এটুকুৰা স্থানত (বৰ্তমান য'ত সত্যনাৰায়ণ মন্দিৰ আছে)। কিন্তু শেষত কলিবাৰীত* ভৱানীচৰণ ভট্টাচাৰ্য্য ডাঙৰীয়াই তেখেতৰ বাসস্থানৰ ওচৰতে থকা তেওঁলোকৰ বাঁহ আদি থকা মাটি এডোখৰ*পৰিষ্কাৰ কৰাই সেই মাটি দিয়ে। এই সম্পৰ্কে অঃ ভাঃ উঃ সাঃ সভাৰ কাৰ্য্যবিৱৰণীত বিতং বিৱৰণ আছে আৰু সেই বিষয়ে উল্লেখ কৰি অহা হৈছে।

পঞ্চাশৰ দশকৰ শেষৰফালে বাণ থিয়েটাৰ পাৰ্টিয়ে চহৰৰ মধ্যস্থলত এটুকুৰা মাটিলৈ বাণ ৰংগমঞ্চৰ নিজা ঘৰ-দুৱাৰৰ সুকীয়াকৈ নিৰ্মাণ-কাৰ্য্য হাতত লয়। এই মাটি অসম চৰকাৰৰপৰা অনুদান পোৱা হয়। চৰকাৰী অনুদান লাভ কৰাৰ সম্পৰ্কতে এখন নতুন নিয়মাৱলী ৰচনা কৰি সংবিধান সংশোধন কৰা হয় আৰু বাণ থিয়েটাৰ অনুষ্ঠান হিচাপে পঞ্জীভূত কৰা হয়। ১৯৬০ চনৰ ২৩ মাৰ্চত পঞ্জীয়ন হোৱা বাণ থিয়েটাৰৰ পঞ্জীয়ন নং ১৯৫৯-৬০ চনৰ ৯৬। এই সময়তে নতুন স্থানত মঞ্চ আৰু প্ৰেক্ষাগৃহ নিৰ্মাণৰ বাবে নিৰ্মাণ-কমিটিও গঠন কৰা হৈছিল। ডাঃ ললিত মোহন চৌধুৰী আছিল নিৰ্মাণ-কমিটিৰ সম্পাদক আৰু মহীকান্ত দাস আছিল এই কমিটিৰ সভাপতি। ১৯৬১ চনত বাণ থিয়েটাৰৰ সংবিধান ছপা হৈ ওলায়।

নতুন সংবিধানমতে বাণ থিয়েটাৰৰ সৈতে অঃ ভাঃ উঃ সাঃ সভাৰ কোনো সম্পৰ্ক ৰখা হোৱা নাই। ই এক সম্পূৰ্ণ সাংস্কৃতিক উদ্দেশ্যেৰে পৃথক অনুষ্ঠান হয়। ১৯৬৩ চনৰ দুৰ্গাপূজাৰ সময়ত অভিনয় আদি নতুন বাণ থিয়েটাৰৰ নিৰ্মিয়মান গৃহতেই আৰম্ভ কৰে। ১৯৬৪ চনৰ ভিতৰত অঃ ভাঃ উঃ সাঃ সভাৰ আৰু বাণ থিয়েটাৰৰ সভ্যসকলৰ উপস্থিতিত পুৰণা ঘৰ, আচ্‌বাব আদি অঃ ভাঃ উঃ সাঃ সভাক গতাই দিয়া হয়।

নতুন বাণ ৰংগমঞ্চই লাহে লাহে সৰ্বদিশৰ পৰা বিকাশৰ পথ লাভ কৰিছে। চৰকাৰৰ অনুদান আৰু ৰাইজৰ বৰঙণিৰে নিৰ্মিয়মান এই অনুষ্ঠানে আধুনিক মঞ্চৰ কলা-কৌশল আৰু প্ৰেক্ষাগৃহৰ নতুন পৰিৱেশ লাভ কৰিবলৈ সক্ষম হৈছে। আশা কৰা হৈছে শীঘ্ৰেই অসমৰ নাট্যসংস্কৃতিত ই নতুন পথৰ সন্ধান দিব।

নতুন 'বাণ থিয়েটাৰ' প্ৰাংগনতো পূৰ্বৰ দৰে দেৱী দুৰ্গাৰ পূজা, লক্ষ্মীপূজা আৰু কালীপূজাৰ অনুষ্ঠান কৰা হয়। এই পূজাসমূহক কেন্দ্ৰ কৰি 'বাণ থিয়েটাৰ'ত এতিয়াও সফলভাবে নাটক মঞ্চস্থ কৰা হয়। 'বাণ থিয়েটাৰে' পৰিচালনা কৰা 'নটসূৰ্য্য ফণী শৰ্মা সোঁৱৰণী নাটসমাৰোহ' অনুষ্ঠান প্ৰতিবছৰে তিনিদিনীয়াকৈ হোৱা এক অতি গুৰুত্বপূৰ্ণ অসমভিত্তিক অনুষ্ঠান। মহাসমাৰোহেৰে এই উৎসৱ পালন কৰা হয়। ১৯৭১ চনৰ পৰা ই নিৰৱচ্ছিন্নভাবে অনুষ্ঠিত হৈ আহিছে।

**কামৰূপীয় সনাতন ধৰ্মমণ্ডলীৰ কামৰূপী মঞ্চ ঃ**

তেজপুৰ চহৰত কুৰিশতিকাৰ আগডোখৰত ধৰ্মীয় আৰু সাংস্কৃতিক বিকাশত উল্লেখনীয় অৱদান আগবঢ়োৱা অন্যতম অনুষ্ঠান হৈছে কামৰূপীয় সনাতন ধৰ্মমণ্ডলী আৰু ইয়াৰ লগত সংলগ্ন নাট্যমঞ্চ আৰু নাট্যগৃহ। তেজপুৰত এই অনুষ্ঠানো এক সমৃদ্ধশালী অনুষ্ঠান।

"অবিভক্ত কামৰূপ জিলাৰ পৰা আহি তেজপুৰ চহৰ আৰু উপকণ্ঠ অঞ্চলত স্থায়ী বা অস্থায়ীভাবে বসবাস কৰা কামৰূপী লোকসকলে যাতে পৰস্পৰে পৰস্পৰৰ প্ৰতি সহানুভূতি আৰু প্ৰীতি-প্ৰদৰ্শন কৰি ধৰ্ম আৰু ধৰ্মানুষ্ঠানৰ যোগেদি মানসিক, নৈতিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধন কৰিব পাৰে, সেই উদ্দেশ্যে ইং ১৯১৫ চনৰ ১ নৱেম্বৰত কেইগৰাকীমান মহান ব্যক্তিৰ অহোপুৰুষাৰ্থত এই ধৰ্মানুষ্ঠানৰ জন্ম হয়। .... এই অনুষ্ঠানক 'কামৰূপীয় সনাতন ধৰ্মমণ্ডলী, তেজপুৰ' নামেৰে নামকৰণ কৰা হয়।" (মণ্ডলীৰ 'চমুবুৰঞ্জী', পৃঃ- ১)

বিভিন্ন উদ্দেশ্যৰ লগতে এই অনুষ্ঠানৰ ৪ নং উদ্দেশ্যমতে নাট্যসমিতি স্থাপন আৰু নাটঘৰৰ নিৰ্মাণ অন্যতম।

মণ্ডলীৰ প্ৰতিষ্ঠা-দিৱস উপলক্ষে ৩৬ জন সদস্যই নিয়মাৱলীৰ ২১ নং

নিয়মানুসাৰে 'শ্ৰীমদ্‌ভগৱত গীতা' গ্ৰন্থ হাতত লৈ অনুষ্ঠানৰ হকে নিঃস্বাৰ্থভাবে কাম কৰাৰ বাবে প্ৰতিজ্ঞাবদ্ধ হৈছিল।

এই ধৰ্মমণ্ডলীৰ ঁমহেশ্বৰ দেৱ গোস্বামী (তেজপুৰৰ যশস্বী কবিৰাজ) প্ৰতিষ্ঠাপক সভাপতি আছিল আৰু ফুল্টুং ৰাম ডেকা (ৰাজহ বিভাগৰ কাননগু) প্ৰতিষ্ঠাপক সাধাৰণ সম্পাদক আছিল। পাছলৈ ঁ আদ্যনাথ চক্ৰৱৰ্ত্তী মণ্ডলীৰ বহুকাল সাধাৰণ সম্পাদক আৰু সভাপতি হৈছিল।

১৯৩৪ চনত মণ্ডলীত নাট্যসমিতিৰ জন্ম হয়। ১৯২৮ চনত এই সনাতন ধৰ্মমণ্ডলীত পোন প্ৰথমবাৰৰ বাবে দুৰ্গাপূজাৰ আয়োজন হৈছিল আৰু তিনি নিশাই যাত্ৰানুষ্ঠান হৈছিল। ১৯৩৪ চনৰ পাছৰপৰা যাত্ৰানুষ্ঠানৰ ঠাইত মঞ্চাভিনয়ে স্থান লয়।

প্ৰকৃতাৰ্থত কামৰূপীয় নাট্যমঞ্চইও বাণষ্টেজৰ দৰে কিছু সুদক্ষ অভিনেতাৰ সৃষ্টি কৰি আৰু নাট্যাভিনয়ৰ মাজেৰে বাণষ্টেজৰ পৰিপূৰকভাবে সমান্তৰাল গতিৰে তেজপুৰৰ সাংস্কৃতিক বিকাশত অৰিহণা যোগাই আহিছে।

১৯৩৫ চনত নাট্যসমিতিৰ নিয়মাৱলী প্ৰস্তুত হৈছিল, মণ্ডলীৰ নিয়মাৱলীও সংশোধন হৈছিল। সেই বছৰত মণ্ডলীৰ সভাপতি শিক্ষাৱিদ ঁদেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্য আৰু সহকাৰী সম্পাদক ঁ বাণীকান্ত শৰ্মা নিৰ্বাচিত হৈছিল। ঁ বাণীকান্ত শৰ্মাইয়ে নাট্য সমিতিৰো যাৱতীয় দায়িত্ব বহন কৰিছিল। ইয়াৰ বাবে পৃথক কমিটি আছিল। ঁ বাণীকান্ত শৰ্মাই অভিনয়ত স্ত্ৰী-চৰিত্ৰ ৰূপায়ণ কৰিছিল আৰু ঁ দেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্যই 'চাণক্য' আদি পুৰুষ-চৰিত্ৰৰ অভিনয় কৰিছিল।

সনাতন ধৰ্মমণ্ডলী আৰু কামৰূপীয় নাট্যমঞ্চৰ এখন চমু বুৰঞ্জী মণ্ডলীৰ ৭৫ বছৰীয়া জয়ন্তী উপলক্ষে ১৯৯০ চনত প্ৰকাশ পাইছে। এই বুৰঞ্জী প্ৰস্তুত কৰিছিল ঁবাণীকান্ত শৰ্মাই। উল্লেখিত সংবাদ আৰু অন্যান্য ভালেমান তথ্য তাত লিপিৱদ্ধ হোৱা বাবে পুনৰ দোহাৰিবৰ প্ৰয়োজন নাই বুলি অনুভৱ কৰা হ'ল।

উল্লেখনীয় যে অসমৰ এই অনুষ্ঠানতে এতিয়ালৈকে শক্তিপূজা আৰু বিষ্ণুপূজা একেটা মন্দিৰ-গৃহতে পৃথক পৃথক ভাবে সমাপন কৰা হয়। দেৱীমন্দিৰ আৰু বিষ্ণু মন্দিৰ একত্ৰে সহাৱস্থান কৰি আছে। একেটা মন্দিৰ-গৃহতে বৈষ্ণৱ গুৰুসকলৰ তিথি, পৰ্ব-পালন, ধৰ্মালোচনী সভা, নাম-প্ৰসংগ, কীৰ্ত্তন আৰু দেৱী দুৰ্গাপূজা, লক্ষ্মীপূজা আদি সম্পন্ন হয়।

বৰ্তমানে কামৰূপীয় সনাতন ধৰ্মমণ্ডলীৰ নাট্যমঞ্চ আৰু প্ৰেক্ষাগৃহ অত্যাধুনিক পদ্ধতি-গ্ৰহণেৰে নিৰ্মাণ-কাৰ্য্য চলি আছে; কিন্তু অঃ ভাঃ উঃ সাঃ সভাৰ নামঘৰ আৰু বাণ থিয়েটাৰ পৃথক হোৱাৰ দৰে মণ্ডলী আৰু নাট্যমঞ্চ পৃথক হোৱা নাই।*

# বাণ থিয়েটাৰ আৰু জ্যোতিপ্ৰসাদৰ কেইখনমান অপ্ৰকাশিত চিঠি

অন্যান্য দেশত শ্ৰেষ্ঠ সাহিত্যিক-শিল্পীসকলৰ চিঠিপত্ৰবোৰ সংগ্ৰহ কৰি সংকলন-গ্ৰন্থ প্ৰকাশ কৰা হয়। কাৰণ চিঠিপত্ৰবোৰৰ মাজতো ব্যক্তিজন লুকাই থাকে, ব্যক্তি-প্ৰতিভা সুপ্ত হৈ থাকে, যুগৰ সংবাদবোৰৰ বীজ নিহিত হৈ থাকে। সেইবোৰ ইতিহাসৰ সমল হয়। সাহিত্যৰ বিভাগসমূহৰ ভিতৰতো পত্ৰ-সাহিত্য হিচাপে (Epistles) শ্ৰেণীবদ্ধ হয়।

আমাৰ ৰাজ্যত প্ৰথিতযশা খ্যাতিমন্ত বিশিষ্ট ব্যক্তিসকলৰ চিঠিপত্ৰবোৰ বিচাৰ-খোচাৰ কৰি সংগ্ৰহ কৰি লৈ তাক গ্ৰন্থাকাৰে সংৰক্ষণ কৰিবলৈ এতিয়াও বিস্তৰ যত্ন কৰা দেখা নাযায়। অথচ অসমৰ জাতীয় ইতিহাস-সৃষ্টিত ই এক আপুৰুগীয়া সম্পদ বা উপাদান হ'ব পাৰে।

জ্যোতিপ্ৰসাদৰ বহুমুখী প্ৰতিভা সৰ্বদিশতে বিয়পিছিল। অতি কম সময় এই পৃথিৱীত জীয়াই থাকি, চিনেমা, সাহিত্য, সংস্কৃতি আৰু ৰাজনীতিত আত্মনিয়োগ কৰি তেওঁ যি অমূল্যসম্পদসমূহ সৃষ্টি কৰি গ'ল, সেই সৃষ্টিসমূহৰ সম্পৰ্কত তেওঁ বহুজনলৈ বহু চিঠি-পত্ৰ লিখিছিল। অকল সেয়ে নহয়, জীৱনৰ শেষ সময়ত তামোলবাৰী চাহ বাগিছাত থাকি Resident Director হিচাপে তেওঁ বাগিছাৰ কাম চলাইছিল। তাৰো তেওঁ দিনপঞ্জী ৰাখিছিল।

১৯৫০ চনৰ জুলাই মাহলৈকে তেওঁৰ দৈনিক কামৰ দিনপঞ্জী থকা পোৱা হৈছে। অপ্ৰকাশিত এই দিনপঞ্জী আৰু চাৰিওফালে সিঁচৰতি হৈ থকা তেওঁৰ চিঠিপত্ৰ সমূহ সংকলিত কৰি এক গ্ৰন্থ প্ৰকাশ কৰিব পাৰিলে অতি আদৰণীয় কাম হয়। 'জ্যোতিপ্ৰসাদ ৰচনাৱলী'ত সন্নিৱিষ্ট নোহোৱাকৈ এতিয়াও তেওঁৰ বহুত ৰচনা অপ্ৰকাশিত হৈ আছে। এই লেখকে **'বাণ ৰংগমঞ্চ আৰু জ্যোতিপ্ৰসাদ আৰু তেওঁৰ দুখন অপ্ৰকাশিত চিঠি'** শীৰ্ষক এটি লেখা 'তিনিদিনীয়া বাতৰি' (১৯৮২ চনৰ ২৩ ডিচেম্বৰ সংখ্যা)ত প্ৰকাশ কৰিছিল। উক্ত চিঠি দুখনেৰে সৈতে পাছত আমি সংগ্ৰহ কৰা আৰু কেইখনমান চিঠি ১৯৮৯ চনৰ ২৪ আৰু ২৫ জানুৱাৰী তাৰিখৰ 'আজিৰ অসম' দৈনিক কাকতৰ সংখ্যাত প্ৰকাশ হৈছিল।

বাণ থিয়েটাৰৰ অন্তৰংগ বিকাশৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদৰ অপৰিসীম অৱদানৰ কথা নতুনকৈ দোহাৰিবৰ প্ৰয়োজন নাই। ১৯২৪ চনত এই মঞ্চত 'শোণিত কুঁৱৰী'ৰ অভিনয়ে এই বিকাশৰ বিপ্লৱৰ সূচনা কৰে সাংগীতিক দিশত, অভিনয়-ৰীতিত, উপস্থাপন আৰু মঞ্চ-সজ্জাত। অৰ্কেষ্ট্ৰা দলৰ সৃষ্টি আৰু ইয়াৰ মঞ্চৰ সন্মুখত দ-স্থানত উপৱেশন কৰাৰ পদ্ধতি সম্পৰ্কে আগতে উল্লেখ কৰা হৈছে। জ্যোতিপ্ৰসাদে নাটখনৰ পাতনিতে লিখিছে ঃ

'শোণিতকুঁৱৰী নাটখন অসমীয়া সংগীত বুৰঞ্জীৰ এটা আটাইতকৈ অতি লাগতীয়াল পাত'। দীৰ্ঘদিন ধৰি অথবা আজীৱন বাণ থিয়েটাৰত নিজকে জড়িত কৰি ৰাখিবৰ অৱকাশ নাপালেও তেওঁৰ ক্ষণিক কালৰ প্ৰদীপ্ত প্ৰতিভা আৰু প্ৰভাবে এই মঞ্চক আনি দিছিল অভিনৱত্বৰ পৰশ আৰু সুকীয়া মৰ্য্যাদা। নিজে যতেই নাথাকক, তাৰ পৰাই তেওঁ শুভেচ্ছা আৰু উন্নতিৰ চিন্তাৰে বাণ থিয়েটাৰৰ সৈতে নিজকে একাত্মীভূত কৰি ৰাখিছিল। তলত উদ্ধৃত চিঠি দুখনিয়ে সেই কথাই প্ৰকাশ কৰে।

(১)

শিৰোনামা লিখা খাম নোপোৱাত এই চিঠিখন কালৈ লিখা হৈছিল উল্লেখ নাই যদিও জনা গৈছে যে এইখন বাণ ৰংগমঞ্চৰ সুদীৰ্ঘ দিন সম্পাদক হৈ থকা স্বৰ্গীয় ৰাধিকা কান্ত দাস দেৱলৈ লিখা। লণ্ডণৰ জৰ্জ স্কোৱাৰৰ পৰা এইখন জ্যোতিপ্ৰসাদে লিখিছিল। ১৯২৬ চনৰ চেপ্তেম্বৰত তেওঁ বিলাত-যাত্ৰা কৰিছিল। বিলাতত উপস্থিত হৈয়েই নিজঘৰলৈ লিখা চিঠিবোৰৰ ভিতৰত এইখন অন্যতম চিঠি- ১৭ নৱেম্বৰৰ। তেওঁৰ শিক্ষা-জীৱনৰ সংবাদ থকা জীৱনীৰ দৃষ্টিকোণেৰে ই এক গুৰুত্বপূৰ্ণ সমল। স্বদেশৰ সংস্কৃতিৰ প্ৰতি সদা সচেতন হৈ বাণ ৰংগমঞ্চৰ কৰ্মকৰ্ত্তাসকল আৰু অনুষ্ঠানটোৰ প্ৰতি স্মৃতিচাৰণ কৰি লিখা এই চিঠিখন উল্লেখযোগ্য।

(পূৰ্ণপাঠ)

11, George Square Edinburgh
The 17th Nov/26

শ্ৰদ্ধাস্পদেষু,

আহিবৰ সময়ত আপোনালোকক লগ পাব নোৱাৰি সচাঁকৈয়ে বৰ দুঃখিত হৈছো। কি কৰিম- মই বৰ লৰালৰিকৈ আহিবলৈ বাধ্য হ'লো। বৰ্ত্তমান মই Edinburgh University ত M.A. আৰু B. Com. পঢ়িবলৈ স্থিৰ কৰিছো। এটা পৰীক্ষা পাছ কৰিলে, Class লবলৈ দিব। সেই পৰীক্ষাৰ কাৰণে এতিয়া পঢ়িছো। ইয়াত বৰ জাৰ পৰিছে। প্ৰায় ৪ বজাত ৰাতি হয়। কুঁৱলী হৈ থাকে। মাজে মাজেহে বেলিৰ পোহৰ পাওঁ। মই আঁহোতে Paris ত সোমাই বিখ্যাত থিয়েটাৰ এটাত থিয়েটাৰ চাই আহিছো। বিশেষ যে কিবা নোহোৱা নোপোজা ব্যাপাৰ এনে একো নহয়। আমাৰ হাতত যথেষ্ট টকা পৰিলে, ২/১ বছৰৰ ভিতৰতে আমিও তেনে

কৰিব পাৰো। কিন্তু টকাই হৈছে কথা। সিহঁতৰ এৰাতিৰ থিয়েটাৰৰ খৰছেই প্ৰায় ৫০,০০০ টকাৰ ওপৰ। ভাবি চাব। Dramatic Art যদি চাব খোজে- তেন্তে সেই বিষয়ত বোধকৰো আমি সিহঁতৰ ১০০ ভাগৰ ১ ভাগ মানহে হম। পূজাৰ থিয়েটাৰ ভালেই হৈ যাব পায়। শ্ৰীযুত চন্দ্ৰ শৰ্মা, কালীচৰণ ভট্টাচাৰ্য্য ডাঙৰীয়াক মোৰ কথা ক'ব। চিঠি দিবলৈ ক'ব। শ্ৰীযুত পিয়াৰী বাবু আৰু শ্ৰীযুত কুমুদ শৰ্মাকো মোৰ সম্ভাষণ জনাব আৰু চিঠি দিবলৈ ক'ব। আশাকৰো তাত সকলোৰে মংগল। মাজে-সময়ে চিঠি-পত্ৰ দিব। তাৰ খবৰ-খাবাৰ সকলো জনাই থাকিব। ইয়াৰে সৈতে দিয়া চিঠিবোৰ তাৰ মালিকসকলক দিব। ওপৰৰ ঠিকনাত চিঠি দিব।

ইতি

পুঃ ফুনু, প্ৰফুল্ল এইবাৰ পূজাত আহিছিলনে? শ্ৰী জ্যোতি

(২)

দ্বিতীয় চিঠিখন অসম্পূৰ্ণভাবে পোৱা হৈছে। ইয়াৰ প্ৰথম পাতটো নাই। এইটো নথকাত কোন তাৰিখে আৰু কালৈ চিঠিখন দিয়া হৈছিল তাক জনা নাযায়। কিন্তু বাণ ৰংগমঞ্চৰ লগত জড়িত কলিবাৰীৰ স্বনামধন্য স্বৰ্গীয় দুলাল চন্দ্ৰ ভট্টাচাৰ্য্যৰ ভাতৃ দেৱীচৰণ ভট্টাচাৰ্য্যই আমাক কোৱা মতে এই চিঠিখনো স্বৰ্গীয় ৰাধিকা দাস দেৱলৈ লিখা আছিল।[১]

চিঠিখন লিখা হৈছিল The New Press, Gauhati, Assam শিৰোনামা থকা পেডৰ কাগজত। সম্ভৱতঃ জ্যোতিপ্ৰসাদে সেই সময়ত 'অসমীয়া' কাকতখনৰ সম্পাদনা কৰি আছিল। সেই সূত্ৰে গুৱাহাটীৰ পৰা লেখা চিঠিত এই পেডৰ কাকত ব্যৱহাৰ কৰিব পাৰে।

বাণ ৰংগমঞ্চৰ চিন্তাই তেওঁৰ মনত কেনেকৈ ক্ৰিয়া কৰি আছিল, কেনেকৈ ইয়াক এটা বহল ভিত্তি দি সমগ্ৰ অসমৰে অনুষ্ঠান কৰি তুলিব পাৰি- এইবোৰ ভাৱনাই মনত তোলপাৰ কৰি আছিল। আন এটা উল্লেখনীয় কথা যে জ্যোতিপ্ৰসাদে বাণ ৰংগমঞ্চৰ অভিনয়ত সংগীতৰ দলটোক এটি বিশেষ পোছাকেৰে সু-সজ্জিত কৰি ৰাখিছিল। গায়তী আৰু নাচনীসকলৰ ক্ষেত্ৰতো পোছাক সম্পৰ্কত তেওঁ সম্পূৰ্ণ সজাগ আছিল। এই সকলো চিন্তাৰ আভাস এই চিঠিৰ উল্লেখিত অংশ বিশেষত পোৱা যায়।

(ক)

(উল্লেখিত চিঠিখনৰ ২নং পৃষ্ঠাৰ পৰা শেষাংশৰ পাঠ (ছপা পেডৰ কাগজত)

Telegraph Office,
Railway Station- Gauhati
Steamer-Gauhati Upper Ghat
The New Press
Gauhati-Assam-192

---

১. এই দুয়োখন চিঠি দেৱীচৰণ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ পৰাই এই লেখকে সংগ্ৰহ কৰিছিল। ১৯৮০-৮২ চনত ভট্টাচাৰ্য্য ডাঙৰীয়া বাণ থিয়েটাৰৰ কাৰ্য্য নিৰ্বাহক সমিতিৰ সভাপতিও আছিল।

"... অনুৰোধ কৰাত তেখেতে Part লৈছে। কামাখ্যা ঠাকুৰৰো Part ৰ কাৰণে বৰ আগ্ৰহ। বাণ ষ্টেজলৈ এইদৰে আন ঠাইৰ মানুহৰ আগ্ৰহৰ বিষয়টো আমাৰ গৌৰৱৰহে কথা। আমি তেওঁলোকক এতিয়া আপোন কৰি লব পৰাইহে কথা। সকলোৱে যে Ban Stage লৈ interest জন্মিছে সেইটো বৰ ভাল কথা। মোৰ ইচ্ছা Ban Stage যাতে অকল তেজপুৰীয়াৰ নহৈ সদৌ অসমৰে থিয়েটাৰ (Dramatic Art)ৰ কেন্দ্ৰস্থান হয়- তাৰ চেষ্টাত আমি থকা উচিত। বাহিৰৰ পৰা এনে আগ্ৰহ দেখিলে আমি তেওঁলোকক আমাৰ ভিতৰত ঠাই দিয়া উচিত। সামান্য ঠেক ভাব (narrowness) আমাৰ বহু অভিনেতাৰ ভিতৰত আছে- সেইবোৰ যোৱা বাঞ্ছনীয়। এইবাৰ আসামৰ আন আন ঠাইৰ actor ক মতাৰ কথা আছিল। মাতিছেনে? অন্ততঃ নগাঁৱৰ জগত বেজবৰুৱাক যেন নিমন্ত্ৰণ কৰি মাতি আনে। এইদৰে সকলো গোট খালে আসামৰ Theatre বোৰৰ সোনকালে উন্নতি হ'ব। বাণ ষ্টেজ যাতে গুৰু যেন হৈ আন আন ঠাইৰ ষ্টেজবোৰ lead কৰিব পাৰে। আশাকৰো আপোনাৰো এয়ে উদ্দেশ্য। আমাৰ Districtism টোত বৰ ধৰিব নালাগে, যেতিয়া গোটেই আসামে বাণ ষ্টেজক মৰমৰ চকুৰে চায় আৰু গৌৰৱ অনুভৱ কৰে। সকলোকে আমাৰ ষ্টেজৰপৰা সুবিধা লবলৈ দিয়াহে যুক্তিযুক্ত। 'মিসৰকুমাৰী'ৰ Dancingৰ পোছাক তৈয়াৰ নকৰাব। মই এটা Design কৰিছো, সেইদৰে কৰিব লাগিব। তাত খৰচ একো নপৰে। কিন্তু নতুন হ'ব। কলিকতাতো তেনে পোছাক মিনাৰ্ভাত নকৰে। এইবাৰ জয়মতীৰ পোছাকৰ কাৰণে বৰকৈ চকু দিব লাগিব। আমি ১০ তাৰিখে ইয়াৰ পৰা যাম।

ইতি

শ্ৰীজ্যোতি

প্ৰসংগক্ৰমে উল্লেখনীয় যে ১৯৮১ চনৰ জানুৱাৰীৰ 'প্ৰকাশ' আলোচনীত মঞ্চকোঁৱৰ স্বৰ্গীয় চন্দ্ৰধৰ গোস্বামীৰ 'জ্যোতিপ্ৰসাদৰ অভিনয় জীৱন' শীৰ্ষক এটি প্ৰবন্ধত বাণ ৰংগমঞ্চৰ তেতিয়াৰ সম্পাদক মহোদয়লৈ জ্যোতিপ্ৰসাদে চিঠি কেইখনমান লিখাৰ বিষয়ে উল্লেখ কৰা হৈছিল আৰু তাত তেওঁ পোৱা চিঠিৰ এই অংশ উদ্ধৃত কৰিছিল ঃ

(খ)

The New Press

Gauhati-Gauhati Upper Ghat Gauhati-Assam

(মাহটোৰ নাম নাই) 24-25

Sir,

আপোনাৰ মোলৈ আৰু প্ৰফুল্ললৈ দিয়া চিঠি পাইছো। আবন, বুলা আৰু আৰেবৰ পাৰ্ট পাইছো। hand bill ইত্যাদিবোৰ পোৱা নাই।

মোৰ শক্তিমতে আবনৰ পাৰ্ট Successful কৰিবলৈ যত্ন নিশ্চয় কৰিম। প্ৰসন্নই আৰেব গ্ৰহণ কৰিছে। কিন্তু প্ৰফুল্লই বুলাৰ পাৰ্ট ওভোটাই দিছো। কোনোমতেই নলয়। জয়মতীৰ অৱশ্যে লৈছে। বুলাৰ পাৰ্টটো স্বৰ্গীয় উত্তম দাস হাকিমৰ পুতেক তেজপুৰত আছিল, শ্ৰীযুত

প্ৰবোধ চন্দ্ৰ দাসক মই দিছো। তেওঁৰ তেজপুৰৰ ষ্টেজত Part লবলৈ বৰ আগ্ৰহ। সেই কাৰণে মই তেওঁক সেই Part টো দিলো। তেওঁ লৈছে। আগেয়ে তেওঁ বুলাৰ পাৰ্ট কৰিছে। এই বিষয়ে আপোনালোকে বিশেষ চিন্তা নকৰিব। এইবাৰ ইয়াৰ পৰা বহুতো ল'ৰা যাবলৈ ওলাইছে। শ্ৰীযুত লক্ষ্মীনাথ দাস, এম, এচ, চি যাব, কামাখ্যা ঠাকুৰ, জয়মঙ্গল বৰুৱা, নগেন বৰুৱা, বজ্ৰেশ্বৰ বৰদলৈকে আদি কৰি বহুতো ল'ৰা যাব। তেওঁলোকৰ আমাৰ ষ্টেজৰ সৈতে সম্বন্ধ পতাৰ ইচ্ছা। প্ৰবোধ দাসো এই সকলৰ ভিতৰত।

[Part চিঠিখনৰ এই অংশ ওপৰৰ চিঠিখনৰ প্ৰথমাংশ কৰি দিলে কথাখিনি একেবাৰে মিলি যাব। স্বৰ্গীয় চন্দ্ৰধৰ গোস্বামী দেৱে শেষ পাতটো জহি যোৱা বুলি উল্লেখ কৰিলেও সম্ভৱতঃ আমি সংগ্ৰহ কৰা ওপৰৰ পাতেই সেই পাত। কিয়নো তেখেতে সংগ্ৰহ কৰা উৎস আৰু আমি সংগ্ৰহ কৰা উৎস একেটাই আছিল- কলিবাৰীৰ স্বৰ্গীয় দুলাল চন্দ্ৰ ভট্টাচাৰ্যৰ ব্যক্তিগত গ্ৰন্থাগাৰ।[২]]

দুয়ো অংশ চিঠি পৰাই এই কথা জানিব পাৰি যে ১৯২৫ চনৰ দুৰ্গা পূজাত বাণ ষ্টেজত 'মিসৰ কুমাৰী' আৰু 'জয়মতী' নাট অভিনীত হৈছিল। 'মিসৰ কুমাৰী'ত আবনৰ চৰিত্ৰ ৰূপায়িত কৰিছিল জ্যোতিপ্ৰসাদে নিজেই। স্বৰ্গীয় কামাখ্যা ঠাকুৰ, স্বৰ্গীয় প্ৰসন্ন লাল চৌধুৰী, স্বৰ্গীয় প্ৰফুল্ল চন্দ্ৰ বৰুৱা, আদিয়ে ইয়াত অংশ গ্ৰহণ কৰিছিল। জ্যোতিপ্ৰসাদে তেজপুৰলৈ সেই মাহৰ ১০ তাৰিখেই এইবাবে গুৱাহাটীৰ পৰা গুচি আহিছিল। [প্ৰফুল্ল-প্ৰফুল্ল চন্দ্ৰ বৰুৱা, প্ৰসন্ন-প্ৰসন্ন লাল চৌধুৰী]

(৩)

**নিকামূল সত্ৰৰ সত্ৰাধিকাৰ স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী দেবলৈ লিখা চিঠিঃ**

স্বাধীনতা যুঁজাৰু সত্ৰাধিকাৰ শ্ৰদ্ধেয় স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী জ্যোতিপ্ৰসাদৰ ৰাজনৈতিক সংগ্ৰামৰ অন্যতম অনুবৰ্ত্তী অনুজ সংগ্ৰামী বন্ধু আছিল। ১৯৪২ চনৰ আন্দোলনত তথা সেই সময়ছোৱাৰ বিভিন্ন কৰ্মসূচীত গহন চন্দ্ৰই জ্যোতিপ্ৰসাদৰ সংগী হিচাপে নিজৰ সেৱা আগবঢ়াইছিল। নিম্নোক্ত চিঠিখন জ্যোতিপ্ৰসাদে তামোলবাৰীৰ পৰা তেখেতলৈ লিখিছিল (চিঠিখন স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী দেৱৰ ব্যক্তিগত গ্ৰন্থাগাৰৰ পৰা সংগ্ৰহ কৰা হৈছিল।)

তামোলবাৰী,
লাহোৱাল,
১২-৫-৪৬

নিবেদন,

আশাকৰো আপোনাৰ কন্যাটিৰ শুভকাৰ্য্য সুকলমে সমাধা হৈ গ'ল। এই সময়ত মই উপস্থিত হবলৈ নোৱাৰি সঁচাকৈয়ে অন্তৰেৰে দুখ পাইছো।

---

[২] গোস্বামী দেৱে লিখিছিল যে বাণ ৰংগমঞ্চলৈ জ্যোতিপ্ৰসাদে নানা দিহা পৰামৰ্শৰে বিলাতৰ পৰা দিয়া চাৰিখন চিঠি দুলাল চন্দ্ৰ ভট্টাচাৰ্য্যৰ হাতত আছিল। পাছত সেইকেইখন নাট্যকাৰ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰাই নিছিল। (প্ৰকাশ, জানুৱাৰী, ১৯৮১ পৃষ্ঠা, ১৮৭)।

সিদিনা বিজয় ভাগৱতী ভিব্ৰুলৈ আহোঁতে মোৰ ইয়ালৈকে আহি গ'ল। বহুদিনৰ মূৰত তেওঁলোকক দেখি বৰ আনন্দ পালোঁ। শ্ৰীযুত অমিয় দাদাকহে দেখাৰ সুবিধা নহ'ল। মই ইয়াত শয্যাগত হৈ থাকোঁতেই তেওঁলোক ভিব্ৰুলৈ আহি গ'ল। সেইকাৰণে লগ পাব নোৱাৰিলো।

আজি ১৫ দিন মানৰ পৰা গাত কিছু বল পাইছো।

আপুনি মাজেসময়ে চিঠি-পত্ৰ লিখি থাকিব। আপোনাৰপৰা চিঠিপত্ৰাদি পাই থাকিলে ভাল পাওঁ।

আশাকৰো ঘৰত সকলোৰে মংগল। মোৰ প্ৰীতি গ্ৰহণ কৰিব।

ইতি

শ্ৰীজ্যোতিপ্ৰসাদ

খামৰ ঠিকনা ঃ

শ্ৰীযুত গহন চন্দ্ৰ গোস্বামী, অধিকাৰ, নিকামূল সত্ৰ।

তেজপুৰ, অসম

(খামৰ ওপৰত ১৯৪৬ চনৰ ১৫ মে'ৰ আবেলি ৩ বজাৰ তেজপুৰ ডাকঘৰৰ ডাকমোহৰ থকা দেখা যায়)

(৪)

(ভাতৃ স্বৰ্গীয় কমলা প্ৰসাদ আগৰবালালৈ লিখা চিঠি ভোলাগুৰি চাহ বাগিছাৰ পৰা।)

Steamer Station-Gamirighat,
Tel. O-Gohpur

Bholaguri Tea Co, Ltd.
Gohpur, P.O. (Darrang. Assam)
The 14th July 1937

শ্ৰীমান অৰুণ,

তোমাৰ চিঠি পালোঁ। মোৰ Dividend Certificate খন হেৰাল। আকৌ তামোলবাৰীলৈ লিখিলেহে হ'ব।

এই চিঠি পায়েই তেজপুৰৰ দোকানৰ গুদামত থকা Studio অৰ ডাঙৰ কাপোৰ ২খন immediately mail অত ইয়ালৈ পঠাই দিবা। জৰুৰী। মই কেইদিনমান আৰু থাকিব লাগিব। দেওবাৰ মানেহে যাম হবলা। আশাকৰো তাত সকলোৰে ভাল।

শ্ৰীজ্যোতি

(৫)

Tezpur
2.9.37

শ্ৰীমান অৰুণ,

তোমাৰ চিঠি পাইছো। কালি মই ভোলাগুৰিৰপৰা আহিছো। সেই কাৰণে উত্তৰ দিয়াত পলম হ'ল। Cinema Hall প্ৰায় Complete হ'ল। September অৰ ১৫ তাৰিখে একেবাৰে Complete হ'ব। ইচ্ছা কৰিলে তোমালোকে ২০ চেপ্টেম্বৰৰ পৰা show আৰম্ভ

কৰিব পাৰা। তাৰমানে প্ৰায় পূজাৰ ২২ দিন মান আগৰেপৰা। আজি মই বিবেকলৈ লিখি দিছো। এনে এটা Hall বনাই পূজাত ইয়াত Show নিদিলে বৰ অশোভন হ'ব। Hall টো বনোৱাত চাৰিওফালে খুব advertisement হৈ গৈছে। পূজাত খুব rush হ'ব যেন অনুমান হয়। কাৰণ Hall চাবলৈকে বহুত মানুহ আহিব। Hall টোৱে তেজপুৰত একৰকম panic (for the amateur theatres) আৰু sensation কৰিছে। Front ৰ structure টো এটা চাবলগীয়া structure হৈছে। সেই কাৰণে বিবেকে যেতিয়া তিনচুকীয়াত নেদেখুৱাইয়েই তেন্তে ইয়াত নিশ্চয় দেখুৱাব লাগিব। আৰু এইবাৰ show নিদিলে আমাৰ ৫০০ টকা মান দেখাদেখিকৈয়ে লোকচান- কাৰণ চিনেমাহলৰ সিফালৰ দোকান দিবলৈ খালী মাটিখিনিতে এতিয়ালৈকে ৪০০ মান offer দিছে। ডাক কৰিলে প্ৰায় ৬০০ টকা উঠিব। এইবাৰ ইয়াত show নিদিলে এই ৬০০ টকা ডাকি উঠাব পৰা নাযাব।

নতুন projector কিনিবৰ কাৰণে মই উপায় চিন্তি আছো। আৰু যিবোৰ plan কৰি কিনাৰ মতলব কৰিছো সেইবোৰ successful হ'লে পূজাৰ ১৫ দিন মান আগতে আনিব যদি পৰা হয়- তেতিয়া হয়তো লক্ষীমপুৰত show িয়াব পৰা হ'ব। দোকানৰ কাৰণে এতিয়া টকা পঠাব পৰা নহ'ব। মই কিছুমান এলুমিনিয়ামৰ বাচনৰ বাবে order দিছো। তুমি ২০০ টকা মানৰ মনোহাৰী, বিশেষকৈ fancy glass আৰু porcelain অৰ বস্তু আৰু ২০০ টকা মানৰ কাটা কাপোৰ তাৰ পৰা V P P. কৰাই দিয়াব পাৰা। ২ সপ্তাহৰ পাছত মই clear কৰিব পাৰিম। তাতকৈ বেছিকৈ নপঠাবা। তৰুণে দিয়া টকাৰে বোধকৰো তুমি মাল কিছু খৰিদ কৰিব পোৱা। ধুতি-থান ইত্যাদি ১০০/২০০ মানৰ locally লৈ এইবাৰ কাম চলাই নিব লাগিব।

তোমালৈ টকা কাইলৈ পঠাম। মাল advance দিবলৈ ৩০ টকা বেছিকৈ পঠাম। ইয়াত ভাল। টকা পালে তুমি সোনকালে গুচি আহিবা।

ইতি

শ্ৰীজ্যোতি

ভোলাগুৰিৰ ১০০ মোন চাহ আজি ৩ সপ্তাহ আগতে চালান হৈ গ'ল। এই সপ্তাহতে ১০০ মোন জাহাজত দিয়া হ'ব। Directors Report দাদালৈ চহীৰ কাৰণে পঠাইছো। গলে general meeting call কৰিম। J.P.A

ভৈযাখন ৬ মাহ বা এবছৰৰ কাৰণে বন্দবস্ত কৰিব লাগে। এইবাৰ পূজাত ইয়াত দেখুৱ:বলৈ লাগিবই। J.P.A. :

অৰুণ স্বৰ্গীয় কমলাপ্ৰসাদ আগৰৱালা। ওপৰত উল্লেখিত এই দীঘলীয়া চিঠিখনত প্ৰথমে 'জোনাকী' চিনেমা হলৰ কথাই কোৱা হৈছে। ১৯৩৭ চনত ইয়াৰ জন্ম। ইয়াক সৃষ্টি কৰিছিল জ্যোতিপ্ৰসাদেই। ১৫ চেপ্তেম্বৰত সম্পূৰ্ণ হয়। চিঠিৰ মতে ২০ চেপ্তেম্বৰৰ পৰা চিনেমা দেখুৱাৰ কথা। জ্যোতিপ্ৰসাদৰ নিজৰ ভাষাত 'ই এটা চাবলগীয়া structure হৈছে।' তেজপুৰত ই এক আলোড়ণৰ সৃষ্টি কৰিছিল।

১৯৮৭ চনৰ ডিচেম্বৰ মাহত আগৰৱালা পৰিয়ালৰ, বিশেষকৈ, ভাতৃ শ্ৰীহৃদয় আগৰৱালাৰ পৰিচালনাত জোনাকী চিনেমাৰ সোণালী জয়ন্তী উৎসৱ উদ্‌যাপিত হয়। এই সংক্ৰান্ততে এই চিঠিখনো এক ঐতিহাসিক সমল।

।। আৰু দুখন আপুৰুগীয়া চিঠি।।

নিম্নোক্ত চিঠি দুখন ঐতিহাসিক আৰু সাহিত্যিক দিশৰপৰা অতি মূল্যৱান। 'জ্যোতি ভাৰতী'ত সংগ্ৰহ কৰা অন্যান্য কেইখনমান চিঠিৰ নথিৰপৰা তেতিয়াৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীযুত ডিম্বেশ্বৰ দাস ডাঙৰীয়াই আমাক প্ৰকাশৰ বাবে দিয়ে। দুয়োখন চিঠি স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাই জ্যোতিপ্ৰসাদলৈ লিখা। বৰ্তমানে 'জ্যোতি -ভাৰতী'ত সংৰক্ষিত।

(১৯৬৯ চনত অসম সাহিত্য সভাই ডঃ মহেশ্বৰ নেওগ দেৱৰ দ্বাৰা সম্পাদিত 'বেজবৰুৱাৰ পত্ৰলেখা'ত এই চিঠি দুখন সন্নিবিষ্ট কৰা নাই। 'জ্যোতি ৰচনাৱলী'তো নাই। সেইহিচাপে ই এতিয়ালৈকে অপ্ৰকাশিত।)

(৬)

Sambalpur
23.7.35

জ্যোতি বোপা,

তোমাৰ চিঠি পাই আজিয়েই মোৰ বক্তব্যৰ দীঘল প্ৰবন্ধ এটা 'অসমীয়া'লৈ পঠিয়ালোঁ। পঢ়িলে সকলো বুজিবা। হৰকান্তৰ বুৰঞ্জী সত্য বেদ বাক্য বুলি ধৰাটো একেবাৰেই ভুল। তেওঁ নাজানি বা ভালকৈ নাজানি জয়মতীৰ কথা লেখিছে, ইত্যাদি মোৰ প্ৰবন্ধত দেখুৱাইছোঁ। অসমীয়া মানুহৰ ইমান এটা ডাঙৰ imagination নাছিল, যে জয়মতীৰ ঘটনাক ইমানকৈ সাজি সদিয়াৰ পৰা ধুবুৰীলৈকে প্ৰচাৰ কৰিছিল। হৰকান্তৰ জয়মতীত একো নাই। সেই জয়মতী এজনী ordinary তিৰোতা। মোৰ কিতাপত লেখা জয়মতী কাহিনীয়েই universally admitted known fact, অথবা জয়সাগৰ, জয়দৌলবোৰ অসাৰ্থক। মোৰ criticism দেখিলেই বুজিবা। শ্ৰীশংকৰদেৱক দামোদৰৰ শিষ্য আৰু দামোদৰক চৈতন্যৰ শিষ্য পাতি দুখন কিতাপ লেখি ছপা কৰাৰে নিচিনাও এইটো, নিশ্চয় জানিবা।

তুমি নিৰ্ভয়ে কাম কৰি যোৱা। মই controversyত সোমাবলৈ ৰাজী আছোঁ। অনাৱশ্যক criticism দেখি নদমিবা। মই কিন্তু গদাপাণিক নগাবেশেৰে জেৰেঙালৈ অনাহেতেন ভাল পালোহেঁতেন। সেইটো সত্য ঘটনা। তাৰ বাহিৰে গদাপাণি কেতিয়াও নিষ্কলঙ্ক hero নহয় আৰু হ'বও নোৱাৰে। মোৰ প্ৰবন্ধত দেখুৱাইছোঁ। জয়মতীহে ideal সতী heroine।

বাহুল্যকৈ নেলেখোঁ। মোৰ দীঘল প্ৰবন্ধটোত সকলো লেখিছোঁ। ভালে আছো। তোমাৰ মংগল কামনা কৰো।

মৰমৰ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

(৭)

সম্বলপুৰ
৪-৮-৩৫

জ্যোতি বোপা,

'অসম' কাকতৰ গুৰিত আহোম আৰু দৈবজ্ঞ ব্ৰাহ্মণ, সেইদেখি জয়মতীৰ প্ৰতিবাদটো মই তালৈ নপঠিয়াই তোমালোকৰ 'অসমীয়া'লৈ পঠিয়াইছিলোঁ, এই ভয়ত, যদি 'অসমে' নছপায়; কিন্তু 'অসমীয়া'ইও আজিলৈকে নছপালে। মই প্ৰবন্ধটো ৰেজিষ্টাৰি কৰি পঠিয়াইছিলোঁ। 'অসম' আৰু তাৰ পাছত 'আৱাহন'ত শ্ৰীযুত ৰজনী বৰদলৈয়ে একে কথাকে লেখি, ফপজুতা বুৰঞ্জী এখনৰ ওপৰত নিৰ্ভৰ কৰি সেইদৰে লেখি তোমাৰ businessৰ ক্ষতি কৰিলে অথচ তাৰ প্ৰতিবাদ তোমালোকৰ কাকতে নছপায়- বোধকৰো আহোমে বেয়া পাব বুলি। মই যি লেখিছিলোঁ বুৰঞ্জীৰ কথাকে লেখিছিলোঁ; অৱশ্যে কাকো আক্ৰমণ কৰি নহয় তথাপি এনে। তুমি প্ৰবন্ধটো আনি পঢ়ি চাবা; তাৰ পিছত মোলৈ পঠিয়াই দিবা, পাৰোঁ যদি 'আৱাহন'ৰ হতুৱাই ছপোৱাম। তাৰ কপি মই ৰখা নাছিলোঁ,- দীঘলীয়া প্ৰবন্ধ - এলাহত। এতিয়া সিয়ো গ'ল যেন দেখিছোঁ। সঁচা কথা কবলৈ বা লেখিবলৈ মই কেতিয়াও ভয়কৰা নাই, নকৰোও; মোৰ কথাৰ প্ৰতিবাদ কৰিলে মই তাৰ উত্তৰ দিবলৈকো সাজু।

জানি থবা, বৰ্ত্তমান জয়মতীৰ চলিত কাহিনীয়েই সত্য। হৰকান্তৰ বুৰঞ্জীৰ জয়মতী, জয়মতী নহয়। সেই জয়মতীৰ গৌৰৱ একো নাই, সাধাৰণ তিৰোতা। ইমান এটা fraud আজি অতকাল অসমৰ ইমূৰৰ পৰা সিমূৰলৈ নচলিলেহেঁতেন। হৰকান্তই imperfect knowledgeৰ ওপৰত লেখিছে। অথবা, আচল কথা, কি কাৰণত কব নোৱাৰো, গোপন কৰিছে। হৰকান্তৰ বুৰঞ্জী মানিবলৈ গলে- জয়সাগৰ, জয়দৌল এই এটাইবোৰ fraud। তেনে নিশ্চয় নহয়। গদাধৰ সিংহই জয়মতীৰ স্মৃতিচিহ্ন ৰখা নাছিল; কাৰণ গদাধৰ is not what you think. জয়মতীৰ পুতেক ৰুদ্ৰসিংহইহে সেই দেবীতুল্য মাকৰ স্মৃতি ৰাখিলে। মোৰ প্ৰবন্ধত এইবোৰ বাহুল্যকৈ লেখিছোঁ, পঢ়িবা। পাৰা যদি 'অসমীয়া'ত ছপোৱাবা; নতুবা দহোকুৰি মোলৈ প্ৰবন্ধটো ওভোটাই দিবলৈ কবা। মই বুঢ়া মানুহ, সি মোৰ অনেক পৰিশ্ৰমৰ ফল। আকৌ লেখিবলৈ হ'লে মই 'নাচাৰ'।

ভালে আছোঁ। তোমালোক ভালে আছাতো? জয়মতী ফিল্ম ভাল চলিছেতো? ঈশ্বৰে কৰক-চলক।

মৰমৰ
শ্ৰীলক্ষীনাথ বেজবৰুৱা

**'জয়মতী'ৰ কাহিনীৰ ঐতিহাসিকতাক লৈ সেইসময়তো যথেষ্ট আলোচনা-বিলোচনা প্ৰকাশ হৈছিল। এই বিতৰ্কৰ আজিও শেষ হোৱা নাই। কিন্তু জ্যোতিপ্ৰসাদৰ 'জয়মতী' চিনেমাৰ বাবে বেজবৰুৱাৰ 'জয়মতী'য়েই প্ৰেৰণাৰ উৎস আছিল। এই সম্পৰ্কে জ্যোতিপ্ৰসাদে কৈছিল যে হৰকান্ত সদৰ আমিনৰ "পদ্য বুৰঞ্জীত জয়মতীৰ কাহিনী কিছু বেলেগকৈ দিয়া আছে। এই বিষয়ে সাহিত্যৰথী বেজবৰুৱা আৰু ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ ভিতৰত কাকতৰ যোগেদি যথেষ্ট**

আলোচনা-বিলোচনা হৈছিল। ড° বাণীকান্ত কাকতিদেৱ আৰু ড° সূৰ্য্যকুমাৰ ভূঞাৰ পৰামৰ্শমতে আমি ৰত্নেশ্বৰ মহন্তৰ কাহিনী আৰু তুংখুঙীয়া বুৰঞ্জীৰ তথ্যৰ ওপৰতেই জয়মতী ফিল্মৰ আখ্যান প্ৰতিষ্ঠিত কৰিছিলোঁ।"[৩]

জ্যোতিপ্ৰসাদলৈ লিখা ওপৰৰ উল্লেখিত চিঠি দুখনত লক্ষ্মীনাথ বেজবৰুৱাই সেই প্ৰসংগই উত্থাপন কৰিছিল।

'জয়মতী' ছবি কৰাৰ পাছত জ্যোতিয়ে বহুত বিৰূপ সমালোচনা আৰু অনাদৰ পোৱাৰ কথাও বিস্তৰভাবে জনা যায়। কিন্তু তেজপুৰত ১৯৩৫ চনত অনুষ্ঠিত হোৱা ৰাজহুৱা বিহু সন্মিলনত ৰাইজে গ্ৰহণ কৰা প্ৰস্তাৱেই জ্যোতিপ্ৰসাদক সমাজমুখে প্ৰদান কৰা শ্ৰদ্ধা, প্ৰীতি আৰু আশীৰ্বাদে সেই সমালোচনা নাকচ কৰি দিছে। (পাঠান্তৰত এই প্ৰস্তাৱ দ্ৰষ্টব্য)।

আৰু এটা কথা। উপৰ্য্যুক্ত ৬ আৰু ৭ নং চিঠিত লক্ষ্মীনাথ বেজবৰুৱাই উল্লেখ কৰা 'জয়মতী' সম্পৰ্কীয় এই বিশেষ মূল্যৱান প্ৰবন্ধটো 'অসমীয়া'ত প্ৰকাশ হৈছিল নে নাই জনা নাযায়। এতিয়ালৈ বেজবৰুৱাৰ প্ৰকাশিত ৰচনাৱলীৰ ভিতৰত ক'তো সন্নিবিষ্ট হোৱা নাই। এই বিষয়ত অনুসন্ধানৰ থল আছে।

***

৩. জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃঃ ৫১৭।

# ভোলাগুৰি চাহবাগিচা, 'জয়মতী' আৰু চিত্ৰবন ষ্টুডিঅ'

"জয়মতী চিত্ৰৰ জ্যোতিয়ে দিছে আজি নতুন প্ৰেৰণা
দ্বিগ্বিজয়ী অসম সন্তানে কৰে যেন অসাধ্য সাধনা।"[১]

কাব্যপ্ৰসিদ্ধি থকা বলম আৰু বালিজান নৈৰ পাৰ। ভোলাগুৰি চাহ বাগিচা। আগৰৱালা পৰিয়ালৰ চাহ বাগিচা। অসমৰ ফিল্ম-শিল্পৰ প্ৰথম প্ৰতিষ্ঠান চিত্ৰলেখা মুভিটোন কোম্পানীৰ ফিল্ম-শিবিৰ 'চিত্ৰবন' ইয়াতে প্ৰতিষ্ঠা হয়। জ্যোতিপ্ৰসাদে নিজে লিখিছে ঃ

"১৯৩৩ চনত মই চিত্ৰবন প্ৰতিষ্ঠা কৰি প্ৰথম অসমীয়া কথাছবি 'জয়মতী'ৰ প্ৰযোজনা কৰো। এখন অসমীয়া কথাছবি উলিওৱা সেই সময়ত এটা অসম্ভৱ কথায়েই আছিল।"[২] ১৯৩৪ চনৰ প্ৰথম ভাগত জ্যোতিপ্ৰসাদৰ পিতৃ পৰমানন্দই এই চিত্ৰবন উদ্বোধন কৰে। ইয়াতে এটা সম্পূৰ্ণ চাউণ্ড ষ্টুডিঅ' স্থাপিত হৈছিল। কেমেৰা, চাউণ্ড ৰেকডিং যন্ত্ৰ আৰু লেবোৰেটৰী- এই সকলো আছিল। জ্যোতিপ্ৰসাদক চাউণ্ড টেকনিচিয়ানে নঠগোৱা হ'লে আৰু আৰ্থিকভাবে 'জয়মতী'য়ে দুৰ্বল নকৰা হ'লে ই স্থায়ী হৈ ১৯৫০ চনৰ ভিতৰতে এটা বৃহৎ প্ৰতিষ্ঠান হ'লহেঁতেন বুলি জ্যোতিপ্ৰসাদে নিজে কৈ গৈছে।

'জয়মতী'ৰ প্ৰযোজনাৰ সময়তে জ্যোতিৰ পিতৃ-মাতৃৰো পৰলোক হয়। ১৯৩৫ চনত 'জয়মতী' সম্পূৰ্ণ হয়। এই বছৰৰে ১০ মাৰ্চ তাৰিখে দৌল-পূৰ্ণিমাৰ দিনা লক্ষ্মীনাথ বেজবৰুৱাই কলিকতাৰ ধৰ্মতলাৰ 'ৰাওনাক্ মহল' নামৰ বোলছবি প্ৰেক্ষাগৃহত প্ৰদৰ্শন-অনুষ্ঠান মুকলি কৰে। এই সম্পৰ্কত জ্যোতিপ্ৰসাদে ১/৩/৩৫ তাৰিখে বেজবৰুৱালৈ চিঠি লিখিছিল এইদৰে[৩] ঃ

নিবেদন,

আপুনি শুনি বিশেষকৈ ৰং পাব যে আজি ডেৰ বছৰৰ আগতে হাতত লোৱা 'জয়মতী' ফিল্ম এতিয়া ৰাইজৰ আগত দিবলৈ সম্পূৰ্ণ ৰূপে তৈয়াৰী হ'ল। এই সোমবাৰে Board of Censors ত দিয়া হ'ব। তাৰ পাছত আমি এই ছবিখনি প্ৰথমতে কলিকতাতে দেখুৱাবলৈ ইচ্ছা

১. 'চিত্ৰজ্যোতি' ঃ অতুল চন্দ্ৰ হাজৰিকা।
২. 'অসমৰ ফিল্ম শিল্প' ঃ জ্যোতিৰ্ধাৰা (পৃঃ ৯৩)।
৩ পত্ৰলেখা ঃ অসম সাহিত্য সভা (পৃঃ ২৮১)।

কৰিছোঁ। আৰু সেই উপলক্ষে আপোনালৈ এই খাটনি জনালোঁ। 'জয়মতী'ক প্ৰথম দিনাই যেন আপুনি ৰাইজক চিনাকি কৰি দিয়েহি আৰু আপোনাৰ ডালিমীক আশীৰ্বাদ দি যায়হি। অহা সপ্তাহতে আমি ছবি কলিকতাতে Open কৰিবলৈ দিহা কৰিছোঁ। এই বিষয়ে আপোনাৰপৰা Telegraph এৰে জানিবলৈ বাট চাই থাকিলোঁ। মোৰ ভক্তি আৰু শ্ৰদ্ধা গ্ৰহণ কৰিব। ইতি

আপোনাৰ

বিনীত

শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা

এই মতে বেজবৰুৱাই 'জয়মতী' উদ্বোধন কৰি ১৯৩৫ চনৰ ১০ মাৰ্চত নিজৰ দিনলেখাত উল্লেখ কৰি থয়।

Opened the film at the Raonak-mahal cinema house at 9 a.m. with a speech in Assamese. Pleased with the show. Delighted to see sprightly Dalimi in flesh and bones in the film. My fancy realised. On the whole the film is a success barring the sound-defects and other minor short comings.[4]

'জয়মতী' ছবি প্ৰস্তুত কৰিবলৈ লোৱা সংবাদে সেই সময়ত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। সবাক চিত্ৰৰ প্ৰচলন সেই সময়ত হৈছিল যদিও সমগ্ৰ ভাৰতবৰ্ষতে ই চালুকীয়া অৱস্থাতে আছিল। অসমত ই এক আশাৰ বতৰা আছিল। ১৯৩৩ চনৰ মাৰ্চ-এপ্ৰিলৰ (১৮৫৫ শক, চ'ত সংখ্যা) 'আৱাহন'ত সম্পাদকীয় স্তম্ভত সম্পাদকে লিখিছিল এনেদৰে ঃ

"-ইংলণ্ড আৰু আমেৰিকাৰ সবাক চিত্ৰত অসাধাৰণ অৰ্থাগমৰ কাৰণ এই যে সেই দেশৰ ছবিবোৰে অকল সেই দেশতেই নহয় পৃথিৱীৰ ইংৰাজী প্ৰচলিত সকলো দেশতেই প্ৰচাৰ লাভ কৰে কিন্তু আমাৰ দেশৰ সবাক চিত্ৰৰ বজাৰ সেই অনুপাতে ঠেকু—অসমীয়াৰ আৰু ঠেক। এই এটি অসুবিধা আগত লৈও আমাৰ অক্লান্ত কৰ্মী অসমীয়া ডেকা শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে 'চিত্ৰলেখা মুভিটোন কোম্পানী' স্থাপিত কৰি অসমীয়া ডেকা-গাভৰুসকলক হাতত লৈ অসমীয়া সবাক চিত্ৰ উলিয়াবলৈ আয়োজন কৰি সকলোৰে মনত আশাৰ বিজুলী চমকাইছে। প্ৰথম চিত্ৰৰ কাৰণে জয়মতী নাটৰ বাছনি অতি সুন্দৰ হৈছে। যি শুনা গৈছে অসমীয়া ঠাচত প্ৰাকৃতিক ৰূপ দিবলৈ সকলোৰকমৰ চেষ্টা আৰু যো-জা চলিছে। বীৰ গদাপাণি আৰু সতী জয়মতীৰ তপত চকুলো বোওৱা কৰুণ কাহিনীভৰা নাটখনিয়ে নতুন ৰূপ লৈ সকলোৰে মাজত সমাদৃত হৈ শ্ৰীযুত আগৰৱালাদেৱৰ চেষ্টা আৰু প্ৰয়োজন সাফল্যমণ্ডিত কৰক- এয়ে আশা। ছবিখন বহল প্ৰচাৰৰ উপযোগী কৰিবলৈ লগে

[4] বেজবৰুৱাৰ দিনলেখা (দ্বিতীয় খণ্ড)ঃ অসম সাহিত্য সভা, (পৃঃ ১৭৪)।

লগে এটি হিন্দী 'ভাৰ্ছন' উলিওৱাৰ দিহা কৰাটো ভাল হৈছে।"[৫]

**অসমৰ প্ৰথম ছবি জয়মতীৰ চিত্ৰাভিনেতাসকল ঃ**

'অসমৰ ৰূপালী পৰ্দাত খোজ পেলাই জ্যোতি-যজ্ঞত ইন্ধন যোগোৱা ডেকা গাভৰুসকল'ৰ নাম ঠাউকতে পাবলৈ টান হৈছে। সাহিত্যাচাৰ্য্য ˚ অতুল চন্দ্ৰ হাজৰিকাদেৱে কিছুমান নাম 'প্ৰকাশ' (জানুৱাৰী, ১৯৮১)ত প্ৰকাশ কৰিছে যদিও সম্পূৰ্ণ নহয়। জ্যোতিপ্ৰসাদৰ অন্যতম ভাতৃ শ্ৰীহৃদয় আগৰৱালা দেৱলৈ ১৯৭৫ চনত ˚ ফুনু বৰুৱাদেৱে এখন চিঠিৰে কিছুনাম তেখেতলৈ প্ৰেৰণ কৰিছিল। ১৯৮৫ চনত সাংস্কৃতিক সঞ্চালকালয়ে 'শিল্পী সম্বৰ্ধনা' নামৰ এখন পুস্তিকাত কেইগৰাকীমান জীৱিত শিল্পীৰ টোকা প্ৰকাশ কৰিছিল। এইআটাইকেইখন তুলনা কৰি আমি এইসকলৰ নাম পাওঁ ঃ

| | |
|---|---|
| ১। ল'ৰা ৰজা- | শ্ৰীনৰেন বৰদলৈ, নগাঁও |
| ২। লালুকসোলা বৰফুকন- | ড° ললিত মোহন চৌধুৰী, তেজপুৰ |
| ৩। বৰগোহাঁই- | ˚ প্ৰফুল্ল চন্দ্ৰ বৰুৱা, শিৱসাগৰ |
| ৪। বৰপাত্ৰ গোহাঁই- | ভোলাগুৰিৰ বুঢ়া দোকানীজন। |
| ৫। গদাপাণি- | ˚ ফুনু বৰুৱা (পৰশুৰাম বৰুৱা), শিৱসাগৰ |
| ৬। গাঠি হাজৰিকা | ˚ ফণী শৰ্মা, তেজপুৰ |
| ৭। দিলিহিয়াল ফুকন- | ˚ মনোভিৰাম বৰুৱা |
| ৮। চাওদাং বৰুৱা- | ˚ গোবিন্দ চন্দ্ৰ চৌধুৰী, মৌজাদাৰ |
| ৯। কোঁৱৰসকল- | ˚ গজেন বৰুৱা, জামুগুৰি |
| | শ্ৰীশুভৰাম বৰুৱা, গুৱাহাটী |
| | এড়ৱেল (এজন খাছি ডেকা, চকু কঢ়া) |
| | ˚ প্ৰতাপ বৰুৱা, তেজপুৰ |
| | শ্ৰীশিৱ প্ৰসাদ বৰুৱা, পাভৈ |
| | গোলাপ ভূঞা, বিহখোৱা |
| | শ্ৰীউপেন ভাগৱতী, শিলপুখুৰী, গুৱাহাটী |
| ১০। পৃথু চাংমাই- | শ্ৰীৰসধৰ বৰা, ৰংমহল, উত্তৰ গুৱাহাটী |
| ১১। লাই- | শ্ৰীজয়ন্ত কুমাৰ বৰুৱা, গুৱাহাটী |
| ১২। লেচাই- | ৰঞ্জিত কুমাৰ বৰুৱা, দুলিয়াজান |
| ১৩। বাৰেচহৰীয়া ভাওনা-কৃষ্ণ- | পূৰ্ণ শৰ্মা বৰঠাকুৰ, বিশ্বনাথ চাৰিআলি। |
| অসুৰ- | ঠানুৰাম বৰা, ডেকাৰগাওঁ |

---

[৫] 'অসমীয়া সবাক চিত্ৰ' — সম্পাদকীয় ঃ চ'ত, ১৮৫৫শক, 'আৱাহন'।

| | |
|---|---|
| ১৪। নগা- | * নবীন কুমাৰ আগৰৱালা |
| নগাগাম- | ধাতুৰাম ডেকা, ৰজাদুৱাৰ |
| ১৫। মেমেৰাচাওদাং- | * চামচুল হুদা, নগাঁও |
| | (নেনাই চমুৱা ?) |
| ১৬। কৰিয়া চাওদাং- | মোহন ফুকন, মৌজাদাৰ, চাৰিং |
| ১৭। চাওদাং- | শুভ বৰুৱা, উজান বজাৰ, গুৱাহাটী |
| জাঠিমৰা- | শ্ৰীযোগেন্দ্ৰ নাথ বৰা, বেবেজীয়া, গমিৰি |
| ১৮। চাওদাং- | পুতুল দাস |
| | শ্ৰীচণ্ডীৰাম কোচ, গমিৰি |
| ১৯। চাওদাং আৰু ব্যৱস্থাপনা - | শ্ৰীমহীধৰ কলিতা, কেতেকীবাৰী |
| | * বেদানন্দ শৰ্মা, তেজপুৰ |
| চোৰাংচোৱা ( ?) | হৰেণ শৰ্মা |
| তামোলগছত উঠি | |
| গদাপাণিক বিচৰা চাওদাং- | শ্ৰীচণ্ডীৰাম বৰ্মন, তেজপুৰ |
| ২০। চাওদাং- | জানকীৰাম |
| (গদাপাণিক মাৰিব খোজা) | |
| ২১। ডালিমীৰ ভায়েক- | কে, কে, বৰুৱা, ডিগবৈ |
| ২২। ল'ৰা ৰজাৰ গা-ৰখীয়া- | ব্ৰতেশ্বৰী ৰাজকুমাৰী, মহুৰামুখ, গোলাঘাট |
| ২৩। লিটিপ চিপাদাৰ | গগৈ ( ?) |
| ২৪। Editing | * ৰাজেন্দ্ৰনাথ বৰুৱা, চাৰিগাঁও, যোৰহাট |
| ২৫। জয়মতী- | শ্ৰীমতী আইদেউ সন্দিকৈ, মহুৰামুখ (পানীদিহিঙীয়া) |
| ২৬। ৰাজমাও- | শ্ৰীমতী মোহিনী ৰাজকুমাৰী, মহুৰামুখ |
| ২৭। পাটমাদৈ- | শ্ৰীমতী ৰেৱতী কটকী, জামুগুৰি, (ভোগেশ্বৰী বৰা, চতিয়া ?) |
| ২৮। তৰবৰী- | শ্ৰীমতী ভনিটি বুঢ়াগোহাঁই, গোলাঘাট |
| ২৯। সেউতী- | শ্ৰীমতী সুবৰ্ণৰেখা শইকীয়া, জামুগুৰি, |
| | (কমাৰচুবুৰী, তেজপুৰ) |
| ৩০। লিগিৰী- | ভালুকী, মহুৰামুখ, গোলাঘাট |
| | বানেশ্বৰী বৰা, চতিয়া |
| | সুখমাই |
| | শ্ৰীমতী দীনেশ্বৰী ৰায়ভূঞা, জামুগুৰি |
| ৩১। ঘাই কাৰেঙৰ লিগিৰী- | উপা কটকী, গমিৰি |
| ৩২। ডালিমী- | * স্বৰ্গজ্যোতি বৰুৱা, গোলাঘাট |

তদুপৰি অন্যান্য চাওদাং, লিগিৰা-লিগিৰী আদিৰ ভাওত ভোলাগুৰি বাগিচা আৰু এই অঞ্চলৰ ওচৰৰ লোকেও হেনো অংশ গ্ৰহণ কৰিছিল। গমিৰি অঞ্চলৰ শ্ৰীলোকনাথ কটকীও 'জয়মতী'ত এজন কোঁৱৰৰ ভাঁও লৈও জ্যোতিপ্ৰসাদক সাজ-সজ্জা, চিত্ৰাংকন আদি বিভিন্ন দিশত সহায় কৰি দিছিল। ড° ভূপেন হাজৰিকাই গৰখীয়া ল'ৰাৰ ভাও কৰিছিল, মিনেশ্বৰ দাসে কাৰিকৰী দিশত সহায় কৰিছিল, স্বৰ্ণলতা সিংহ সহযোগী শিল্পী আছিল আৰু শ্ৰীহৃদয় আগৰৱালা আৰু বিবেক আগৰৱালাই ব্যৱস্থাপনাত সহায় কৰিছিল।

**জ্যোতিপ্ৰসাদে নিজ হাতে লিখা 'জয়মতী'ৰ শিল্পীৰ বাবে বিজ্ঞাপন ঃ ১৯৩৩ চন ঃ**

জ্যোতিপ্ৰসাদে উপযুক্ত অভিনেতা-অভিনেত্ৰী বিচাৰি বাতৰি কাকতত বিজ্ঞাপন দিছিল। এই সম্পৰ্কে নটসূৰ্য্য ফণী শৰ্মাই তেওঁৰ 'ৰং বিৰঙ'ত লেখিছে (শৰ্মা তেতিয়া ডুমডুমাত থিয়েটাৰ কৰাত ব্যস্ত)ঃ

"- এদিন তাহানি যোৰহাটৰপৰা ওলোৱা দৈনিক বাতৰি কাগজত এটা বিজ্ঞাপন পালোঁ যে জ্যোতিপ্ৰসাদ আগৰৱালাই লক্ষ্মীনাথ বেজবৰুৱাৰ 'জয়মতী' নাটকৰ আলম লৈ এখনি কথাছবি নিৰ্মাণ কৰিবলৈ আগবাঢ়িছে আৰু তাৰ কাৰণে উপযুক্ত অভিনেতা আৰু অভিনেত্ৰী লাগে। সেইদিনাই এখন চিঠি ডাকঘৰত পেলালোঁ।"[৬]

জ্যোতিপ্ৰসাদে নিজ হাতে ইংৰাজী আৰু অসমীয়া ভাষাত লিখা সেই মুল বিজ্ঞাপনৰ টুকুৰা এই লেখকে সংগ্ৰহ কৰিছিল। তলত পাঠাংশ দিয়া হ'ল।[৭]

| মুনিহ ভাৱৰীয়া | বানচ | লাভৰ অংশ (শতকৰা) |
|---|---|---|
| ১। ল'ৰাৰজা | ১০০্ | ১্ |
| ২। গদাপাণি | ২০০্ | ১্ |
| ৩। আতন বুঢ়াগোহাঁই | ২০০্ | ১্ |
| ৪। লাই থেপেনা বৰগোহাঁই | ৫০্ | |
| ৫। লাচকমল বৰপাত্ৰ | ৫০্ | |
| ৬। খুহুটিয়া শৰ্মা | ১০০্ | |
| ৭। পিথু চাংমাই | ৫০্ | |
| ৮। Manama Gam | ২৫্ | |
| ৯। কোমল | ২৫্ | |
| ১০। চাওদাং বৰুৱা | ২৫্ | |

৬. 'ফণী শৰ্মা ৰচনাৱলী' (পৃঃ ৬৫০-৫১)।

৭. শিল্পী দিবসৰ স্মৃতিগ্ৰন্থ 'চিত্ৰৰূপা' (গহপুৰ), ১৯৮৯ আৰু 'অসম সাহিত্য সভা পত্ৰিকা' (১৯৯২-৯৩)ৰ 'জ্যোতিপ্ৰসাদ সংখ্যা'ত এই লেখকে প্ৰকাশ কৰিছিল।

| | |
|---|---|
| ১১। বন্দীশাল বৰুৱা | ২৫ |
| ১২। মুক্তিয়াৰ | ২৫ |
| ১৩। নেনাই চমুৱা | ২৫ |
| ১৪। লিটিক চিপাদাৰ | ২৫ |
| ১৫। লাই | ৫০ |
| ১৬। লেচাই | ৫০ |
| ১৭। ভকত | ২৫ |

ইয়াৰ বাহিৰেও বৈদ্য, চন্তৰী, চাওদাং, বাটৰুৱা, নাৱৰীয়া, নগা ইত্যাদি সৰু-সুৰা ভাও অনেক আছে। তেনেকুৱা ভাও যদি কাৰো লৈ ফিল্মৰ বিষয়ে অভিজ্ঞতা লাভ কৰিবৰ কাৰণে কোনো ইচ্ছুক হয় তেন্তে তেখেতসকলক আমাৰ গ্ৰহণ কৰা হ'ব আৰু ৫ টকাৰপৰা ১০ টকালৈ বানচ দিয়া হ'ব।

| | তিৰোতা | জোখ | বানচ | লাভৰ অংশ |
|---|---|---|---|---|
| ১। | জয়মতী | ২০-৩০ বয়স<br>৫/৫।। ফিট ওখ,<br>লনি গাৰ গঢ়ৰ,<br>মজলীয়া শকত। | ২০০ | শতকৰা ১ |
| ২। | ডালিমী | ১১-১৫ বছৰ<br>৪/৪।। ফিট ওখ<br>সুন্দৰী X X X | ২০০ | শতকৰা ১ |
| ৩। | ৰাজমাও | | ৫০ | |
| ৪। | পাটমাদৈ | | ১০০ | |
| ৫। | তৰবৰী | | ১০০ | |
| ৬। | বন্দুলী | | ১০০ | |
| ৭। | সেউতী | | ১০০ | |

ইয়াৰ বাহিৰেও পোহাৰী, গামনী আৰু আন আন সৰু-সুৰা তিৰোতা ভাওৰ কাৰণে ৫ টকাৰপৰা ১০ টকালৈকে বানচ দিয়া হ'ব। ইয়াত দিয়া জোখ-মাখৰ অলপ-চলপ হীন-দেড়ি হ'লেও চলিব" ঃ

**'চিত্ৰবন'ৰ সপোন ঃ**

'জয়মতী'ৰ দ্বিতীয় সংস্কৰণৰ প্ৰচাৰ- পুস্তিকাত 'চিত্ৰবনৰ বুৰঞ্জী' নামৰ এটি চমু টোকা লিপিবদ্ধ আছে। তাতে এইখিনি কথাও লিখা আছিলঃ

**ঃ"জ্যোতিপ্ৰসাদে 'চিত্ৰবন' এক ব্যৱসায়ী শিল্প-প্ৰতিষ্ঠান হিচাবে পতা নাছিল। এই 'চিত্ৰবন' ফিল্ম-শিল্পৰ ওপৰত ভেজা লৈ এখনি সংস্কৃতি-কেন্দ্ৰ (Culture-Centre) হিছাবেহে পাতিবলৈ বিচাৰিছিল। কিন্তু সেই সপোন নফলিয়ালে।" ঃ**

ভোলাগুৰি-চিত্ৰবনক লৈজ্যোতিপ্ৰসাদৰ এই সপোন আজি ফলিবনে? **'সপোন দেখাতে সিজিব কৰ্ম'?**

**ঔপন্যাসিক ৰজনী কান্ত বৰদলৈৰ চিঠি চন্দ্ৰকুমাৰলৈ (অপ্ৰকাশিত) ঃ**

সংগীত ওজা লক্ষীৰাম বৰুৱাৰ সহযোগী, জ্যোতিপ্ৰসাদৰ ঋষিতুল্য পিতৃ, 'কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ পৰম বিস্ময় মনে' কীৰ্ত্তনৰ এই পদ জাত লগাই অৰ্গেনৰ সৈতে গাই জ্যোতিপ্ৰসাদক নতুন চিন্তাৰ সম্ভেদ দিয়া পৰমানন্দ আগৰৱালাৰ মৃত্যু হৈছিল ইং ১৯৩৪ চনত আৰু মাতৃৰ মৃত্যু হৈছিল ইং ১৯৩৩ চনত- জয়মতী ফিল্ম প্ৰযোজনাৰ সময়ত। এই মৃত্যুৰ সংবাদত আগৰৱালা পৰিয়ালৰ অসমৰ সংস্কৃতিলৈ অৱদানৰ কথা সোঁৱৰণ কৰি ঔপন্যাসিক স্বনামধন্য ৰজনী কান্ত বৰদলৈ ডাঙৰীয়াই তেওঁৰ বন্ধু চন্দ্ৰ কুমাৰ আগৰৱালা দেৱলৈ এখন আপুৰুগীয়া চিঠি লিখিছিল। 'জ্যোতি ভাৰতী'ৰ পৰা সংগ্ৰহ কৰা এই চিঠিখনৰ পূৰ্ণপাঠ।*

ওঁ জয় যাদবৰায়

হেবেদা বাগীচা
মাকুম জংচন
২৯/৭/৩৪

বন্ধুবৰ শ্ৰীযুক্ত চন্দ্ৰকুমাৰ আগ্ৰাৱালা দেৱ

আপোনাৰ ভাতৃ পৰমানন্দ আগ্ৰাৱালা দেৱৰ অলপ অসময়ত মৃত্যু হোৱা বাতৰিপাই দুখিত হলোঁ। তেওঁ মোৰ এজন প্ৰিয়তম বন্ধু আছিল। "বাতৰিয়ে" উচিত গুণ গাইছে। দৰাচলতে অসমীয়া ভাষাৰ ২য় পিতামহ আপোনাৰ পিতৃ দেৱতা। জোনাকীৰ জন্মদাতা আপুনি। এতিয়া অসমীয়া ফিল্মৰ জন্মদাতা পৰমানন্দ দেৱৰ পুত্ৰ শ্ৰীমান জ্যোতি আগ্ৰাৱালা। অসমীয়া ভাষা আপোনালোকৰ ঘৰৰ ওচৰত যে ঋণী এই কথা মই নগাওঁৰ সাহিত্য সভাতে সভাপতিস্বৰূপে কইছিলোঁ। মোৰ সহানুভূতি আপোনালৈ আৰু আপোনাৰ আন আনসকললৈ জনালোঁ।

সম্প্ৰতি একপ্ৰকাৰ ভালে আছোঁ। ইতি—

আপোনাৰ পুৰণি বন্ধু
(স্বাঃ) শ্ৰীৰজনীকান্ত বৰদলৈ

**'পকী'ৰ পৰা 'জ্যোতিভাৰতী'লৈ ঃ**

তেজপুৰৰ মাজমজিয়াত হৰিবিলাস আগৰৱালাই ১৮৭৪ চনত ৰাজস্থান আৰু আগ্ৰাৰ দালান ঘৰৰ আৰ্হিৰে চুৰ্ণ-চুৰ্কী আৰু আহোম ৰজাদিনীয়া চেপেটা চেপেটা সৰু ইটাৰ গাঠনিৰে 'পকী' দালান নিৰ্মাণ কৰিছিল। ঘৰটো সাঁজোতে প্ৰায় দুবছৰ লাগিছিল। জ্যোতিপ্ৰসাদকে ধৰি আগৰৱালাৰ পৰিয়ালে বংশানুক্ৰমে ইয়াত বাস কৰিছিল যদিও 'পকী' আছিল তেজপুৰৰ সাংস্কৃতিক আৰু ৰাজনৈতিক প্ৰাণকেন্দ্ৰ। পৰমানন্দই ইয়াতে স্থায়ীভাবে বাস কৰিছিল গুণে ই আছিল সংগীত চৰ্চাৰো স্থল। **'বাণ থিয়েটাৰ'ৰ অৰ্কেষ্ট্ৰা দলৰ নেতা, প্ৰথম আৰু অসমৰ**

---

* চিঠিখন বৰ্ত্তমানে 'জ্যোতিভাৰতী'ত সংৰক্ষিত।

**'সংগীতকোষ' লেখক 'মিউজিক মাষ্টাৰ' লক্ষীৰাম বৰুৱাৰ সংগীতালোচনাৰ আৰু চৰ্চাৰো ইয়ে আছিল মূল উৎস।** জ্যোতিপ্ৰসাদে 'জয়মতী'ৰ চিত্ৰৰূপ ইয়াতে প্ৰস্তুত কৰি শিল্পীৰ বাচনি ইয়াতেই সম্পন্ন কৰিহে ভোলাগুৰি 'চিত্ৰবন'লৈ ঢাপলি মেলিছিল।

অসহযোগ আন্দোলনৰ সময়ৰ পৰাই 'পকী' মুক্তি-সংগ্ৰামৰো চৰ্চাস্থল হৈছিল। সৰ্বভাৰতীয় বিখ্যাত নেতাসকল আৰু অসমৰো নেতাসকল তেজপুৰলৈ আহি 'পকী'তে থাকিছিলহি। স্বেচ্ছাসেৱক সকলৰো আছিল ভাতঘৰ। ১৯২১ চনত মহাত্মা গান্ধী তেজপুৰলৈ আহি 'মনোৰম আসাম' প্ৰবন্ধ ইয়াতেই ৰচনা কৰিছিল। বেচেৰীয়াত ইং ১৯৩৭ চনত কংগ্ৰেছৰ ৰাষ্ট্ৰীয় সন্মিলন হওঁতে এই পকীতে ভুলাভাই দেশাই আৰু অন্যান্য নেতাসকলক ৰখা হৈছিল।

১৯৭৪ চনত এই 'পকী'ৰ ৯৪৮ দাগত থকা ১ বিঘা ১৯ লেচা মাটি আৰু শতাধিক বছৰৰ ঐতিহ্য বহন কৰা 'পকী'ৰ দালান চৰকাৰে অধিগ্ৰহণ কৰিছিল অৰ্থাৎ কিনি লৈছিল— **জ্যোতি-সংস্কৃতিৰ কেন্দ্ৰ** প্ৰতিষ্ঠাৰ বাবে। অসম চৰকাৰে ১৯৭৭ চনৰ ১৭ জানুৱাৰীত 'জ্যোতি দিৱস'ত ইয়াক **'জ্যোতি ভাৰতী'**লৈ ৰূপান্তৰ কৰি উন্মোচন কৰিলে। এই উন্মোচন উপলক্ষে জ্যোতিপ্ৰসাদৰ ভাতৃ কমলাপ্ৰসাদ আগৰৱালাই 'তেজপুৰৰ পকী' নামৰ এখনি সৰু পুস্তিকা প্ৰকাশ কৰি 'পকী' সম্পৰ্কে বহু তথ্যপূৰ্ণ সংবাদ লিপিবদ্ধ কৰিছিল। ১৮৭৯ চনৰ পৰা ১৯৬২ চনলৈকে 'পকী'ত আলহীৰূপে থকা বৰেণ্য ৰাজহুৱা আলহীসকলৰ এখন আকৰ্ষণীয় তালিকাও তাত প্ৰকাশ কৰা হৈছিল। চৰকাৰে অধিগ্ৰহণ কৰাৰ পাছতো 'পকী' বহু দিনলৈ এনেয়ে পৰি থকাত এই লেখকে **'জ্যোতি ভাৰতীঃ কল্পনা আৰু ৰূপায়ণ'** নামৰ এটি সাংস্কৃতিক পৰামৰ্শৰ প্ৰবন্ধ লেখি 'মহাজাতি' কাকতৰ ১৯৭৮ চনৰ ২৮ মে সংখ্যাত আৰু 'দৈনিক জনমভূমি' কাকতৰ সেই চনৰে ৩০ মে সংখ্যাত প্ৰকাশ কৰিছিল। তেতিয়া এই প্ৰবন্ধৰ পৰিপূৰকৰূপে অভিমত দাঙি ধৰি অন্যান্য লেখকেও উল্লেখিত কাকত দুখনত মন্তব্য প্ৰকাশ কৰিছিল। তাৰ পাছতহে ১৯৭৯ চন মানৰ পৰা এটি পৰামৰ্শ দাতা কমিটিৰে সৈতে জ্যোতি ভাৰতীৰ সাংস্কৃতিক সম্পদ ইয়াত সংৰক্ষিত হৈ আছে।

১৯৭৬-৭৭ত স্থাপন হোৱা 'দৰং অনুসন্ধান সমিতি' নামৰ অনুষ্ঠানটি আৰু তেজপুৰৰ 'চিত্ৰকলা' অনুষ্ঠানটিও কিছুদিনৰ বাবে ইয়াতে থিতাপি লৈছিল। 'তেজপুৰ সংগ্ৰহালয়' চৰকাৰীভাৱে প্ৰতিষ্ঠা হোৱাৰ পাছত সদৃশ উদ্দেশ্যৰ বাবে স্থাপন কৰা 'দৰং অনুসন্ধান সমিতি' উঠি যায়।

**অসমৰ সৰ্বপ্ৰথম সমবেত সংগীতানুষ্ঠান 'তেজপুৰ অৰ্কেষ্ট্ৰা পাৰ্টি'ঃ**

জ্যোতিপ্ৰসাদৰ পৰিচালনাত গঢ়ি উঠা 'বাণ থিয়েটাৰ'ৰ কনচাৰ্ট পাৰ্টিৰ প্ৰসংগ পাঠান্তৰত উল্লেখ হৈছে। কিন্তু তাৰো আগতে ১৯০৭ চনতে তেওঁৰ পূৰ্বজ সংগীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱাই বাণ থিয়েটাৰত 'মিউজিক মাষ্টৰ' হৈ এটি 'কনচাৰ্ট

পাৰ্টি' গঠন কৰি বিভিন্ন বাদ্য আৰু সংগীতত এটি বিশেষজ্ঞ দল গঠন কৰিবলৈ সমৰ্থ হৈছিল। বাণ থিয়েটাৰৰ প্ৰত্যেক অভিনয়তে আৱহ সংগীত আৰু নাটকৰ সংগীতত এই পাৰ্টিয়ে সহযোগিতা প্ৰদান কৰি অভিনয়ৰ মান উন্নৰিত কৰিছিল। লগতে তেজপুৰত শাস্ত্ৰীয় সংগীত আৰু কলা-সাধনাৰ এক আকৰ্ষণীয় পৰিৱেশ সৃষ্টি কৰিছিল। "অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ ডাঙৰীয়াও এই কনচাৰ্ট পাৰ্টিৰ নিয়মীয়া সভ্য আছিল আৰু প্ৰতি পূজাৰ অভিনয়ত তেখেত তেজপুৰলৈ আহি সংগীত পৰিৱেশনত যোগ দিছিল কলেজীয়া জীৱন-ডোখৰত। লক্ষ্মীৰাম বৰুৱা বাণষ্টেজৰ মিউজিক মাষ্টৰৰূপেই চৰকাৰৰ ওচৰত আৰু অসমৰ বাহিৰেও আন আন ঠাইত পৰিচিত হৈ পৰিছিল।"[৯]

˚লক্ষ্মীৰাম বৰুৱাই মাতৃহাৰা ৫ টি সন্তানৰ সৈতে (তিনিগৰাকী কন্যা আৰু দুগৰাকী পুত্ৰ) তেজপুৰলৈ বদলি হৈ আহিছিল ১৯০৭ চনত।˚পদ্মনাথ গোহাঞিবৰুৱা, পুৰণি বন্ধু˚ৰাধানাথ ফুকন,˚হেমচন্দ্ৰ গোস্বামী,˚তাৰিনীচৰণ ভট্টাচাৰ্য্য,˚মহীধৰ ভূঞা আদিৰ উৎসাহ আৰু উদ্দীপনাতে তেওঁ 'অঃ ভাঃ উঃ সাঃ সভা' আৰু 'বাণ থিয়েটাৰ'ৰ সৈতে আহিয়েই ওতঃপ্ৰোতভাৱে জৰিত হৈ পৰিছিল।

তলৰ লোকসকলক বিভিন্ন বাদ্যত পাৰ্গত কৰি তুলিবলৈ ˚লক্ষ্মীৰাম বৰুৱাক ভাৰ দিয়া হৈছিল 'বাণ থিয়েটাৰ'ৰ পৰা।

| | | |
|---|---|---|
| বেহেলা | ঃ | কীৰ্ত্তিকান্ত বৰা, যোগেশ্বৰ ফুকন, পূৰ্ণচন্দ্ৰ শৰ্মা, যোগানন্দ দত্ত। |
| ফ্লুট | ঃ | গুৰুচৰণ দাস, সূৰ্য্যমল তেৱাৰী, মোলান চন্দ্ৰ শৰ্মা, ৰাধিকা নাথ দাস? |
| তবলা | ঃ | হৰিনাথ দাস, গুণানন্দ শৰ্মা, ৰমণীমোহন দাস। |
| ঢোলোক | ঃ | সূৰ্য্যমল তেৱাৰী। |
| হাৰমনিয়াম | ঃ | মহেন্দ্ৰনাথ দাস, জ্ঞানদানন্দ গোস্বামী, বলীন্দ্ৰ কুমাৰ বৰুৱা।[১০] |

এইসকলৰ উপৰিও 'কনচাৰ্ট পাৰ্টিত আছিল˚ গোপাল চন্দ্ৰ ভট্টাচাৰ্য্য, গোপাল চন্দ্ৰ বৰুৱা, কীৰ্ত্তিনাথ বৰদলৈ, পৰমানন্দ আগৰৱালা, গোলোক নাৰায়ণ বৰুৱা আৰু পৰিচালক সংগীত ওজা লক্ষ্মীৰাম বৰুৱা।

**নতুন যুগৰ এক নৱ পৰিয়ালঃ জননী কুল ঃ (জ্যোতিপ্ৰসাদৰ বংশ-চিত্ৰৰ টুকুৰা)**

শ্ৰীমন্ত বংশত মই জনমিলোঁ ভাল।
অগ্ৰসেন নৃপতিৰ বংশ-পৰিয়াল
কাৰ্য্যসূত্ৰে কামৰূপে আহি যে ওলাল।

---

[৯] অঃ ভাঃ উঃ সাঃ সভা আৰু বাণ ৰংগমঞ্চ'- চন্দ্ৰধৰ গোস্বামী, 'শোণিত অৰ্ঘ্য'- ১৯৬৮।
[১০] প্ৰাগুক্ত প্ৰবন্ধ (পৃঃ ২৮)।

ৰাজস্থানৰপৰা পালেহি আসাম
সুকুমাৰ অগ্ৰবাল নৱৰঙ্গৰাম।
অসমৰ শেষ স্বৰ্গদেৱৰ ৰাজ্যত
বণিক লক্ষ্মীৰ হাঁহি পৰিলে ভাগ্যত।
সাদৰী জীয়াৰী ৰাজখোৱাৰ ঘৰৰ
গৃহলক্ষ্মীৰূপে পাই থাপে অসমৰ।
নতুন যুগৰ এক নৱ পৰিয়াল
গমিৰি গ্ৰামত অসমীয়া অগ্ৰৱাল।
* * * * * * * * * * * *
তাৰ পাছে সেৱা মোৰ লোৱা মাতৃকুল
কাকতী বংশৰ মোৰ জননী যে ফুল। (জ্যোতি ৰামায়ণ)

ঃ ৰাজপুতনাৰ জয়পুৰ ৰাজ্যৰ অন্তৰ্গত 'কেড' নামৰ গাঁৱত যজুৰ্বেদী মাধ্যন্দিনী শাখা কণ্ব প্ৰবৰ বৈশ্য বৰ্ণৰ আগৰৱালা উপাধিৰ গৰ্গ গোত্ৰৰ এঘৰ মানুহ আছিল। কেড গাঁৱৰপৰা উঠি গৈ সেই ৰাজ্যৰে 'গুঢ়ঢ়া' গাঁৱত বাস কৰাত পূৰ্ব্বৰ কেড গাঁৱৰ বাসিন্দা বুলি উক্ত গাঁৱৰ নাম অনুসাৰে কেডিয়া উপাধি চলতি হ'ল।

উক্ত গুঢ়ঢ়াত এই বংশৰ চাননমল নামে এজন লোকৰ কুশলচন্দ আৰু ঘাসিৰাম নামে দুই পুত্ৰ হ'ল। ঘাসিৰামৰ পুত্ৰ হেমৰাজ। হেমৰাজৰ পুত্ৰ নওৰংৰাম।

ঃ নৱৰঙ্গে গমিৰিৰ বিখ্যাত ৰাজখোৱাঘৰৰ স'তে মিতিৰ পাতি তেওঁলোকৰ ঘৰৰ জীয়াৰী সাদৰীক বিবাহ কৰায়। সাদৰীৰ গৰ্ভতেই হৰিবিলাসৰ জন্ম হয়। পাছত নৱৰঙ্গৰামে আৰু এগৰাকী ব্ৰহ্মাজানৰ জীয়াৰী সোণপাহীক বিয়া কৰায়। এই গৰাকীৰপৰাও নৱৰঙ্গৰামৰ সন্তান হয়।

ঃ হৰিবিলাসে গহপুৰৰ ভদৰাম হাজৰিকাৰ জীয়াৰী মলমাক বিবাহ কৰায়।

• ঃ হৰিবিলাসৰ অন্যতম ভাই কাশীৰামৰ পুত্ৰ আনন্দচন্দ্ৰই লম্বোদৰ বৰাৰ ভতিজী অপৰাজিতাক বিয়া কৰায়।

হৰিবিলাসৰ একেটি কন্যা যজ্ঞেশ্বৰীক (এওঁ সাহিত্য-চৰ্চা কৰিছিল) তেজপুৰৰ কালীকান্ত বৰকাকতীলৈ বিয়া দিছিল। চন্দ্ৰকুমাৰে এওঁৰ বিয়া উপলক্ষ্য কৰিয়েই 'আশীৰ্বাদ' কবিতাটি ৰচিছিল।

ঃ গোলাঘাটৰ দণ্ডধৰ বৰুৱা তহচিলদাৰ ডাঙৰীয়াৰ বৰজীয়েক মুক্তাপ্ৰভা আইদেউৰ স'তে চন্দ্ৰকুমাৰৰ বিবাহ হয়।

ঃ জ্যোতিপ্ৰসাদৰ পিতৃ 'ঋষিতুল্য' পৰমানন্দৰ বিবাহ হয় শিৱসাগৰৰ কাকতি পৰিয়ালৰ কিৰণময়ীৰ লগত।

ঃ জ্যোতিপ্ৰসাদে বিবাহ কৰায় ডিব্ৰুগড়ৰ দেৱযানী ভূঞাক।

ঃ জ্যোতিপ্ৰসাদৰ অন্যতম খুড়াক গোপালচন্দ্ৰই বিবাহ কৰায় শিৱসাগৰৰ দময়ন্তীক।

## বংশলতা[১১]




---

১১ লেখকৰ সম্পাদিত স্মৃতিগ্ৰন্থ 'চিত্ৰৰূপা' (১৯৮৯)ত প্ৰকাশিত এই লেখকৰ প্ৰবন্ধৰ পৰা।

Artistes' Remuneration
+ Bonus

Female

1. Jaymati — Rs 200-0-0 + ½ p.c. out of the nett income of the film
2. Dalimee — Rs 200-0-0 + ½ p.c
3. Rajmao — Rs 50-0-0
4. Pat Madoi — Rs 100-0-0 + ½ p.c
5. Bindughaini — Rs 25-0-0
6. Jarbari — Rs 100-0-0 ~~[illegible]~~
7. Bondulee — Rs 100-0-0
8. Saintee — Rs 100-0-0 ~~[illegible]~~
9. Gamani — Rs 25-0-0
10. Polaree — Rs 25-0-0.

Rs 775-0-0 — 7 p.c.

For minor roles Rs 10/- + Rs 5/- — Travelling

In case of female artistes the Company will bear travelling, lodging & fooding expenses of any one person who may be with them as guardian or chaperon or ~~employed who may be required to~~ with the female ~~artistes to look after them~~ chaperon to look after them. -

~~The date for selecting the artistes to be fixed~~
~~The applicant will be selected~~ The selected applicants will be informed after 1st October & before 8th October.

2 - The selected applicants shall have to present themselves at Tezpur before the Production Manager - where after merit test and other tests as to the fitness of the prospective artistes, the artistes will be finally selected for different roles

3. ~~After to~~ The finally selected prospective artistes shall have to enter upon an agreement with the company by signing a document in Govt Stamped Paper

4. A copy of the contract form will be sent to the applicants along with the letter of information about their selection

6. ~~At~~ The company will not bear any expenses incurred by ~~the a~~ the candidates ~~before when~~ travelling to the company's office at Tezpur, when coming to present themselves for selection or for returning therefrom.

# তেজপুৰত প্ৰথম আনুষ্ঠানিক ৰঙালী বিহু উৎসৱ ঃ গুৱাহাটীতকৈ পুৰণি

ৰঙালী বিহুৰ উৎসৱ মঞ্চলৈ বা আধুনিক পথাৰলৈ অহাৰ ইতিহাস বেছিদিনীয়া নহয়। বৰ্তমান পৰ্য্যায় পোৱাৰ আগৰ স্তৰটো আছিল চ'ত-সংক্ৰান্তিৰ দিনা অথবা প্ৰথম বহাগৰ দিনা এক ৰাজহুৱা সন্মিলনৰ জৰিয়তে অনুষ্ঠান পালন কৰা। অৱশ্যে এই স্তৰৰ ইতিহাসো খুব দীঘলীয়া নহয়।

কুৰি শতিকাৰ প্ৰথম দশকমানলৈকে সেই সময়ৰ শিক্ষিত আভিজাত্যসম্পন্ন প্ৰাচীনপন্থী লোকসকলে বিহুনাচ বা বিহুগীত আদিৰ প্ৰতি অনুকূল মনোভাব প্ৰকাশ কৰা নাছিল। আনকি ঁ হলিৰাম ঢেকিয়াল ফুকন, ঁ ৰত্নেশ্বৰ মহন্ত আদি স্বনামধন্য লোকসকলেও বিহু-উৎসৱৰ মাজত থকা লোক-সংস্কৃতিৰ গতিশীল তাৎপৰ্য্যও উপলব্ধি কৰা নাছিল যেন লাগে। ঁ ৰজনীকান্ত বৰদলৈদেৱেই মাথোন 'মিৰি জিয়ৰী', 'মনোমতী', 'ৰহদৈ লিগিৰী' 'ৰঙালী' আদি উপন্যাসত সেই সময়ত বিহু আৰু বিহুনৃত্য আদিৰ প্ৰকৃত বৰ্ণনা লিপিবদ্ধ কৰি বহু পৰিমাণে বিহুৰ অপহৃত সন্মান আৰু গৌৰৱ উদ্ধাৰ কৰিছিল। তথাপিও বিহুনাচ আৰু বিহুগীতৰ স্বৰূপ প্ৰকাশ হওঁতে সামাজিকভাবে যথেষ্ট সময় লাগিছিল।

এই পটভূমিত যিকেইখন বিহু-সন্মিলন অসমৰ নগৰকেইখনত প্ৰথমে পতা হৈছিল, তাৰ এক ঐতিহাসিক মূল্য আছে। আজিকালি নগৰ-চহৰৰ চুবাই চুবাই পৃথকে বিহুসন্মিলন বিভিন্ন কাৰ্য্যসূচীৰে অনুষ্ঠিত কৰা হ'ল। কিন্তু পূৰ্বতে সমগ্ৰ চহৰখনৰ বাবে এখনহে ৰাজহুৱা সন্মিলন পতা হৈছিল।

গুৱাহাটীত ছাত্ৰ অনুষ্ঠান 'একতা সভা'ই পোন প্ৰথমতে ১৯৩১ চনত তিনিদিন ধৰি ৰঙালী বিহু উৎসৱৰ আয়োজন কৰিছিল। এতিয়াৰ দৰে বহল অনুষ্ঠান নহ'লেও তেতিয়াৰ পৰিকল্পনাও আজিৰ দৰে আছিল। ৰঙালী বিহুৰ উৰুকাৰ দিনাৰপৰাই কাৰ্য্যসূচী আৰম্ভ হৈছিল। ৰাতিপুৱা লতাশিল খেলপথাৰত সৰু ল'ৰা-ছোৱালীৰ বিবিধ খেল, দুপৰীয়া লুইতত সাঁতোৰ আৰু নাও খেলৰ প্ৰতিযোগিতা হৈছিল। লুইতৰ দাঁতিত জাকে জাকে গৰুবোৰ ধুওৱা হৈছিল। গধূলি ভাওনা আৰু অভিনয় কুমাৰ ভাস্কৰ নাট্য মন্দিৰত। বৰবিহুৰ দিনাও খেল আৰু গধূলি সংগীত-

প্রতিযোগিতা। আবেলি পানীকলৰ ওচৰত তিল পিঠা, ঘিলা পিঠা, ফেণী পিঠা আদিৰে সমূহীয়া জলযোগৰ ব্যৱস্থা হৈছিল। কুমাৰ ভাস্কৰ মন্দিৰত সংগীত-প্রতিযোগিতাৰ অন্তত দুই এগৰাকী বিশিষ্ট অতিথিৰ চুটি ভাষণ আৰু জাতীয় সংগীতেৰে বিহু উৎসৱৰ সামৰণি। ১৯৩২ চনত গুৱাহাটীত ইয়াতকৈ আৰু অলপ বেছি বহলকৈ বিহু-উৎসৱ পতা হৈছিল।[১]

যদি গুৱাহাটীত ১৯৩১ চনৰপৰাহে আনুষ্ঠানিকভাবে বিহু-উৎসৱ পালন কৰাৰ সূচনা হয়, তেনেহলে তেজপুৰত তাৰ তিনি বছৰ আগৰপৰাই এই উৎসৱ আনুষ্ঠানিকভাবে পতা হৈছিল। এই সংবাদ পোৱা হয় ১৯২৮ চনৰ ২৮ শ বছৰ দ্বিতীয় সংখ্যা 'অসম বন্তি' পষেকীয়া কাকতখনৰপৰা। তেজপুৰৰ পৰা পদ্মনাথ গোহাঞিবৰুৱাৰ সম্পাদনাত ওলোৱা এই কাকতখনত প্রকাশিত সংশ্লিষ্ট বাতৰিটোত 'এইবাৰ' বুলি উল্লেখ কৰাৰপৰা ধাৰণা কৰা হয় যে এইখন বিহু সন্মিলনেই তেজপুৰত পোন প্রথমবাৰৰ বাবে অনুষ্ঠিত হৈছিল। যদি ইয়াতকৈয়ো আগৰেপৰাই তেজপুৰত এই পৰম্পৰাগত আনুষ্ঠানিক উৎসৱৰ সৃষ্টি হৈছিল, সেই তথ্য এতিয়াও পোৱা হোৱা নাই।

**'অসম বন্তি'ত প্রকাশিত সংবাদটিৰ কিছু অংশ ঃ**

১৪ এপ্রিল, ১৯২৮ চন।

বিহু সন্মিলনী ঃ

"ঃ এইবাৰ ৰঙালী বিহু উপলক্ষে বছৰৰ প্রথম দিনা ১ লা বহাগত তেজপুৰত অঃ ভাঃ উঃ সাঃ সভাৰ সুযোগ্য সম্পাদক শ্রীকুমুদেশ্বৰ বৰঠাকুৰদেৱৰ উদ্যোগত সভাৰ নামঘৰত এখনি বিহু সন্মিলনী বহিছিল। সন্মিলনীত ল'ৰা, আদহীয়া, ডেকা বুঢ়া কেওখাপৰ অসমীয়া সামাজিক লোকে যোগ দিছিল গৈ।

..... এই বৈঠকৰ সংসৰ্গত বিহুৰ বিবিধ পিঠা প্রদর্শন আৰু বিহুৰ লগৰীয়া জাতীয় ৰং-ধেমালিৰ- যেনে, হুচৰি, কীর্তন, বিহুনাম, বিহুনাচ ইত্যাদিৰ আবৃত্তি দেখুৱা হৈছিল। শেহান্তৰত নামঘৰৰ বননিৰ চোতালত অকণ অকণ ল'ৰা, চেঙেৰা ল'ৰা, ডেকা, আদহীয়াই জুম-জুমকৈ কৰা ৰচাটনা যুঁজ (Tug of War) আদি ন-ধৰণৰ ধেমালিৰে সৈতে বিহু সন্মিলনৰ প্রথম বৈঠকৰ কার্য্যৰ সামৰণি মৰা হয়।..... ৰং-ধেমালি আদি পূর্ব্বৱৎ প্রবর্তাবলৈ হিন্দু, মুছলমান আৰু অপৰাপৰ জাত নির্বিশেষে সদৌ অসমীয়াৰ যেন যত্ন-চেষ্টাৰ ক্রটি নহয়। .... নহলে ৰঙালী বিহু কঙালী হ'বলৈ বেছি দিন নাই।"

বিহু-সন্মিলনৰ সংবাদটো দীঘলীয়া আছিল। প্রায় কার্য্যবিৱৰণীৰ দৰে। বিহু আৰু বিহু-সংস্কৃতিৰ উদ্ধাৰ সম্পর্কেও তাত সুন্দৰ মন্তব্য কৰা হৈছিল। এই সংবাদ

---

১. 'উজুৱৰ বৰচ'ৰা'- (পৃঃ ১৮৭-১৮৮) ঃ অতুল চন্দ্ৰ হাজৰিকা।

মতে ১৯২৮ চনৰ ১৪ এপ্ৰিল তাৰিখে প্ৰথম বহাগত তেজপুৰৰ 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ সৌজন্যত সভাৰ কলিবাৰীত থকা নামঘৰত এই বিহুৰ সন্মিলন অনুষ্ঠিত হৈছিল। সেই সময়ত অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক আছিল ৺ কুমুদেশ্বৰ বৰঠাকুৰ। তেওঁ ২৭/১০/২৭ ৰ পৰা সম্পাদকৰ দায়িত্বত আছিল।

এই সংখ্যা 'অসম বন্তি'ৰ পৰাই আৰু জনা যায় যে ১৯২৮ চনৰ ৫ এপ্ৰিল তাৰিখে ৺ চন্দ্ৰনাথ শৰ্মাদেৱৰ সভাপতিত্বত বহা অঃ ভাঃ উঃ সাঃ সভাত এই বিহু সন্মিলন জাতীয় সন্মিলন হিচাপে পতাৰ সিদ্ধান্ত লোৱা হৈছিল। প্ৰস্তাৱতো এনেকুৱা আছিল ঃ

"১২ শ সিদ্ধান্ত ঃ অঃ ভাঃ উঃ সাঃ সভাৰ তত্ত্বাৱধানত অহা অসমীয়া নতুন বছৰৰ প্ৰথম দিনা জাতীয় সন্মিলন পাৰিলে পতা হওঁক" (অসম বন্তি)।

এই সিদ্ধান্ত অনুসৰিয়েই সম্ভৱতঃ বিহু সন্মিলনখন পতা হৈছিল। 'জাতীয় সন্মিলন' বোলা কথাষাৰ বৰ তাৎপৰ্য্যপূৰ্ণ।

**১৯৩০ চনৰ বিহু সন্মিলন ঃ**

১৯২৮ চনৰ পাছত প্ৰতি বছৰে সম্ভৱতঃ এই প্ৰীতি বিহু সন্মিলন তেজপুৰত অনুষ্ঠিত হৈছিল। ১৯২৯ চনত বহা সন্মিলনৰ তথ্য অৱশ্যে এতিয়াও পোৱা নাই, কিন্তু ১৯৩০ চনৰ ১৩ এপ্ৰিলত অঃ ভাঃ উঃ সাঃ সভাৰ সৌজন্যত অনুষ্ঠিত হোৱা সভাখনৰ কাৰ্য্যবিৱৰণীখনৰ প্ৰতিলিপি ইয়াত পুনৰ তুলি দিয়া হৈছে।

এই বিহু সন্মিলনখনৰ প্ৰসংগত অঃ ভাঃ উঃ সাঃ সভাৰ ২৪/৮/৩০ তাৰিখৰ কাৰ্য্যবিৱৰণীতো লিপিবদ্ধ হৈছিল এনেদৰে ঃ "বিশেষ অসুবিধাবশতঃ আগৰদৰে নতুন বছৰৰ প্ৰাৰম্ভত আমি কোনো বছৰেকীয়া উৎসৱ পাতিব পৰা নাই তাৰ ঠাইত বিহু সন্মিলন পতা হৈছিল। .... এইবোৰ পাহৰিলেও সোঁৱৰাই দিছিল শ্ৰীযুত ৰাধিকা কান্ত দাস ডাঙৰীয়াই আৰু আমাৰ প্ৰধান সহায়ক আছিল শ্ৰীযুত সূৰ্য্যকান্ত বৰা, শ্ৰীযুত ৰজনীকান্ত শৰ্মা, শ্ৰীযুত উমাকান্ত শৰ্মা আৰু শ্ৰী দুলাল ভট্টাচাৰ্য্য আদি ডেকাসকল।"

**'বিহুৰ প্ৰীতি সন্মিলনৰ বিৱৰণ'**

"ঃ যোৱা চ'তৰ বিহুৰ দিনা ১৩ এপ্ৰিল দেওবাৰে বিয়লি ৩ বজাৰপৰা স্থানীয় বাণ থিয়েটাৰ হলত উক্ত প্ৰীতি সন্মিলন বহে। ঘাই সম্পাদকে এই সন্মিলনৰ উদ্দেশ্য আৰু বুৰঞ্জী কৈ দিয়াৰ পাছত শ্ৰীযুত উমাকান্ত, ৰজনীকান্ত শৰ্মা প্ৰমুখ্যে কেইবাজনো শিক্ষিত ডেকাই ঢোল, পেঁপা, টকা হুচৰি গায়। সংগীতৰ শিক্ষক শ্ৰীযুত কুমুদ চন্দ্ৰ শৰ্মাদেৱৰ তত্ত্বাৱধানত ঐক্যতন বাদন শেষ হোৱাত শ্ৰীযুত উমাকান্ত শৰ্মাই দ-বেছেৰীয়া দলৰ ঢোলৰ ছেওৰ লগত বিহুনাচ মুখৰ, চকুৰ আৰু শৰীৰৰ মাংশপেশীৰে নাচোন নাচি দৰ্শকৰ ভিতৰত হাঁহিৰ খলকনি আৰু হাতচাপৰি তোলায়।

তাৰ পাছত শ্ৰীযুত গুণাভিৰাম শৰ্মাদেৱৰ সাৰুৱা বক্তৃতা আৰম্ভ হয়। অসমীয়াই নিজত্ব এৰি আনৰ অনুকৰণপ্ৰিয় হোৱাত কেনেকৈ লোকসংখ্যাৰ লগে লগে জাতীয় অনুষ্ঠানবোৰো লোপ পাবলৈ ধৰিছে, কেনেকৈ আমি দিনক দিনে ধ্বংসৰফালে আগবাঢ়িছো তাক তেখেতে বিশদভাবে হৃদয়গ্ৰাহী কৰি বুজাই দিয়ে। শ্ৰীমতী লাহৰী আইদেৱৰ প্ৰমুখ্যে কেইজনীমান ছোৱালীয়ে জতুৱা সুৰৰ অসমীয়া গান এটি গোৱাৰ পাছত শ্ৰীমান নন্দীনাথ ভূঞাই নিজে ৰচা 'মই বি এ পাছ' কবিতাটি সুন্দৰকৈ আবৃত্তি কৰে। শ্ৰীযুত বিষয়ৰাম মেধি মহাজনদেৱে এটি বৰগীত সুললিত স্বৰেৰে গোৱাৰ পাছত শ্ৰীযুত দীননাথ শৰ্মা বি এ, দেৱৰ ধেমেলীয়া বক্তৃতা শুনিবলৈ সকলো সাজু হয়।

"কাপোৰ বোৱাই তিৰোতাক কানী-যানী কৰাৰ সকাম নাই; কিনি অনাই বুধিয়কৰ কাম। এতিয়া প্ৰত্যেক ডেকাই একাজি তিৰোতা বিয়া কৰিম বুলি প্ৰতিজ্ঞা কৰক। ঈশ্বৰক এটি স্তুতি কৰে যেন তেওঁৰ এই অভিলাস পূৰ্ণ হয়। এই বোৱা-কটাত লাগিয়েই আমাৰ তিৰোতাক বক্তৃতা দিবৰ কাৰণে থিয়েটাৰ কৰিব পৰা নাই। সিদিনা কেইজনীমান পাট-গাভৰুৱে যদিও এজন ডেকাৰ তত্বাৱধানত কিবা অলপ জয়মতীৰ ভাও দেখাইছিল তথাপি সি যথেষ্ট নহয়। মহিলাসকলৰ থিয়েটাৰ নহয় মানে জাতীয় জাগৰণ নহয়; থিয়েটাৰ ফাগু চহকী নহয়; বিহুসম্মিলন বা আনকোনো অনুষ্ঠান সজীৱ নহয়। তিৰোতাই হাত চাপৰি দিয়াৰ সলনি উৰুলি দিয়াতো অতি সজ হৈছে। কাৰণ আমি আমাৰ তিৰোতাবোৰক পাৰৰ দৰে বাঁহত সুমুৱাই ঢাকোন দি থওঁ। তাৰ পাছত বেজাৰ কৰি কয় যে সিদিনা আমি যি বক্তৃতা দিলো তাৰ কোনো অংশ কাগজে উদ্ধৃত নকৰাতো নেহাৎ অন্যায় হৈছে; তাতোকৈ অন্যায় হৈছে বক্তাসকলক ছোৱালীহঁতৰ লগত ফটো উঠাবলৈ নিদিয়ে।" ইত্যাদি কোৱাৰ পাছত 'পিঠা প্ৰদৰ্শনী' আৰম্ভ হয় আৰু বৰহমথুৰি জেতুকা, কৰ্পূৰ আদি ৰাইজক বিলাই দিয়া অন্ত হ'লত আকৌ বিহুৰ নাচোন উঠে।

ইয়াৰ পাছত সম্পাদকে ৰাইজৰ ওচৰত অশেষ ত্ৰুটি মাৰ্জনা খুজিলত ঢোপ খেলা আৰম্ভ হয়। এই সন্মিলনৰ বিশেষত্ব এই যে ইয়াত কোনো সভাপতি নাছিল আৰু উত্তম পিঠা তৈয়াৰ কৰাৰ বাবে শ্ৰীযুত লম্বোদৰ কলিতা ডাঙৰীয়াৰ গুলগ শ্ৰীযুক্তা হীৰাৱতী গোঁহাই বৰুৱানীলৈ আগবঢ়োৱা হয়। ইতি

(স্বাঃ) শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ, ঘাই সম্পাদক

অসমীয়া কাগজৰ সম্পাদক মহাশয়ৰ প্ৰকাশাৰ্থে পঠোৱা হ'ল।

* (স্বাঃ) শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰ

১৫-৪-৩০

*এই প্ৰতিবেদনৰ প্ৰতিলিপিৰ তলত সম্পাদকৰ চহী আৰু তাৰিখ আদি সম্পাদকৰ নিজ হস্তাক্ষৰত আছে।

**১৯৩৫ চনৰ বিহু সন্মিলন ঃ**

ইয়াৰ পাছৰ বিহু সন্মিলনসমূহৰ তথ্য সংগ্ৰহ কৰিবপৰা হোৱা নাই। কিন্তু ১৯৩৫ চনৰ ২ বহাগত যে তেজপুৰত বিহু সন্মিলন অনুষ্ঠিত হৈছিল তাৰ প্ৰমাণ অন্য এটা প্ৰসংগত পোৱা হৈছে। 'জয়মতী' চিনেমা কৰি ৰূপকোঁৱৰ ˚জ্যোতিপ্ৰসাদ আগৰৱালাই অসমীয়া সংস্কৃতিৰ গৌৰৱ উদ্ধাৰ কৰাৰ বাবে এইবছৰৰ তেজপুৰ বিহু সন্মিলনে সৰ্বসন্মতিক্ৰমে গৃহীত এটি প্ৰস্তাৱৰ জৰিয়তে তেওঁক অভিনন্দন আৰু স্নেহাশীৰ্বাদ জ্ঞাপন কৰিছিল। বিহু সন্মিলনীৰ ঐতিহাসিকতা ৰক্ষা আৰু ˚জ্যোতিপ্ৰসাদক সমসাময়িক প্ৰতিকুল সমালোচনাৰপৰা ৰক্ষা কৰি 'জয়মতী' চিনেমাক প্ৰশংসা কৰা বাবে এই প্ৰস্তাৱ এক আপুৰুগীয়া মূল্যবান সংবাদ। প্ৰস্তাৱৰ সংগৃহীত প্ৰতিলিপি ঃ

**তেজপুৰ বিহু সন্মিলনত সৰ্বসন্মতিক্ৰমে গৃহীত হোৱা প্ৰস্তাৱৰ চমু টোকা ঃ**

ঃ তেজপুৰৰ কৃতী সন্তান, কলা বিশাৰদ শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালাই অপৰিমেয় সহিষ্ণুতা, মনত অসীম উৎসাহ, বুকুত উদ্যম বান্ধি অসমৰ গৌৰৱ, অসমৰ সঞ্জীৱনীস্বৰূপ জয়মতীক বুৰঞ্জীৰ এন্ধাৰ কোঠাৰপৰা উলিয়াই আনি অসমীয়াক যি প্ৰেৰণা দিলে, যি উদ্দীপনা দিলে, অসমীয়াৰ লুপ্ত গৌৰৱ উদ্ধাৰ কৰিলে, অসমৰ চিৰ মহিমাময়ী সতীৰ মহিমা আজি প্ৰাণৱন্তী কৰি তুলিলে, অসমৰ ললিত কলাক বিশ্বৰ শ্ৰদ্ধা-চন্দনেৰে নন্দিত হ'বৰ উপযোগী কৰিলে, সেই জ্যোতিপ্ৰসাদক এই সন্মিলনীয়ে হিয়াৰ তলিৰ অকপট স্নেহ আৰু আন্তৰিক অভিবাদন জনায় আৰু আশীৰ্বাদ কৰে যেন জ্যোতিৰ শুভ যাত্ৰা সম্পূৰ্ণ জয়যুক্ত হয় ঃ

'বিহু সন্মিলন' প্ৰস্তাৱক ঃ শ্ৰীযুত কৃষ্ণদত্ত হাজৰিকা, বি, এচ চি।
১৮৫৭ শক, ২ বহাগ সমৰ্থক ঃ শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা, বি এল।
অনুমোদক ঃ মৌঃ নবাব আজিজ বি, এচ চি।

ওপৰোক্ত প্ৰস্তাৱৰ নকল শ্ৰীযুত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱলৈ পঠোৱা হ'ল।

তেজপুৰ ১৮ বহাগ, ১৮৫৭ শক শ্ৰীসূৰ্য্যকান্ত বৰা, সম্পাদক বিহু সন্মিলনী, তেজপুৰ

[˚সূৰ্য্যকান্ত বৰা অঃ ভাঃ উঃ সাঃ সভাৰ সদস্য আৰু কিছু বছৰ সহকাৰী সম্পাদক আছিল। ˚কৃষ্ণদত্ত হাজৰিকা (কাৰ্তিক বাবু?) সম্ভৱতঃ তেজপুৰ একাডেমীত শিক্ষক হৈ থকা ক্ৰীড়াবিদ শিক্ষকজনেই এইজন আছিল। পূৰ্বতে পাঠান্তৰত উল্লেখ কৰি অহা মতে তেওঁ বাণ থিয়েটাৰৰ সম্পাদক যশস্বী ˚ৰাধিকা কান্ত দাস দেৱৰ সম্পৰ্কীয় আছিল]

১৯৩৫ চনৰ বিহু-সন্মিলনখনৰ আৰু এটা উল্লেখনীয় সংবাদ এই যে এই সন্মিলনত সভাপতিত্ব কৰিছিল কবি ˚শৈলধৰ ৰাজখোৱাই। তেওঁ পাঠ কৰা লিখিত অভিভাষণ ১৮৫৭˚শকৰ বহাগ মাহৰ ৭ম সংখ্যা 'আৱাহন'ত অতি সুন্দৰভাৱে

প্ৰকাশিত হৈছিল। এই অভিভাষণৰ পৰাও তেজপুৰৰ বিহু-সন্মিলনৰ জন্মসম্পৰ্কে এটি নিৰ্ভৰযোগ্য সংবাদ পোৱা হয়।

**"আপোনাসকলৰ বিহু সন্মিলনৰ কাৰ্য্য-বিৱৰণ আৰু নিয়মাদি চাই বুজিব পাৰিছো যে আঠবছৰমানৰ পূৰ্বে শ্ৰীযুত কুমুদেশ্বৰ বৰঠাকুৰ দেৱৰ যত্নত তেজপুৰত প্ৰথমে বিহু-সন্মিলন পতা হৈছিল, যদিও ১৮৫৪ শকৰ পৰাহে ই ৰাইজৰ চকুত পৰা অৱস্থালৈ আহিছে"** (উল্লেখিত অভিভাষণ- 'বিহু উৎসৱ'- 'আৱাহন', ষষ্ঠ বছৰ, ৭ম সংখ্যা)।

উল্লেখিত তথ্যখিনিৰ পৰা আৰু এটা কথাৰ অনুমান কৰিব পৰা যায় যে ইতিমধ্যে এই বিহু-সন্মিলনে অঃ ভাঃ উঃ সাঃ সভাৰ তত্ত্বাৱধানৰ পৰা বাহিৰলৈ আহি কেন্দ্ৰীয়ভাবে কেন্দ্ৰস্থানত উদ্‌যাপিত হৈছে। সম্ভৱতঃ এই প্ৰথা ১৯৩২ চনৰ পৰা আৰম্ভ হৈছিল। সভাপতিৰ অভিভাষণতো '১৮৫৪ শকৰ পৰাহে ই ৰাইজৰ চকুত পৰা হৈছে' বুলি উল্লেখ হৈছে।

**তেজপুৰ চহৰৰ আশে-পাশে থকা অঞ্চলৰ বিহু সন্মিলন ঃ**

**১৯২৭ চনৰ মাজগাঁওৰ বিহু সন্মিলন ঃ**

১৯৭৭ চনত মাজগাওঁত বিহু উৎসবৰ সোণালী জয়ন্তী পতা হয়। এই উৎসৱৰ স্মৃতিগ্ৰন্থত উল্লেখিত মতে ১৯২৭ চনত নবীন-প্ৰবীণ মিলি মাজগাওঁ বাকৰিত বিহু-উৎসব অনুষ্ঠিত কৰিছিল। এই বিহু-উৎসৱৰ আলোচনাৰ ফলশ্ৰুতিয়েই মাজগাঁওৰ শংকৰদেৱ মন্দিৰ আৰু মঞ্চ। তাৰো আগতে ১৯২৩ চনত হেনো ছাত্ৰ একতা সভাৰ ছাত্ৰসকলে মাজগাওঁ-বাকৰিত বিহু-উৎসৱ অনুষ্ঠিত কৰিছিল।

**১৯৩৯ চনৰ বেছেৰীয়াৰ বিহু সন্মিলন ঃ**

১৯৮৯ চনত বেছেৰীয়া ৰঙালী বিহু সন্মিলনে সোণালী জয়ন্তী বৰ্ষ পালন কৰে। ১৯৩৯ চনত বেছেৰীয়া বালিপুখুৰী বাকৰিত প্ৰথমবাৰৰ বাবে বেছেৰীয়াৰ ডেকাসকলে বিহু সন্মিলন পাতিছিল। ঢোপখেল আৰু ঘোৰাদৌৰ এই বিহু উৎসৱৰ আকৰ্ষণীয় কাৰ্যসূচী আছিল (স্মৰণিকাঃ বেছেৰীয়া ৰঙালী বিহু সন্মিলন, ১৯৮৯)।

তেজপুৰ পৌৰ চহৰৰ পৰা মাত্ৰ ৫।৬ কিঃ মিঃ দূৰত পশ্চিম পাৰ্শ্বত অৱস্থিত প্ৰসিদ্ধ বেছেৰীয়া অঞ্চলতে ১৯৩৭ চনত কংগ্ৰেছৰ ৰাষ্ট্ৰীয় সন্মিলন বহিছিল।

আমাৰ হাতত পৰা এই তথ্যখিনিৰ পৰা দেখা যায় যে ১৯২৭-২৮ চনৰ পৰাই তেজপুৰ আৰু তেজপুৰৰ পাৰ্শ্ববৰ্ত্তী অঞ্চলত আনুষ্ঠানিক আৰু সামাজিকভাৱে ৰঙালী বিহু অনুষ্ঠান উদ্‌যাপিত হৈ আহিছে। সেয়ে হ'লে, তেজপুৰৰ এই ৰঙালী বিহু অনুষ্ঠান গুৱাহাটী চহৰৰ অনুষ্ঠানতকৈ পুৰণি হ'ব।

সম্ভৱত ঃ ডিব্ৰুগড়, যোৰহাট আদি চহৰৰ উৎসৱৰ সূচনাৰ বছৰো ইয়াতকৈ পূৰ্বৰ নহয়। সেয়ে, সমগ্ৰ অসমৰ ভিতৰতে তেজপুৰৰ অনুষ্ঠান পুৰণি হয় নে নহয়- এয়া আলোচনাৰ বিষয়।

আজি ৭০/৭৫ বছৰ পাছত ৰঙালী বিহু অনুষ্ঠানৰ পৰিকল্পনা আৰু ৰূপ সম্পূৰ্ণ বদলি হ'ল। সেইদিনাৰ বিহুৱা ডেকা আজি জীৱনৰ বিয়লি বেলাত অথবা এই সংসাৰৰ নাট-ভাওনা সামৰিলে। অনুষ্ঠানৰ গুৰিধৰোঁতাসকলৰ অনেকেই আঁতৰি গ'ল। কিন্তু নতুন প্ৰজন্মৰবাবে এই পূৰ্বজসকলৰ প্ৰযত্ন প্ৰেৰণাৰ সম্পদ আৰু ইতিহাসৰ মূল্যবান সমল হৈ ৰব।

***

টোকা : (১) 'ৰবহমথুৰি' (স্মৃতিগ্ৰন্থত এই লেখকৰ প্ৰবন্ধ, ৰূপালী জয়ন্তীবৰ্ষ তেজপুৰ দক্ষিণ, পশ্চিম ৰঙালী বিহু সন্মিলন, ১৯৯০।

(২) ১৯৮৯ চনৰ পলোফিল্ড পূৰ্বাঞ্চল ৰঙালী বিহু সন্মিলন (ৰূপালী জয়ন্তী) স্মৃতিগ্ৰন্থত প্ৰকাশিত এই লেখকৰ ৰচনা।

(৩) 'শিল্পী দিৱস' উপলক্ষে ১৯৮৯ চনত গহপুৰত কেন্দ্ৰীয়ভাবে অনুষ্ঠিত চৰকাৰী অনুষ্ঠানৰ এই লেখকৰ দ্বাৰা সম্পাদনা কৰা 'চিত্ৰৰূপা'ত লেখকৰ প্ৰকাশিত ৰচনাৰ অংশ বিশেষ।

(৪) ১৯৮২ চনৰ 'তেজপুৰ সাহিত্য সভা পত্ৰিকা'ৰ 'অঃ ভাঃ উঃ সাঃ সভাৰ লেহেৰি বোটলা' শীৰ্ষক এই লেখকৰ প্ৰবন্ধ।

# পঞ্চম অধ্যায়

# মহাভৈৰৱ মন্দিৰ ঃ ইতিহাসৰ পম খেদি

ভাৰতৰ ভিতৰতে সুখ্যাত সোমনাথ মন্দিৰৰ শিৱলিংগতকৈও বৃহত্তৰ আকাৰৰ শিৱলিংগ বুলি পৰিগণিত হোৱা তেজপুৰ চহৰৰ উত্তৰ দিশত প্ৰাচীন কালতে প্ৰতিষ্ঠিত হৈ মহাভৈৰৱ মন্দিৰৰূপে প্ৰোজ্জ্বল হৈ সাম্প্ৰতিক কালত ভাৰতৰ এক প্ৰসিদ্ধ শিৱমন্দিৰ হিচাপে এই মন্দিৰ জনাজাত হৈছে। মহাভৈৰৱ মন্দিৰৰ দক্ষিণ-পূব দিশত নাতিদূৰত ভৰলী নদীৰ (বৰ্তমান মৰাভৰলী নদীৰ) পাৰত অৱস্থিত শাক্ত মন্দিৰ 'ভৈৰৱী দেৱালয়'ৰ অৱস্থিতিও অতি প্ৰাচীন কালৰ।

মহাভৈৰৱ মন্দিৰৰ শিৱৰাত্ৰিৰ উৎসৱ আৰু মেলা সাম্প্ৰতিক কালত গুৰুত্বপূৰ্ণভাবে বৃদ্ধি হৈছে।

**পৌৰাণিক আখ্যানত মহাভৈৰৱ ঃ**

মহাভৈৰৱ মন্দিৰৰ উৎপত্তিৰ ইতিহাস প্ৰকৃততে সঠিকভাবে নিৰ্ণয় কৰা সুকঠিন। প্ৰাচীন লিখিত ইতিহাস বা লিপি আদিও পোৱা হোৱা নাই। পৌৰাণিক কাহিনীৰ আৰু বিভিন্ন পুৰাণ-গ্ৰন্থত উল্লেখিত শোণিতপুৰৰ অৱস্থানৰ ক্ষেত্ৰত শক্তিশালী দীৰ্ঘদিনীয়া কিম্বদন্তীৰ আধাৰত বৰ্তমানৰ তেজপুৰকে শোণিতপুৰ বুলি সূচিত কৰা হয়, আৰু সেইবাবেই এই মহাভৈৰৱ মন্দিৰৰ সৃষ্টি শোণিতপুৰৰ ৰজা বাণাসুৰৰ দ্বাৰাই স্থাপিত বুলি বিশ্বাস কৰা হৈছে। মহাভাৰতীয় যুগৰ শোণিতপুৰৰ ৰজা শিৱভক্ত বাণে হেনো তেওঁৰ ৰাজধানীৰপৰা অগ্নিগড় টিলালৈকে থকা পথৰ এক ক্ৰোশ অন্তৰে অন্তৰে শিৱমন্দিৰ প্ৰতিষ্ঠা কৰিছিল আৰু তেওঁৰ ৰাজ্যত এক কোটি শিৱলিংগ প্ৰতিষ্ঠা কৰিছিল। বাণ যে শিৱভক্ত ৰজা আছিল আৰু উষা-অনিৰুদ্ধৰ প্ৰেম-কাহিনীক কেন্দ্ৰ কৰি শোণিতপুৰত হৰিহৰৰ ভয়ংকৰ যুদ্ধ হৈছিল- এই আখ্যান শোণিতপুৰসহ উল্লেখ নিম্নোক্ত প্ৰাচীন গ্ৰন্থকেইখনত উল্লেখ আছে।

(১) হৰিবংশ, (২) বিষ্ণুপুৰাণ, (৩) ভাগৱত পুৰাণ, (৪) কালিকা পুৰাণ, (৫) অগ্নিপুৰাণ, (৬) ব্ৰহ্মপুৰাণ, (৭) ব্ৰহ্ম বৈৱৰ্ত্ত পুৰাণ, (৮) শিৱ পুৰাণ, (৯) পদ্মপুৰাণ আৰু (১০) বাণভট্টৰ 'কাদম্বৰী' কথা। কোৱা আছে যে বাণাসুৰে প্ৰথমতে প্ৰতিদিনে মাটিৰ শিৱলিংগ সাজি শিৱক পূজা কৰিছিল। শিৱই সন্তুষ্ট হৈ তেওঁক বৰ দিওঁতে বাণাসুৰে প্ৰাৰ্থনা কৰিছিল যে নিত্য পূজা ক-ৰিবলৈ তেওঁক এটা স্থায়ী লিংগ লাগে যাতে সদায় তেওঁ মাটিৰ নতুন লিংগ প্ৰস্তুত কৰিব লগা নহয়। শিৱই বৰ দিলত সমগ্ৰ বিশ্বতে তেতিয়া শিৱভক্তসকলৰ বাবে ১৪ কোটি শিৱলিংগৰ

আবিৰ্ভাৱ হৈছিল। যিহেতু বাণৰ অনুৰোধত এই শিৱলিংগবোৰৰ সৃষ্টি হৈছিল, সেইবোৰক বাণলিংগ বোলা হৈছিল।

এই কথাৰ সূত্ৰ ধৰিয়ে প্ৰবল জন-বিশ্বাস এই যে মহাভৈৰৱ মন্দিৰ বাণ ৰজাই প্ৰতিষ্ঠা কৰিছিল আৰু ইয়াত অৰ্চনা কৰিয়েই তেওঁ আশুতোষ মহাদেৱৰ পৰা সহস্ৰভুজ-বল প্ৰাপ্ত হৈছিল আৰু অগ্নিগড় পাহাৰৰ ওচৰত থকা ভৈৰৱী দেৱী-মন্দিৰত বাণৰ জিয়াৰী উষাই দেৱী পাৰ্ৱতীক নিত্য পূজা কৰি শ্ৰীকৃষ্ণনাতি অনিৰুদ্ধক পতিৰূপে লাভ কৰাৰ বৰ প্ৰাপ্তা হৈছিল।

অৱশ্যে উল্লেখনীয় যে এই মহাভৈৰৱ মন্দিৰ বাণ ৰজাই প্ৰতিষ্ঠা কৰে বুলি কোনো ভাৰতীয় পুৰাণ-শাস্ত্ৰত লিপিৱদ্ধ হৈ থকা নাই। কিন্তু তেওঁ কোটি লিংগ প্ৰতিষ্ঠা কৰা আৰু উৎকৃষ্ট প্ৰসাদসমূহ তৈয়াৰ কৰাৰ কথা ওপৰত উল্লেখ কৰি অহা গ্ৰন্থৰ সংশ্লিষ্ট প্ৰসংগত পোৱা যায়।

তদুপৰি এইটোও উল্লেখনীয় যে শোণিতপুৰেই তেজপুৰ বুলি বিবেচিত হোৱা ধাৰণাটোও সবল কিংবদন্তী আৰু নৰম শতিকাৰ ভিতৰতে অসমত ৰচিত বুলি স্বীকৃত হোৱা 'কালিকা পুৰাণ'ত প্ৰাগজ্যোতিষপুৰৰ সৈতে শোণিতপুৰৰ সম্বন্ধ থকাৰ প্ৰসংগ-উল্লেখৰ যুক্তিৰ দ্বাৰাহে দাবী কৰিব পৰা হয়। ঐতিহাসিক প্ৰমাণৰ দ্বাৰা এই তথ্য এতিয়াও দাঙি ধৰিব পৰা হোৱা নাই।*

পৌৰাণিকভাৱে মহাভৈৰৱ মন্দিৰৰ সুপ্ৰাচীনত্বৰ বিষয়ে ধাৰণা কৰিব পৰা যায় আন এক তথ্যৰ স্থিতিৰ আলম লৈ। তেজপুৰৰ মহাভৈৰৱ মন্দিৰৰ সৈতে নাতিদূৰত থকা শক্তি-মন্দিৰ ভৈৰৱীৰ স্থিতিৰ কথা প্ৰথমেই উল্লেখ কৰি অহা হৈছে। সেইদৰে উমানন্দৰ শিৱ-মন্দিৰ আছে কামাখ্যা-মন্দিৰৰ সন্নিকটত। শিৱ-শক্তিৰ এই সম্পৰ্কই সতীৰ দেহত্যাগৰ কাহিনীৰ কথা সোঁৱৰাই দিয়ে। বিষ্ণুৰ সুদৰ্শন চক্ৰই শিৱই কঢ়িয়াই লৈ ভ্ৰমণ কৰি থকা সতীৰ দেহ খণ্ড খণ্ড কৰাত যি যি স্থানত সতীৰ দেহৰ অংগ নিপতিত হৈছিল তাত শক্তি-পীঠৰ সৈতে শক্তিমন্দিৰৰ উত্থান হ'ল। তেনেকৈ উত্থিত হোৱা ৫১ খন শক্তিপীঠৰ নাম পুৰাণ আৰু কাব্যত দিয়া আছে। 'দেৱী ভাগৱত'ত এই কথা কোৱা হৈছে যে দেৱতা শিৱই ভৈৰৱ-ৰূপত বিভিন্ন নাম লৈ এই শক্তিপীঠ সমূহত অধিষ্ঠিত হৈছে। দেৱীৰ নিপতিত অংগ আৰু দেৱীৰ নামেৰে সৈতে কোন পীঠত কোন ভৈৰৱ স্থিত হৈছে সেই সংবাদ 'শব্দ কল্পদ্ৰুম' আৰু 'প্ৰাণতোষিণী তন্ত্ৰত' কোৱা হৈছে।

'কালিকাপুৰাণ'ত উক্ত হৈছে ঃ

দেৱীকূটে পাদযুগ্মং প্ৰথমং ন্যাপতৎক্ষিতৌ।। [১৮.৪১]

(সতীৰ পাদদ্বয় প্ৰথমে দেৱীকূটত পৰিছিল।)

---

* এই বিষয়ে পাঠান্তৰত আলোচনা কৰা হৈছে।

হেমচন্দ্ৰৰ 'অভিধান চিন্তামণি' (৪/৪৩) মতে দেৱীকোট, উষাবনে শোণিতপুৰকেই বুজায়। আকৌ, তেজপুৰস্থিত এই ভৈৰৱী দেৱালয় এই 'দেৱীকূট'তে অৱস্থিত বুলি বিশ্বাস আৰু এই ভৈৰৱী দেৱীৰ নাম ইয়াত 'মহাভাগা' আৰু পীঠৰ ভৈৰৱ 'মহাভৈৰৱ'।

সেইদৰে দেৱীৰ যোনি অংগ 'কামগিৰি'ত নিপতিত হোৱা বুলি প্ৰচলিত। দেৱীৰ নাম কামাখ্যা আৰু সেই পীঠৰ ভৈৰৱ উমানন্দ।

**জ্যোতির্লিংগ আৰু লিংগ-পূজা ঃ**

উত্তৰ ভাৰতৰ প্ৰায়বোৰ শিৱমন্দিৰতে লিংগৰূপত মহাদেৱ শিৱক পূজা কৰা হয়। দক্ষিণ ভাৰতৰ মন্দিৰত নটৰাজ শিৱকো অৱশ্যে পূজা কৰা হয়। লিংগ পূজাৰ প্ৰাচীনত্ব প্ৰাক্‌বৈদিক কালৰ পৰাই প্ৰচলিত বুলি একাংশ পণ্ডিতে মত প্ৰকাশ কৰে, যদিও বেদত লিংগ পূজাৰ কোনো স্থিতি পোৱা নহয়। মহাভাৰতত শিৱৰ সৈতে লিংগক সংযুক্ত কৰা হৈছে আৰু শিৱ তথা লিংগপূজা সম্পৰ্কে বিস্তৃতভাৱে উল্লেখ কৰা হৈছে। ইতিমধ্যে পুৰাণ-যুগত পুৰাণ-কাহিনীসমূহত দেৱতা শিৱৰ বিকাশ হোৱাত আৰু আগম আৰু তন্ত্ৰশাস্ত্ৰসমূহৰ সৃষ্টিৰ মাজেদি শৈৱবাদী ধৰ্মীয় আন্দোলনে গঢ়লোৱাত দাক্ষিণাত্যত আৰু কাশ্মীৰত শৈৱবাদৰ সুকীয়া ধাৰাৰ স্পষ্ট বিকাশ হোৱা দেখা যায়। মূল শৈৱধৰ্মৰ তত্ত্বত শিৱকে পৰমব্ৰহ্ম পৰমসত্ত্বা অথবা নিৰ্গুণ নিৰাকাৰ ৰূপৰ স্বৰূপ বুলি জ্ঞান কৰা হৈছে। বৈদান্তিক পৰম ব্ৰহ্মৰ যি দাৰ্শনিক তত্ত্ব, সেই একেই তাত্ত্বিক ধাৰণা আৰোপিত কৰা হৈছে শিৱতত্ত্বত।

শালগ্ৰাম শিলাত যেনেকৈ নিৰ্গুণ-নিৰাকাৰ বিষ্ণুৰ স্বৰূপ আৰোপ কৰা হয়, শৈৱবাদীসকলে লিংগৰ ৰূপত তেনেকৈ শিৱৰ নিৰ্গুণ পৰম ব্ৰহ্মৰ অস্তিত্ব উপলব্ধি কৰে। দাক্ষিণাত্যত শৈৱধৰ্মী লিংগায়তসকলে কণ্ঠত শিৱলিংগ ধাৰণ কৰে। শিৱলিংগৰ পূজাই প্ৰকৃততে শৈৱবাদৰ চাৰিত্ৰিক লক্ষণ।

শৈৱ আৰু শাক্ত ধৰ্মাৱলম্বী লোকসকলে শিৱ আৰু শক্তিক অভিন্নভাৱে উপলব্ধি কৰে। ইয়াকে 'শিৱ-শক্তি সামৰস্য' বুলি কোৱা হয়। শিৱ আৰু শক্তিৰ সংযোগেহে পৰম সত্ত্বাৰ স্থিতি সূচিত কৰে। শৈৱতত্ত্বৰ দাৰ্শনিক আৰু আধ্যাত্মিক ভাৱধাৰাত একাধিক তত্ত্বৰ ধাৰণা আছে। 'সদাশিৱ তত্ত্ব' বা 'সদাখ্য তত্ত্ব' তাৰ ভিতৰত অন্যতম। সদাশিৱই সদায় শক্তিৰেহে ক্ৰিয়াশীল হৈ থাকে। কেতিয়াও পুৰুষৰ পৰা প্ৰকৃতি আৰু প্ৰকৃতিৰ পৰা পুৰুষ পৃথক নহয়। কিন্তু সদায় উভয়ে বৰ্ত্তি থাকে। ভেদ আৰু অভেদ একে তত্ত্বৰেই দুই প্ৰকাৰ। লিংগই মূৰ্ত্তিৰ ৰূপত প্ৰতীকীভাৱে এই 'সদাশিৱ তত্ত্ব' বা 'সদাখ্য তত্ত্ব'ৰেই প্ৰকাশ কৰে বুলি কোৱা হয় আৰু পূৰ্ণাংগ শিৱমূৰ্ত্তিৰূপে ঈশ্বৰৰ তত্ত্বক প্ৰকাশ কৰে।

তান্ত্ৰিক ভক্তসকলৰ বাবে শিৱলিংগ প্ৰকৃতি-পুৰুষ দৈৱিক সৃষ্টি-শক্তিৰ প্ৰতীক।

দাৰ্শনিক বা তাত্ত্বিক দৃষ্টিত শিৱলিংগৰ ধাৰণা এনে দৃষ্টিৰে বিচাৰ কৰা হৈছে। কিন্তু পৌৰাণিক আখ্যানত লিংগক শিৱৰ পৰমজ্যোতিৰ স্তম্ভ হিচাপে দেখুৱাই একাধিক আখ্যান ৰচনা কৰা দেখা যায়। বামন পুৰাণ, স্কন্দ পুৰাণ, লিংগ পুৰাণ আদিত এই আখ্যান বিধৃত কৰা হৈছে। ওঠৰখন পুৰাণৰ ভিতৰত ৬খন পুৰাণত শিৱক অধিক প্ৰাধান্য দি দেৱতা শিৱৰ কাহিনীসমূহৰ জৰিয়তে শিৱৰ শ্ৰেষ্ঠত্ব আৰু শিৱতত্ত্বৰ সৰল ব্যাখ্যা কৰা দেখা যায়। ওপৰত উল্লেখ কৰা পুৰাণ কেইখনত বাহিৰেও শিৱৰ শ্ৰেষ্ঠত্ব থকা পুৰাণ কেইখন হল মৎস, কূৰ্ম আৰু বায়ু পুৰাণ। সত্ত্ব, ৰজ আৰু তম গুণৰ বিভাজনৰ দৰে এই কেইখন পুৰাণো 'তামসিক পুৰাণ' বুলিও কোৱা হৈছে।

লিংগৰ উদ্ভাৱনক কেন্দ্ৰ কৰি ৰচিত হোৱা কাহিনীটোৰ ভিন্নতাভেদে মূল কথাখিনি এই যে এসময়ত ব্ৰহ্মা আৰু বিষ্ণুৰ দেৱতা হিচাপে শ্ৰেষ্ঠত্বৰ অধিকাৰ লৈ বিবাদ হৈছিল। শিৱই তেওঁলোকৰ গৰ্বভাৱ দেখি এক বৃহৎ আকাৰৰ আদি-অন্তহীন লিংগ ৰূপত জ্যোতিৰ স্তম্ভ হিচাপে তেওঁলোকৰ সন্মুখত আবিৰ্ভূত হৈছিল। এই লিংগই আকাশ-পাতাল ভেদ কৰি ব্ৰহ্মা আৰু বিষ্ণুই সন্ধান নোপোৱা স্থানলৈকে বিস্তৃত হৈছিল। অতি বিস্ময়াভিভূত ব্ৰহ্মা-বিষ্ণুই এই জ্যোতিৰ ক্ৰমবৰ্দ্ধমান লিংগৰূপী স্তম্ভৰ জোখ-মাফ নিৰ্দ্ধাৰণ আৰু উৎসৰ সন্ধান কৰিবলৈ অসমৰ্থ হৈ বিবাদৰ কথা পাহৰি গ'ল। তেতিয়া লিংগৰ পৰা ফাটি আহি যথাস্থানত শিৱ আবিৰ্ভূত হৈ কলে যে তেওঁৱেই পৰমসত্য, ব্ৰহ্মাণ্ডৰ স্ৰজক, পালক আৰু সংহাৰক। ব্ৰহ্মা তেওঁৰ সোঁ কাষত, বিষ্ণু বাওঁফালে স্থিত। সমূহীয়াভাবে তেওঁলোকে শিৱতেই বিৰাজমান। তাতেই এই নিৰ্দেশো প্ৰদত্ত হল যে শিৱৰ পূজা যোনিক লিংগ-চিহ্নতহে প্ৰশস্ত হব লাগে। সাকাৰ মূৰ্ত্তিত নহয়। স্কন্দ পুৰাণত আকাশক লিংগ-দণ্ডৰ ৰূপত আৰু পৃথিৱীক তাৰ পীঠ হিচাপে চিত্ৰিত কৰা হৈছে আৰু সকলো দেৱতাই এই লিংগতে বাস কৰে। সৃষ্টিৰ মূলো ইয়াতেই বুলি উক্ত হৈছে।

শিৱপুৰাণৰ মতে তেওঁ সৰ্বত্ৰ বিৰাজমান, কিন্তু বিশেষভাবে দ্বাদশ ৰূপ আৰু দ্বাদশ স্থানত লিংগৰূপত তেওঁক পোৱা হয়। এই দ্বাদশ স্থানৰ লিংগই প্ৰসিদ্ধ জ্যোতিৰ্লিংগ আৰু সেই বিশেষ স্থানসমূহ বিখ্যাত তীৰ্থক্ষেত্ৰ। ক্ষেত্ৰসমূহ হৈছে।

১। গুজৰাটত 'সোমনাথ' ঃ

ইয়াৰ বিখ্যাত মন্দিৰ আৰু সুপ্ৰাচীন বিগ্ৰহ লিংগ এসময়ত ঘজনীৰ চুলতান মামুদে বিধ্বংস কৰিছিল।

২। কৃষ্ণা নদীৰ নিকটস্থ পাহাৰৰ ওপৰত 'শ্ৰীশৈল' বা 'মল্লিকাৰ্জ্জুন'ঃ

৩। উজ্জয়িনীত 'মহাকাল' বা 'মহাকালেশ্বৰ' ঃ

১২৩১ খ্ৰী.ত আলটাৎমিছৰ ৰাজত্ব কালত উজ্জয়িনী অধিকাৰ কৰি এই শৈল লিংগ দিল্লীলৈ নি খণ্ড-বিখণ্ড কৰা হৈছিল।

৪। উজ্জয়িনীৰ 'ওঁকাৰ' বা ওঁকাৰেশ্বৰ মন্দিৰ ঃ

সম্ভৱতঃ নৰ্মদা তীৰস্থ ওঁকাৰ মান্ধাতাত থকা মহাদেৱৰ মন্দিৰ।

৫। অমৰেশ্বৰ ঃ

এই মন্দিৰো উজ্জয়িনীত। ঈশ্বৰো ঈশ্বৰ—'অমৰেশ্বৰ' মন্দিৰৰ নাম।

৬। বঙ্গৰ বৈদ্যনাথ (বা 'বৈজনাথ') ঃ

পশ্চিম বংগৰ দেওগড়ত। [অথবা হায়দৰাবাদৰ ওচৰৰ পৰ্লিত বুলিও ভবা হয়।].

৭। সেতুবন্ধত 'ৰামেশ' বা 'ৰামেশ্বৰ' ঃ

এই লিংগ শ্ৰীৰামৰ দ্বাৰা প্ৰতিষ্ঠিত হয় বুলি প্ৰচলিত।

৮। 'ডাকিনী'ত 'ভীমশংকৰ' ঃ

অন্ধ্ৰ প্ৰদেশৰ ৰাজমহেন্দ্ৰী জিলাত ভীমেশ্বৰত থকা শিৱলিংগই এই জ্যোতিৰ্লিংগ বুলি কোৱা হয়। **একাংশ পণ্ডিতৰ মতে এই মন্দিৰৰ স্থিতি অসমত বুলিও কোৱা হৈছে। গুৱাহাটীৰ ওচৰত ব্ৰহ্মপুৰ পাহাৰৰ ওপৰত এই মন্দিৰ অৱস্থিত বুলি তেওঁলোকে ভাবে।**** (দ্ৰষ্টব্য ঃ Immortal India-Vol-III, ভাৰতীয় বিদ্যাভৱন, মুম্বাই)

৯। কাশীৰ 'বিশ্বেশ্বৰ' ঃ

জ্যোতিৰ্লিংগসমৃদ্ধ এই মন্দিৰ সুপ্ৰসিদ্ধ আৰু সুপ্ৰাচীন। ডিম্বাকৃতিৰে দৃশ্যমান এই শিৱলিংগ বিশ্বব্ৰহ্মাণ্ডৰ ৰূপৰ প্ৰতীক বুলি আৰু আদ্যলিংগ বুলি ভবা হয়। এই লিংগ বিষ্ণুৰ ভাৰত স্থিত।

১০। গোমতীৰ তীৰৰ 'ত্ৰ্যাম্বক' ঃ

[অথবা মহাৰাষ্ট্ৰৰ নাচিকৰ ওচৰত ব্ৰহ্মাগিৰি পাহাৰত থকা ত্ৰ্যাম্বকেশ্বৰ। ই চন্দ্ৰ লিংগৰূপে প্ৰকাশিত।]

১১। গৌতমেশ (বা 'গৌতমেশ্বৰ') ঃ

১২। হিমালয়ত তেহৰি গাড়োৱাল অঞ্চলত থকা 'কেদাৰেশ' বা 'কেদাৰনাথ'ঃ

[ষাঁড়গৰুৰ নেজৰদৰে এক শিলাখণ্ডই এই মন্দিৰৰ লিংগ ৰূপ। উত্তৰাঞ্চলৰ শেষস্থানত এই জ্যোতিৰ্লিংগৰ স্থিতি।]

---

** (১) গুৱাহাটীৰ সন্নিকটত ব্ৰহ্মপুৰ নামৰ পাহাৰ বা টিলা বুলি কোনো নাম পোৱা নাযায়। সম্ভৱতঃ শব্দটো 'ব্ৰহ্মপুত্ৰ'ও হব পাৰে। সেইটো হলে ব্ৰহ্মপুত্ৰ নদীৰ মাজত উমানন্দ টিলাত থকা উমানন্দ মন্দিৰৰ কথাই ইয়াত সূচিত হৈছে নেকি? (২) অন্য এক মত এই যে গুৱাহাটীৰ দক্ষিণ অংশত অৱস্থিত বশিষ্ঠাশ্ৰমসংলগ্ন সন্ধ্যাচল পৰ্বতৰ অগ্নিকোণত থকা কালিকাপুৰাণত উল্লেখিত হোৱা ক্ষোভক পৰ্বতত্তে এই ভীমশংকৰ জ্যোতিৰ্লিংগ প্ৰতিষ্ঠাত। উল্লেখ্য যে ইয়াৰ ওচৰতে আছে পঞ্চযোনী-পঞ্চকন্যাধাম। ('দ্বাদশ জ্যোতিৰ্লিংগ'- ভৃগুগিৰি পঞ্চকন্যা প্ৰকাশন, ১৯৮৪ আৰু ১৯৯৪)।

'নাগনাথ' অথবা 'নাগনাথেশ' নামৰ আহমেদনগৰৰ পূবত দাৰুক বনত থকা শিৱলিংগৰ মন্দিৰটোও ৬ নংত উল্লেখিত 'জ্যোতির্লিংগ'ৰ মন্দিৰ হব পাৰে বুলিও কোৱা হয়। ১১ নংত উল্লেখ হব পৰা এটা মন্দিৰৰ নাম 'বামেশ্বৰ'। ইলোৰা গুহৰ ওচৰত থকা 'ঘুচমেশ্বৰ' নামৰ মন্দিৰো জ্যোতির্লিংগৰ তালিকাত পোৱা যায়।

শৈৱ সম্প্ৰদায়ৰ লোকে জ্যোতির্লিংগৰ প্ৰতি সুউচ্চ শ্ৰদ্ধা-ভক্তি প্ৰদৰ্শন কৰে। উল্লেখিত ক্ষেত্ৰসমূহতে দ্বাদশ লিংগৰ প্ৰকাশ হোৱাৰ উপৰিও প্ৰত্যেক লিংগই বিভিন্ন ৰূপৰ প্ৰকাশো কৰিছে বুলি কোৱা হয়।

ইয়াৰ উপৰিও দক্ষিণ ভাৰতত পঞ্চমহাতত্ত্ব- ক্ষিতি, অপ, তেজ, মৰুৎ আৰু ব্যোম- এই পঞ্চ মহাভূতৰ আধাৰত পঞ্চ শিৱলিংগৰ মন্দিৰ আছে। কাঞ্চীত ক্ষিতি, জম্বুকেশ্বৰত অপ, তিৰুৱনমল্লাইত তেজ, কলহস্তিত মৰুৎ বা বায়ু আৰু চিদাম্বৰমত আকাশ লিংগ আছে।

জ্যোতির্লিংগক স্বয়ম্ভু অৰ্থাৎ আপোনাআপুনি উদ্ভৱ হোৱা বুলি ধৰা হয়। 'শব্দ কল্পদ্ৰুম'ত বাণ লিংগ, আগ্নেয় লিংগ, য়ামা লিংগ, নৈঋত লিংগ, বৰুণ লিংগ, বায়ু লিংগ, ৰৌদ্ৰ লিংগ, কুবেৰ লিংগ আৰু বৈষ্ণৱ লিংগৰ বৰ্ণনা আছে। দ্বাদশ জ্যোতির্লিংগৰ প্ৰতিটো লিংগই এনে ৰূপৰেই কোনোটোৰ ৰূপ প্ৰকাশ কৰি থাকে।

শৈৱধৰ্মৰ ক্ৰমিক বিস্তৃতি আৰু বিকাশে বিভিন্ন প্ৰকাৰৰ শিৱলিংগৰ অস্তিত্বৰ কথা উদ্ভাসিত কৰিলে। 'অগ্নিপুৰাণ'ত লিংগৰ প্ৰকাৰ প্ৰস্তুতি আৰু লক্ষণৰ কথা উক্ত হৈছে। বৰাহ মিহিৰৰ 'বৃহৎ সংহিতা' আদি গ্ৰন্থতো শিৱলিংগ প্ৰস্তুতিৰ নিয়মৰ কথা উল্লেখ হ'ল।

মূলতঃ বহলভাবে শিৱলিংগ দুই প্ৰকাৰৰ। 'চল' (moveable) আৰু 'অচল' (immoveable)। 'অচল' বা 'স্থাৱৰ' বা 'স্থিৰ' লিংগ ন-প্ৰকাৰৰ। স্বায়ম্ভুৱ বা পূৰ্ব (বা 'পৌৰাণিক'), দৈৱত (দৈৱিক), গাণপত্য, অসুৰ, সুৰ, আৰ্ষ, ৰাক্ষস, মানুষ আৰু বাণ। স্বায়ম্ভুৱ, দৈৱিক আৰু আৰ্ষ লিংগৰ কোনো ৰূপ নাই আৰু মান (measurement) নাই। তেওঁলোক নিজৰ আকৃতি বা লক্ষণৰ দ্বাৰাহে প্ৰকাশমান হয়। তেনে লিংগই পদ্ম, আঙুঠি, ডিম্ব, হংস অথবা কোনো দেৱতাৰ চিহ্নতো সূচিত হয়। যেনে, ছত্ৰ-চিহ্ন লিংগই ইন্দ্ৰ, শংখই বিষ্ণু, দ্বি-মুৰে অগ্নি, ত্ৰিপদৰ চিহ্নই যম, তৰোৱাল সদৃশ হলে নৈঋত্ত, কলহাকৃতি হলে বৰুণ, গদা সদৃশ হলে কুবেৰ, ত্ৰিশূল হলে ঈশান আৰু পদ্ম হলে ব্ৰহ্মলিংগৰ প্ৰকাশ হয়।

দৈৱিক লিংগ জুই শিখাৰ আকৃতিৰ অথবা অঞ্জলি-গ্ৰহণৰ বাবে হাতজোৰ কৰি থকা হস্তৰ দৰে হয়।

'স্থিৰ' বা 'অচল' শ্ৰেণীৰ 'মানুষ লিংগ' মানুহে নিৰ্দিষ্ট বিধি-নিয়মমতে কাটি উলিয়াই প্ৰতিষ্ঠিত কৰা লিংগ। সাধাৰণতে ইয়াৰ তিনিটা ভাগ- ব্ৰহ্মভাগ, বিষ্ণুভাগ

আৰু ৰুদ্ৰভাগ বা পূজাভাগ। 'বৃহৎ সংহিতা'ত (৫৮.৫৩-৫৪) কোৱামতে নিম্নৰ 'ব্ৰহ্মভাগ' বৰ্গক্ষেত্ৰাকাৰ, অষ্টকোণ যুক্ত মধ্যভাগ বিষ্ণুঅংশ আৰু লিংগৰ ওপৰৰ ঘূৰ্ণীয়া অংশ ৰুদ্ৰভাগ বা পূজাভাগ। তিনিওটা অংশ সমানভাগত বিভক্ত। বৰ্গক্ষেত্ৰাকাৰ অংশ পিণ্ডিকাত পুতি থোৱা, মধ্যাংশ পীঠত থাকে।

ৰুদ্ৰভাগত কিছুমান ৰেখা থাকে। তাক 'ব্ৰহ্মসূত্ৰ' বুলি কোৱা হয়। দৈৱিক, গাণপত্য আৰু আৰ্ষলিংগত ব্ৰহ্মসূত্ৰ নাথাকে।

'মানুষ' লিংগ চাৰিভাগত বিভক্ত হ্ব পাৰে।

১। যোনি বা অৰ্ঘ্যবিহীন শিৱলিংগ।

২। যোনি বা অৰ্ঘ্যযুক্ত সৰল শিৱলিংগ।

৩। যোনিযুক্ত চতুৰ্মুখ শিৱলিংগ।

৪। যোনিযুক্ত পঞ্চমুখ শিৱলিংগ।

যোনিযুক্ত সৰল লিংগ আকৌ এনেধৰণৰ হ'ব পাৰে।

(ক) বৰ্গক্ষেত্ৰাকাৰ বা আয়তক্ষেত্ৰাকাৰ অৰ্ঘ্যযুক্ত লিংগ। ইয়াত লিংগৰ তিনিওটা ভাগ দেখা যায়।

(খ) বৰ্গক্ষেত্ৰাকাৰ বা আয়তক্ষেত্ৰাকাৰ অৰ্ঘ্যযুক্ত সৰল লিংগ।

(গ) ঘূৰ্ণীয়া অৰ্ঘ্য বা যোনিত প্ৰতিষ্ঠিত লিংগ।

(ঘ) বিস্তৃতভাবে খোদিত অৰ্ঘ্যত সংস্থাপিত সৰল অথবা খোদিত লিংগ।

অসমত উল্লেখিত চাৰিও প্ৰকাৰৰ শিৱলিংগই পোৱা যায়।

'বাণলিংগ'ৰ কথা প্ৰথমতেই উল্লেখ কৰি অহা হৈছে। এই লিংগও মানুহ-সৃষ্ট নহয়, আপোনাআপুনি প্ৰকাশ হোৱা বুলি কোৱা হয়। 'চল লিংগ' ৬ প্ৰকাৰৰ বুলি কোৱা হৈছে। এইবোৰ মৃন্ময়, লোহজ, ৰত্নজ, দাৰুজ (কাঠৰ), শৈলজ আৰু ক্ষণিক (তাৎকালিক প্ৰয়োগ আৰু বিসৰ্জন দিয়া) শ্ৰেণীৰ হ'ব পাৰে। চললিংগৰ পূজাভাগ বা ৰুদ্ৰভাগহে থাকে। বাকী অংশ নাথাকে।

অসমত অসংখ্য শিৱলিংগ মূৰ্ত্তিৰ প্ৰাপ্তি, বহুত প্ৰাচীন শিৱমন্দিৰৰ ধ্বংসাৱশেষ আৰু স্থিতিয়ে লিংগ-পূজাৰ সুপ্ৰাচীনত্বৰ কথাকে সূচায়। কামৰূপৰ বৰ্মন বংশীয় আৰু শালস্তম্ভ বংশীয় ৰজাসকল আছিল শৈৱধৰ্মৰ পৃষ্ঠপোষক। প্ৰাচীন তাম্ৰশাসন আৰু হিউৱেন চাঙৰ শৈৱধৰ্মৰ উল্লেখে ইয়াৰ ঐতিহাসিকতা প্ৰমাণ কৰে। প্ৰাচীন শৈৱমূৰ্ত্তি আৰু বিভিন্ন শিৱলিংগৰ মূৰ্ত্তিও অসমত সংৰক্ষিত হৈ আছে।

কালিকাপুৰাণৰ মতে শিৱৰ মন্দিৰৰ সংখ্যা অন্য দেৱ-দেৱীৰ মন্দিৰতকৈ অধিকসংখ্যক। ২০খন শিৱক্ষেত্ৰৰ কথা ইয়াত উল্লেখ হৈছে। অসমতো শিৱৰ মূৰ্ত্তিতকৈ লিংগৰ ৰূপতহে পূজা চলিছিল। 'যোগিনী তন্ত্ৰ'ত প্ৰাচীন কামৰূপত শিৱলিংগৰ সংখ্যা কোটিতকৈও অধিক বুলি কোৱা হৈছে ঃ

'কোটিলিংগসমাকীৰ্ণা কামাখ্যা কল্পবল্লৰী' (যো.ত. ১/১১/৩৬)।

**'মহাভৈৰৱ মন্দিৰ'ৰ শিৱলিংগ ঃ**

উপৰ্য্যুক্ত আলোচনাৰ পৰা দেখা যায় যে মহাভৈৰৱ মন্দিৰৰ প্ৰাচীনত্বও প্ৰাচীন কামৰূপৰ লিংগ পূজাৰ প্ৰাচীনত্বৰ সৈতে সংশ্লিষ্ট হৈ আছে। কিন্তু এই মন্দিৰ জ্যোতিৰ্লিংগৰ মন্দিৰৰ তালিকাত ভুক্ত হোৱা নাই।

লিংগমূৰ্ত্তিৰ শিল্প কলাৰ ভিত্তিত মহাভৈৰৱৰ শিৱলিংগ স্থাৱৰ শ্ৰেণীৰ 'মানুষ লিংগ' বুলি চিহ্নিত কৰিব পৰা যায়। ইয়াৰ তিনিটা অংশ আছে— ব্ৰহ্মভাগ, বিষ্ণুভাগ আৰু ৰুদ্ৰভাগ। ৰুদ্ৰভাগত ব্ৰহ্মসূত্ৰও থকা দেখা যায়। এই মহাশিৱলিংগৰ দৈৰ্ঘ্য ৩.৩০ মিটাৰ আৰু ইয়াৰ ব্যাস ২.৩০ মিটাৰ। ইয়াৰ পিণ্ডিকা বা পীঠ ঘূৰণীয়া, বৰ্গক্ষেত্ৰাকাৰ বা আয়তাকাৰ নহয়।

**ঐতিহাসিক যুগত মহাভৈৰৱ মন্দিৰ ঃ**

বৰ্তমানে বিৰাজমান হৈ থকা মহাভৈৰৱ মন্দিৰ পৌৰাণিক যুগৰ অথবা ঐতিহাসিক প্ৰত্ন যুগৰো নহয়।** অনুসন্ধানৰ পৰা জনা যায় যে সময়ৰ প্ৰাকৃতিক পৰিৱৰ্ত্তনৰ লগে লগে অসমৰ ভূমিকম্প, ধুমুহা অথবা ভিন ভিন দুৰ্য্যোগত এই শৈল মন্দিৰ ভাঙি পৰিছিল আৰু বিভিন্ন ৰজাৰ শাসন কালত সময়ে সময়ে এই মন্দিৰৰ পুনৰ নিৰ্মাণ হৈছিল। **প্ৰসংগক্ৰমে উল্লেখনীয় যে অসমত প্ৰাচীন কালৰে পৰা শৈৱধৰ্মৰ প্ৰবল প্ৰভাৱৰ ঐতিহাসিক, শাস্ত্ৰীয়, সাহিত্যিক, লৌকিক আৰু শৈল ভাস্কৰ্য্য আদিৰ বিশ্বাসযোগ্য প্ৰমাণ থকা সত্বেও আৰু অধিক সংখ্যক শৈৱ মন্দিৰৰ ধ্বংসাৱশেষ বিভিন্ন মন্দিৰ-প্ৰাংগনত সিঁচৰতি হৈ পৰি থকা সত্বেও প্ৰাক্ আহোম যুগৰ কোনো মন্দিৰেই অসমত দণ্ডায়মান হৈ তিষ্ঠি থকা নাই।** সকলোবোৰ প্ৰখ্যাত মন্দিৰেই আহোম যুগৰ বিভিন্ন সময়ত উদ্ধাৰ কৰা আৰু পুনৰ নিৰ্মাণ কৰা দেখা যায়। আনকি পুনৰ্নিৰ্মিত সেই মন্দিৰবোৰৰো বহুত ভাঙি পৰিছে।

চিন্তা কৰিবলগীয়া কথা যে বৰ্মনবংশীয় ৰজাসকল আৰু শালস্তম্ভবংশীয় ৰজাসকলৰ (যাৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ পৰা 'হড়পেশ্বৰ' বা 'হটপেশ্বৰ'- বৰ্তমান তেজপুৰ বুলি সৰ্বাধিক পণ্ডিতমণ্ডলীৰ দ্বাৰা স্বীকৃত- লৈ স্থানান্তৰিত কৰা হৈছিল) ইষ্টদেৱতা শিৱ হোৱা সত্বেও অথবা শৈৱধৰ্মৰ পৃষ্ঠপোষকতা কৰাৰ প্ৰমাণ তেওঁলোকৰ প্ৰদত্ত তাম্ৰলেখবোৰৰ পৰা প্ৰাপ্ত হলেও কিম্বদন্তী-প্ৰসিদ্ধ মহাভৈৰৱ মন্দিৰৰ নিৰ্মাণ অথবা ইয়াৰ নামোল্লেখ ক'তো এই পৰ্য্যন্ত পোৱা হোৱা নাই। ইয়াৰ ধ্বংস-প্ৰাপ্ত আৰু এতিয়া ব্যৱহৃত প্ৰাচীন শৈল সম্পদ, দ্বাৰ, স্তম্ভ আদিৰ প্ৰত্নতাত্বিক দিশৰ অধ্যয়নৰ পৰাও এইবোৰৰ নিৰ্মাণ-কাল এতিয়া নিৰ্ণয় কৰা সম্ভৱ নহয়। যি

---

** বুৰঞ্জীবিদ সৰ্বানন্দ ৰাজকুমাৰে লিখিছে: "ইয়াত আগৰ দিনৰ মন্দিৰ নাই। বৃটিছ যুগত নিৰ্মাণ কৰা মন্দিৰহে আছে। সদায় সেৱা-পূজা হয়। আহোম ৰজাই দিয়া এই দেৱালয়ৰ ১২৫বি.১ক.৩লে. নিষ্পিখেৰাজ মাটি আছে।" [ইতিহাসে সোঁৱৰা ছশটা বছৰ; পৃ. ৩৩৯]

ধৰণে দ-পৰ্বতীয়াৰ সংৰক্ষিত মন্দিৰৰ ধ্বংসাৱশেষ আৰু উষা পাহাৰৰ ধ্বংসাৱশেষ আৰু কেতেকীবাৰীৰ বৃহত্তম পঞ্চমুখী (চতুৰ্মুখী?) শিৱলিংগৰ চিহ্ন আৰু ভাস্কৰ্য্য অধ্যয়ন কৰি সেই সম্পদ সমূহৰ স্থিতিৰ কাল সম্পৰ্কে এটি সম্ভাব্য ধাৰণা কৰিব পাৰি, সেইধৰণে মহাভৈৰৱ মন্দিৰৰ প্ৰকৃত নিৰ্মাণ-কাল সম্পৰ্কে সম্যক ধাৰণা কৰা মুঠেই সম্ভৱ নহয়। কাৰণ একাধিকবাৰ ইয়াৰ পুনৰ নিৰ্মাণ হৈছে আৰু সাম্প্ৰতিক কালতো প্ৰয়োজনবোধে ইয়াৰ সংশোধন, সংযোজন আৰু বিয়োজন হৈ থকাত সূক্ষ্ম প্ৰত্নতাত্ত্বিক অধ্যয়নৰ সুবিধা আৰু অৱকাশ নোহোৱা হ'ল।

অৱশ্যে বৰ্তমানে থকা প্ৰাচীন মহাভৈৰৱ মন্দিৰৰ ৰূপ আৰু বৈশিষ্ট্যই খ্ৰী. সপ্তম শতিকাৰ উত্তৰভাৰতৰ মন্দিৰ নিৰ্মাণৰ 'নাগৰ' বৈশিষ্ট্যকে সূচিত কৰিছে।

মন্দিৰৰ প্ৰতিষ্ঠিত লিংগৰ 'গৰ্ভগৃহ' আছে। তাত ওখ ঘূৰণীয়া পিণ্ডিকা বা যোনিপীঠৰ ওপৰত এই লিংগ স্থাপিত। গৰ্ভগৃহ ঘনক্ষেত্ৰাকাৰভাবে ঘূৰণীয়া (cubical-circular), কিন্তু গহ্বৰৰ দৰে ক্ষুদ্ৰকক্ষটো বৰ্গক্ষেত্ৰাকাৰ যাৰ জোখ ৫' মি×৫' মি। পূৰ্বতে এই গৰ্ভগৃহ যথেষ্ট আন্ধাৰ আছিল আৰু বহিৰ্গমনৰ বাবে পৃথক দুৱাৰ নাছিল। ১৯৭৬-৭৭ চনত গৰ্ভগৃহৰ উত্তৰফালে এখন নিগৰ্মন দুৱাৰ কাটি ভক্তবৃন্দ পূজাৰ পাছত ওলাই যোৱাৰ বাবে ব্যৱস্থা কৰি দিয়া হয়। ইয়াৰ ফলত শিৱৰাত্ৰি মেলাত আৰু অন্যান্য সাময়িক উৎসৱত যাত্ৰী-ভক্তসকলে গৰ্ভগৃহত ভিৰ নকৰাকৈ বাহিৰলৈ ওলাই যোৱাৰ সুবিধা হৈছে।

গৰ্ভগৃহৰ সংশ্লিষ্ট পূবত আছে ঘনক্ষেত্ৰাকাৰভাবে বৰ্গক্ষেত্ৰসদৃশ অন্তৰাল (Cubical-square type chamber of the vestible) যাৰ জোখ ৬' মি.× ৬' মি.। গৰ্ভগৃহ আৰু অন্তৰালৰ মাজতে প্ৰবেশ-দ্বাৰ গৰ্ভগৃহৰ পৰা পূবমুৱা।

গৰ্ভগৃহৰ চালৰ শীৰ্ষত শিখৰ, যাক 'বিমান' বোলা হয়। চূড়াৰ ওপৰত আছে 'গ্ৰীৱ' আৰু ই ওপৰত 'আমলক'ৰে সৈতে সংলগ্ন হৈছে। আমলকৰ শিৰত আছে 'কলহ'সদৃশ মুকুট। 'অন্তৰাল'ৰ চালো গৰ্ভগৃহৰ দৰে, কিন্তু ইয়াৰ চূড়া বক্ৰৰেখাবিশিষ্ট হৈ সমৃদ্ধ হৈছে আৰু গৰ্ভগৃহৰ চূড়াতকৈ সমানুপাতিকভাবে কম ওখ। শীৰ্ষত 'গৰ্ভগৃহ'ৰদৰেই 'শিখৰ', 'বিমান' আদি নিৰ্মিত।

মহাভৈৰৱ মন্দিৰত অন্য কিছুমান মন্দিৰৰ দৰে 'অন্তৰাল'ৰ সৈতে সংলগ্ন স্তম্ভসমৃদ্ধ আৰু কোনো 'মণ্ডপ' বা আহল-বহল কক্ষ (pillared hall or mandapa) নাই। অৱশ্যে প্ৰবেশ-দ্বাৰৰ লগতে লগাকৈ এক খোলা অৰ্দ্ধ মণ্ডপৰ দৰে কাৰুকাৰ্য্য খোদিত বাৰান্দা এখন সাম্প্ৰতিক কালত সংলগ্ন কৰি দিয়া হৈছে। 'অন্তৰাল'ৰ এই প্ৰবেশ দ্বাৰৰ দুয়োফালে দেৱালত বৃহদাকাৰৰ গণেশ আৰু হনুমানৰ শৈলমূৰ্ত্তি (সোঁফালে গণেশ, বাওঁফালে হনুমান) খোদিত আছে। উভয় মূৰ্ত্তিতে ভক্ত-যাত্ৰীবৃন্দই সেৱা-পূজা কৰিহে মণ্ডপত প্ৰবেশ কৰে।

**মন্দিৰৰ নিৰ্মাণ আৰু 'হেতুকশূলীন' মন্দিৰ ঃ**

মন্দিৰৰ এই ভাস্কৰ্য্য বা নিৰ্মাণ-শৈলীৰ চাৰিত্ৰিক বৈশিষ্ট্য স্পষ্টভাৱে উত্তৰ ভাৰতীয় নাগৰ শৈলীৰ বুলি পূৰ্বতে উল্লেখ কৰি অহা হৈছে। সেই হিচাপে আধুনিক সময়ৰ মেৰামতি বা সম্প্ৰসাৰণৰ ছাপ মহাভৈৰৱ মন্দিৰত পৰিলেঁও ইয়াৰ সুপ্ৰাচীনত্ব অনুমান কৰাত অসুবিধা নহয়। কামৰূপৰ শালস্তম্ভীয় ৰজাসকলৰ (খ্ৰী. ৬৫৫- খ্ৰী. ৯০০) একাধিক ৰজাই 'হড়পেশ্বৰ' (বা হৰপেশ্বৰ) নগৰৰ পৰাই ব্ৰাহ্মণক ভূমিদান কৰি তাম্ৰশাসন প্ৰদান কৰিছিল। 'হৰপেশ্বৰ' (সাধাৰণতে 'হাৰুপেশ্বৰ' বুলিহে সৰ্বজনভাবে পৰিচিত) নগৰখন তেজপুৰ বুলিয়ে ইতিমধ্যে ঐতিহাসিকভাবে স্বীকৃত হৈছে। উল্লেখিত তাম্ৰশাসনসমূহত এই নগৰৰ সুন্দৰ বৰ্ণনা লিপিবদ্ধ হৈ আছে পুখুৰী, পদুমফুল, ৰাস্তা-ঘাট, মঠ-মন্দিৰ, মন্দিৰৰ নৃত্যগীত, দেৱমন্ত্ৰ আদিৰ সুমধুৰ ধ্বনিৰ কাব্যিক বৰ্ণনাও তাত আছে। তেনে দুখন তাম্ৰশাসন- বনমাল বৰ্মনৰ 'তেজপুৰ তাম্ৰশাসন' (খ্ৰী ৯ম শতিকাৰ মধ্যভাগ) আৰু এইজন ৰজাৰেই 'পৰ্বতীয়া তাম্ৰশাসন' (খ্ৰী. ৯ম শতিকাৰ মধ্যভাগ)ত ওখ এটি শিৱমন্দিৰ ৰজা বনমালবৰ্মাই পুনৰ নিৰ্মাণ কৰাৰ উল্লেখ আছে। এই শিৱমন্দিৰৰ সৈতে অলেখ গাঁও, হাতী, মানুহ আৰু দেৱদাসী নৰ্ত্তকী সংযুক্ত হৈ আছিল। সংশ্লিষ্ট দুয়োখন লিপিৰ খোদিত পাঠটো এই-

ধৃৰুহে নহুষস্য যেন পতিতং কালান্তৰাদালয়ং
সৌধং ভক্তিনতাখিলামৰবৰ ব্ৰাতাৰ্চ্চিতাঙ্ঘ্ৰেঃ পুনঃ।
প্ৰালেয়াচলশৃঙ্গতুঙ্গমতুলগ্ৰামৈভবেশ্যাজনৈৰ্যুক্তং
হেতুকশূলিনঃ ক্ষিতিভুজা ভক্ত্যা নবং চক্ৰুষা। (শ্লোক ২৪)

[অখিল শ্ৰেষ্ঠ দেৱগণ যাৰ চৰণত ভক্তিভাবে নত হৈ থাকে সেই 'হেতুকশূলিন' শিৱৰ কালক্ৰমে ভূপতিত হিমালয় শৃংগসদৃশ উচ্চ আৰু অতুল গাঁও, প্ৰজা, হস্তী, বেশ্যা প্ৰভৃতি সমন্বিত সৌধগৃহ ভক্তিসহকাৰে নতুনভাবে পুনৰ্নিৰ্মিত কৰি তেওঁ নহুষৰ ভাৰ বহন কৰিছিল]।

তেজপুৰ আৰু তেজপুৰ নগৰৰ আশে-পাশে কেইবাটাও প্ৰাচীন শিৱমন্দিৰৰ ধ্বংসাৱশেষ আছে। পূবৰ ৰুদ্ৰপদ দেৱালয়ৰ পৰা আৰম্ভ কৰি পশ্চিমৰ ভৈৰৱপদ আৰু তাৰো পশ্চিমত বিখ্যাত গঙ্গা-যমুনা মূৰ্ত্তিৰ অপৰূপ শৈল ভাস্কৰ্য্যৰ সম্পদসহ বিখ্যাত দ-পৰ্বতীয়াৰ মন্দিৰ প্ৰসিদ্ধ। তেজপুৰৰ উত্তৰত কেতেকীবাৰী গাঁওত ধ্বংসপ্ৰাপ্ত মন্দিৰৰ চিহ্নবোৰৰে সৈতে বে'কা হৈ পৰি থকা অৱস্থাত আছে এক বৃহদাকাৰৰ পঞ্চমুখী (বা চতুৰ্মুখী?) শিৱলিংগ। ওচৰতে পৃথকভাবে আছে ভগ্ন অৱস্থাত বৃহৎ যোনি পীঠ। এই মন্দিৰ কেতেকেশ্বৰ মন্দিৰ বা কেতেকেশ্বৰৰ শিৱলিংগ বুলি প্ৰচলিত হৈছে। সেই হিছাপে দ-পৰ্বতীয়াৰ মন্দিৰ, মহাভৈৰৱ মন্দিৰ

আৰু পঞ্চমুখী শিৱলিংগই (যাৰ দৈৰ্ঘ্য ২.৯ মিটাৰ) প্ৰসিদ্ধি আৰু প্ৰত্নতাত্ত্বিক-পৌৰাণিক বিবেচনাৰ দিশৰ পৰা গুৰুত্ব লাভ কৰিছে। এতিয়া প্ৰশ্ন হয় বনমাল বৰ্মাই (আনুমানিক খ্ৰী. ৮৩২-৮৫৫) ভূপতিত হোৱা কোনটো মন্দিৰ (যি মন্দিৰৰ নাম বা বিগ্ৰহ আছিল 'হেতুক শূলিন') পুনৰ নিৰ্মাণ কৰিছিল? ধ্ৰুপদী গুপ্তযুগৰ স্পষ্ট প্ৰভাৱ থকা দ-পৰ্বতীয়াৰ নিমজ শৈল ভাস্কৰ্যসমৃদ্ধ ভগ্ন মন্দিৰৰ ভেটিটো শিলৰ আৰু ওপৰৰ অংশ ইটাৰ দ্বাৰা নিৰ্মিত আছিল বুলি সাম্প্ৰতিক প্ৰত্নতত্ত্ববিদ সকলে কৈছে আৰু সকলো বিষয় অধ্যয়ন কৰি এই মন্দিৰৰ নিৰ্মাণ কাল খ্ৰী. ৫ম শতিকাৰ আগ বা মধ্যভাগৰ বুলি নিৰ্ণয় কৰা হৈছে। Taking all these into consideration, it may not be unreasonable to assign the Dah-Parbatiya Temple, which as we find it today, belonged to a single period of construction, to a date in the fifth century.[১] গতিকে দ-পৰ্বতীয়াৰ মন্দিৰ শালস্তম্ভীয় বংশৰ ৰজাসকলৰ পূৰ্বকালত অৰ্থাৎ গুপ্তসভ্যতাৰ প্ৰভাৱৰ আগডোখৰতে নিৰ্মিত হোৱা।

আনহাতে কেতেকীবাৰীৰ পঞ্চমুখী শিৱলিংগ সম্পৰ্কেও ঐতিহাসিকভাৱে নিৰ্ণয়কালৰ প্ৰসংগত বিশেষ তথ্য পোৱা হোৱা নাই। উষা পাহাৰৰ ভগ্ন শৈল ধ্বংসাৱশেষৰ পৰাও এই স্থানৰ মন্দিৰৰ মূল বিগ্ৰহ কি আছিল, সেই বিষয়ে কোনো সিদ্ধান্ত নাই। সাধাৰণভাৱে এইবোৰৰ নিৰ্মাণ কাল নৱম-দশম শতাব্দীৰ ভিতৰত বুলি বিশেষজ্ঞসকলে মন্তব্য কৰে।

সেই কাৰণে বনমালবৰ্মাই পুনৰ নিৰ্মাণ কৰা 'হেতুকশূলিন' শিৱমন্দিৰৰ সৈতে মহাভৈৰৱ মন্দিৰৰ শিৱলিংগ আৰু এই মন্দিৰক সংশ্লিষ্ট কৰিব পাৰিনেকি বিচাৰ কৰিবলগীয়া। 'কালক্ৰমত ভূপতিত' হোৱা কথাসাৰৰ পৰা এনে ধাৰণা লব পাৰি যে বাণাসুৰে নিৰ্মাণ কৰি যোৱা আৰু পাছত ভাঙি যোৱা প্ৰাচীন সেই মন্দিৰকেই শৈৱধৰ্মী ৰাজবংশ ('পৰম মাহেশ্বৰ' উপাধি লোৱা হৰ্জ্জৰবৰ্মনৰ বংশধৰ)ৰ ৰজা বনমালবৰ্মনে পুনৰনিৰ্মাণ কৰাত ৰত হৈছিল। পৌৰাণিক বাণাসুৰ মহাভাৰতীয় যুগৰ (দ্বাপৰ যুগৰ শেহভাগ)। সেইকালৰপৰা ৰজা বনমালবৰ্মনৰ খ্ৰী. ৯ম শতাব্দীলৈ সময়ৰ ব্যৱধান সম্ভৱতঃ প্ৰায় চাৰেতিনি হাজাৰ বছৰ বা ততোধিক।

**'হেতুকশূলিন' মন্দিৰ ঃ**

'তেজপুৰ তাম্ৰশাসন'ৰ পাঠ অধ্যয়নত সংশ্লিষ্ট উল্লেখিত শ্লোকত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদে তেওঁৰ সম্পাদিত 'কামৰূপ শাসনাৱলী' (১৯৩১ খ্ৰী.) গ্ৰন্থত

---

[১] 'Comprehensive History of Assam' : Temple-Ruins of Dah-Parbatiya by S.K. Saraswati (P. 434)

শব্দটো 'হাটকশূলিন' বুলি লিপিবদ্ধ কৰিছে'[২]। 'হাটক' শব্দৰ অৰ্থ সোণ। গতিকে এই মন্দিৰ সোণখটোৱা 'হাটকেশ্বৰ' মহাদেৱৰ বুলি তেওঁ ধাৰণা কৰিছে। কিন্তু গুৰুত্বপূৰ্ণ কথাটো হৈছে যে 'এছিয়াটিক চোছাইটিৰ পত্ৰিকা'ৰ পাঠত শব্দটো 'হেতুকশূলিন' বুলি পঢ়া হৈছে। এই কথাটো বিদ্যাবিনোদ ডাঙৰীয়াই তেওঁৰ গ্ৰন্থৰ পাদটীকাত উল্লেখো কৰিছে।

ইয়াৰ পৰৱৰ্ত্তী তাম্ৰ শাসন (একেজন ৰজাৰে প্ৰদত্ত) 'পৰ্বতীয়া তামৰ ফলি'ত শব্দটো স্পষ্টকৈ 'হেতুকশূলিন' বুলি পঢ়া হৈছে। পণ্ডিতসকলে 'হেতুকশূলিন' শব্দটোহে শুদ্ধ বুলি এই পাঠ গ্ৰহণ কৰিছে। ড°পদ্মনাথ ভট্টাচাৰ্য্য দেৱৰ জীৱদ্দশাত এই ফলি উদ্ধাৰ হোৱা নাছিল আৰু সেয়ে ভট্টাচাৰ্য্য ডাঙৰীয়াই এই ফলিৰ পাঠ অধ্যয়নৰ প্ৰশ্নই উঠা নাছিল।

সেইবাবে পৰ্বতীয়া তামৰ ফলিত স্পষ্ট হৈ থকামতে 'হেতুকশূলিন' শব্দটোহে গ্ৰহণযোগ্য। গতিকে এই বিচাৰমতে শালস্তম্ভীয় ৰজা বনমালবৰ্মনে প্ৰকৃততে 'হেতুকশূলিন' শিৱমন্দিৰহে পুনৰনিৰ্মাণ কৰিছিল, 'সোণখটোৱা' 'হাটকেশ্বৰ' শিৱমন্দিৰ নহয় বা 'হাটকশূলিন' শিৱমন্দিৰ নহয়।

ড° ডিম্বেশ্বৰ শৰ্মা সম্পাদিত 'কামৰূপ শাসনাৱলী'ত 'হেতুকশূলিন'ৰ প্ৰসংগত কোনো ব্যাখ্যা বা বৰ্ণনা উল্লেখ নাই। কিন্তু ড° মুকুন্দমাধৱ শৰ্মাই তেওঁৰ সম্পাদিত Inscriptions of Ancient Assam গ্ৰন্থত 'শূলিন'ৰ অৰ্থ শিৱ আৰু 'হেতুক' এগৰাকী মানুহৰ নাম বুলি সেই হেতুক নামৰ মানুহজনে প্ৰতিষ্ঠা কৰা শিৱমূৰ্ত্তি বাবে 'হেতুকশূলিন' নাম হোৱাৰ সম্ভাৱনা উল্লেখ কৰিছে।[৩]

অভিধান মতে 'হেতুক' শব্দই কাৰণযুক্ত বা যুক্তিযুক্ত অৰ্থ বুজায় আৰু ই বিশেষণ পদত ব্যৱহাৰ হয়। সেই দিশৰ পৰা বিচাৰ কৰিলে আক্ষৰিক অৰ্থৰে 'হেতুকশূলিন' শব্দই সংসাৰৰ উদ্ভৱৰ কাৰণৰূপী ত্ৰিশূলধাৰী শিৱক বুজায়। লিপিৱিদ পণ্ডিত ড° দীনেশ চন্দ্ৰ সৰকাৰে কৈছে যে শিৱৰ এগৰাকী গণৰ নাম হেতুক। নন্দীশ বা নন্দীশ্বৰ নামে শিৱক বুজায়। সেইঅনুৰূপে 'হেতুকৰ' ঈশ্বৰৰূপে 'হেতুকেশ' শব্দইও শিৱক বুজায়। তেওঁ আৰু কয় যে ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত 'হেতুক' বা 'হেতুকেশ' সংজ্ঞক শিৱৰ উল্লেখ পোৱা যায়। এই প্ৰসংগতে তেওঁ ওপৰত উল্লেখ কৰি অহা 'পৰ্বতীয়া তাম্ৰশাসন'ৰ সংশ্লিষ্ট পাঠৰ কথা কৈছে।[৪]

উল্লেখনীয় যে ড° দীনেশ চন্দ্ৰ সৰকাৰে পশ্চিম বংগৰ বোলপুৰৰ ওচৰত শিয়ানগ্ৰাম নামৰ এখন গাঁৱত এটি বৃহৎ প্ৰস্তৰ খণ্ডত থকা এখন খণ্ডিত শিলালেখ

---

২. ড° মুকুন্দ মাধৱ শৰ্মা সম্পাদিত 'Inscriptions of Ancient Assam' (পৃঃ- ৯৮, ১১০, ১১৮)
ড° ডিম্বেশ্বৰ শৰ্মা সম্পাদিত 'কামৰূপ শাসনাৱলী' (১৯৮১; পৃঃ- ৪৭, ৫৩)

৩. উক্ত গ্ৰন্থ; পৃ. ১১০

৪. 'শিয়ানগ্ৰামেৰ শিলালেখ' প্ৰবন্ধ (পৃ ১১৭) ঃ'শিলালেখ তাম্ৰশাসনাদিৰ প্ৰসংগ'ঃ ড° দীনেশ চন্দ্ৰ সৰকাৰ (১৯৮২)

প্ৰাপ্ত হয়। ইয়াৰ পাঠ তেওঁ উদ্ধাৰ কৰি 'প্ৰাচীন ভাৰতৰ ইতিহাস পত্ৰিকা'ৰ ৬ষ্ঠ খণ্ডত ১৯৭২-৭৩ চনত সেই পাঠ প্ৰকাশ কৰে। এই শিলালেখখণ্ডত 'দেৱীকোটত' হেতুকেশ শম্ভুৰ শিলেৰে উচ্চ মন্দিৰ নিৰ্মাণ কৰাৰ কথা কোৱা আছে। তেওঁ উদ্ধাৰ কৰামতে খণ্ডিত পাঠ এনেকুৱা ঃ

দেৱীকোটে হেতুকেশস্য শম্ভো-
ৰ্যঃ প্ৰাসাদং শৈলমুচ্চৈৰকাৰ্ষীৎ।
.কালেনাসৌ ভূয়সা কুম্ভজাজ্ঞাং
বিস্মৃত্যেব— *(শাৰী ১৮, শ্লোক ২৮)*

ড° সৰকাৰে এই 'দেৱীকোট'ক উত্তৰবংগৰ দক্ষিণ দিনাজপুৰ অঞ্চলত প্ৰসিদ্ধি থকা বাণপুৰ গড়ৰ সৈতে জৰিত কৰিব বিচাৰে আৰু 'হেতুকেশ' মন্দিৰো ইয়াতেই স্থাপিত হৈছিল বুলি প্ৰকাশ কৰে। 'শিলালেখ তাম্ৰশাসনাদিৰ প্ৰসংগ' গ্ৰন্থত তেওঁ এই শিলালিপি বঙ্গদেশৰ পালবংশীয় ৰজা নয়পালৰ (খ্ৰী. ১০২৭-১০৪৩ খ্ৰী.) ৰাজত্বকালৰ বুলি মন্তব্য কাৰিছে।

হেমচন্দ্ৰৰ 'অভিধান চিন্তামণি'ত দেৱীকোট সম্পৰ্কে কোৱা হৈছে-
দেৱীকোট উষাবনম। কোটীৱৰ্ষ বাণপুৰং স্যাৎ
শোণিতপুৰং চ তত্।।

ইয়াত শোণিতপুৰৰ সৈতে বাণপুৰ বা দেৱীকোট আদি শব্দ সমাৰ্থক হৈছে। 'ত্ৰিকাণ্ড শেষ'তো (অমৰকোষৰ পৰিশিষ্ট) এইদৰে উল্লেখ হৈছে। দুয়োখন গ্ৰন্থই দ্বাদশ শতিকাৰ সৃষ্টি।

উত্তৰ বংগৰ বৰ্তমান বাংলাদেশভুক্ত দিনাজপুৰ জিলাত 'দেৱীকোট' নামৰ এখন ঐতিহাসিক নগৰ থকাটো সত্য। মহম্মদ বক্তিয়াৰ খিলিজিৰ ই ৰাজধানী আছিল আৰু ১২০৫ খ্ৰী.ত ইয়াৰ পৰাই পূৰ্বভাৰত আক্ৰমণৰ বাবে আগবাঢ়িছিল। ১২০৬ খ্ৰী.ত ইয়াতে তেওঁৰ মৃত্যু হৈছিল। অসংখ্য ইটাৰ ভগ্নস্তূপ আৰু শৈল ভাস্কৰ্য্যৰ ভগ্নাৱশেষ আৰু চৌপাশে গড়ৰ দ্বাৰা আবৃত স্মৃতিচিহ্ন ইয়াত পোৱা যায়। পণ্ডিত আনন্দৰাম বৰুৱা, ইতিহাসবিদ এন, এন, বসু প্ৰভৃতি কেইবাগৰাকী পণ্ডিতে এই 'দেৱীকোট'কে পৌৰাণিক শোণিতপুৰৰ স্থান বুলি ধাৰণা কৰে। আকৌ পূৰ্বতে উল্লেখ কৰি অহা হৈছে যে 'কালিকা পুৰাণ'ত লিপিবদ্ধ অনুসাৰে 'দেৱীকূট'ত সতীৰ পদযুগল নিপতিত হৈছিল আৰু সেইবাবে সেইস্থানত দেৱীক 'মহাভাগা' বুলি পূজা কৰা হৈছিল (১৮ অধ্যায়, 'কালিকা পুৰাণ')।

'কোট' শব্দৰ অৰ্থ দুৰ্গ বা গড় আৰু 'কূট' শব্দৰ অৰ্থ পৰ্বতৰ শিখৰ বা ওলাই থকা অংশ। সেইবাবে 'দেৱীকোট' আৰু 'দেৱীকূট' দুটা পৃথকস্থান হিচাপেই গণ্য কৰা হয়। কিন্তু 'দেৱীকোট'ৰ সৈতে সংস্কৃত অভিধানমতে পৌৰাণিক

শোণিতপুৰক সমাৰ্থক কৰা হৈছে, যদিও দিনাজপুৰৰ দেৱীকোট বা বাণপুৰেই যে শোণিতপুৰ এই কথা প্ৰমাণ কৰিব নোৱাৰি।

সিযিহওক, এতিয়া দেখা যায় যে একাদশ শতিকাৰ 'শিয়ানগ্ৰামৰ শিলালেখ'মতে 'হেতুকেশ' নামৰ এটা সুউচ্চ শিৱমন্দিৰ দেৱীকোটত নিৰ্মিত হৈছিল আৰু খ্ৰী. নৱম শতাব্দীত কামৰূপৰ ৰজা বনমালবৰ্মাই, পূৰ্বে উল্লেখিত তেওঁৰ প্ৰদত্ত দুখন তামৰ ফলিৰ মতে, তেওঁৰ ৰাজকীয় শিবিৰ হড়পেশ্বৰ নগৰত হিমালয়সদৃশ 'হেতুকশূলিন' নামৰ এক শিৱমন্দিৰ সমৃদ্ধভাবে পুনৰ্নিৰ্মাণ কৰিছিল। বিস্ময়কৰ কথা যে দুয়োটা স্থানত প্ৰাপ্ত উৎকীৰ্ণ লিপিতে নিৰ্মিত মন্দিৰৰ স্থানৰ সৈতে পৌৰাণিক বাণাসুৰৰ শোণিতপুৰৰ সম্পৰ্ক আহি পৰিছে।

'হেতুকশূলিনে' যিহেতু শিৱকে বুজাইছে আৰু মহাভৈৰৱো শিৱৰে অন্য নাম, এতিয়া পূৰ্বৰ হড়পেশ্বৰ অৰ্থাৎ তেজপুৰৰ এই মহাভৈৰৱ মন্দিৰেই বনমালবৰ্মাই পুনৰ নিৰ্মাণ কৰা মন্দিৰটো বুলি অনুমান কৰিব নোৱাৰিনে? কিন্তু কোনো কোনো পণ্ডিতে ভৌম-নৰকবংশীয় কামৰূপৰ ৰজা ভাস্কৰবৰ্মাৰ ৪ৰ্থজন পূৰ্বপুৰুষ মহাভূতিবৰ্মাই (খ্ৰী. ষষ্ঠ শতাব্দীৰ পূৰ্বাৰ্দ্ধ) এই মহাভৈৰৱ মন্দিৰ পুনৰ নিৰ্মাণ কৰিছিল বুলি মন্তব্য কৰিব বিচাৰে যদিও তেনে অনুমানৰো কোনো ঐতিহাসিক তথ্য এই পৰ্য্যন্ত প্ৰাপ্ত হোৱা নাই।

কিন্তু এইটো অনুমান কৰাত অসুবিধা নহয় যে প্ৰাকৃতিক দুৰ্য্যোগৰ লীলাভূমি অসমত পৌৰাণিক কালৰ মন্দিৰ নিশ্চয় সুদীৰ্ঘ কালতেই ভাঙি পৰিছিল আৰু উত্তৰ ভাৰতীয় মন্দিৰ-সংস্কৃতিৰ প্ৰভাৱৰ আৰ্হিৰে গুপ্তযুগৰ আদি বা শেষভাগত মহাভৈৰৱ মন্দিৰ বৰ্মন বা শিৱভক্ত শালস্তম্ভীয় বংশৰ ৰজাসকলৰ ৰাজত্বৰ কালত আকৌ নিৰ্মিত হৈছিল। জনা যায় যে গুপ্তযুগৰ শৈলমন্দিৰো কালক্ৰমত ভাঙি পৰে আৰু তাৰ পাছত অসমত আহোম ৰাজত্বৰ আদি কালত এই মন্দিৰ ইটা আৰু চূণ-চুৰুকীৰে পুনৰ্নিৰ্মিত হয়। পূৰ্বৰ বহু শৈলদ্বাৰ, শিলৰ টুকুৰা, স্তম্ভ আদি এতিয়াও মন্দিৰৰ চাৰিওফালৰ মাটিৰ তলত পোত গৈ থকা দেখা যায়। পূৰ্বৰ মন্দিৰৰ ষ্টাইল একে ৰাখি আৰু কিছু শৈলস্তম্ভ, শৈলদ্বাৰ, দ্বাৰপট্টি আদি একেস্থানতে ৰাখি আৰু গৰ্ভগৃহ আৰু স্থাপিত শিৱলিংগৰ মূল স্থান পৰিৱৰ্ত্তন নকৰাকৈ এই মন্দিৰ নতুনকৈ সজা হয়। আহোম ৰাজত্বৰ সময়ত এই মন্দিৰে ভূমিদান লাভ কৰে আৰু ৰাজ পৃষ্ঠপোষকতাপ্ৰাপ্ত দেৱালয়ৰূপে গণ্য হয়। দেৱালয়ৰ বৰঠাকুৰ বা তত্ত্বাৱধায়ক-পৰিয়ালক আহোম ৰজাই মন্দিৰৰ বিগ্ৰহৰ বাবে নিষ্কৰ ভূমিদানৰ ফলি দি এই দেৱালয়ত তেওঁলোকক মন্দিৰৰ পৰিচালনা আৰু বিকাশৰ বাবে থাপিছিল আৰু যথেষ্ট ভূমিদান কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ সেই ফলি বৰঠাকুৰ পৰিয়ালে বা অন্যকোনো ব্যক্তিয়ে এই পৰ্য্যন্ত উদ্ধাৰ কৰিব পৰা নাই।

পৰৱৰ্ত্তী পৰ্য্যায়ত বৃটিছৰ যুগত বৃটিছ প্ৰশাসনে আহোম ৰজাসকলে নিষ্কৰভাবে মঠ-মন্দিৰ আৰু বিশেষ ব্যক্তিক দান কৰা ভূমিৰ এক বিস্তৃত তদন্ত চলাই জৰীপ কৰিছিল আৰু দেৱতাৰ বিগ্ৰহৰ নামত প্ৰদত্ত ভূমি দেৱোত্তৰ শ্ৰেণীত ভুক্ত কৰিছিল। নিষ্কৰ ভূমিদানৰ ফলি বৰঠাকুৰসকলে দেখুৱাব নোৱাৰা বাবে মহাভৈৰৱ দেৱালয়ৰ ভূমি নিস্পিখেৰাজ অৰ্থাৎ অৰ্দ্ধেক খাজানা দিবলগীয়া পট্টাত ভুক্ত হৈছিল।

১৯৫৯ চনৰ 'অসম ধৰ্মীয় আৰু দাতব্য ৰাজহুৱা অনুষ্ঠানৰ ভূমি অধিগ্ৰহণ আইন'ৰ অধীনত মহাভৈৰৱ দেৱালয়ৰ মাটি অধিগ্ৰহণ কৰাৰ ঠিক আগৰ সময়খিনিত চৰকাৰী ভূমিলেখ্যমতে এই দেৱালয়ৰ নামত প্ৰায় ১৬৩ বিঘা নিস্পিখেৰাজ মাটি আৰু ৬৩ বিঘা খেৰাজ মাটি বৰ্ত্তি আছিল। আহোম ৰাজত্বৰ কালত প্ৰকৃততে কিমান মাটি এই দেৱালয়ে প্ৰাপ্ত হৈছিল বা কেনে সুবিধা ভোগ কৰিছিল, তামৰ ফলিৰ অভাৱত সেই কথা জানিব পৰা হোৱা নাই। নথিমতে অধিগ্ৰহণৰ আগতে পোৱা প্ৰায় মুঠ ২২৩ বিঘা মাটিৰ ভিতৰত মন্দিৰ আৰু মন্দিৰ-প্ৰাংগণৰ প্ৰায় ১২ বিঘা মাটিৰ বাহিৰে অন্য সকলো মাটি ৰাজ্য চৰকাৰে যথাসময়ত অধিগ্ৰহণ কৰি দখল কৰা ৰায়তসকলক বন্দৱস্তি দিয়ে।

আহোম ৰজাসকলে পৃষ্ঠাপোষকতা কৰা মন্দিৰৰো ভূমিকম্প আদি প্ৰাকৃতিক দুৰ্য্যোগৰ বাবে ক্ষতিগ্ৰস্ত হৈ পৰাত পুনৰ নিৰ্মাণ বা মেৰামতিৰ প্ৰয়োজন হৈছিল। শেষত উনবিংশ শতিকাৰ শেষৰ ফালে এজন হিন্দু সৈন্যাসীৰ এই মন্দিৰলৈ আগমন হৈছিল। তেওঁক সকলোৱে 'নগাভাৰতী' * বুলি জানিছিল যদিও ৰাইজৰ মাজত 'নগাবাবা' বুলি জনপ্ৰিয় হৈছিল। নগাবাবাৰ প্ৰযত্ন, বৰঠাকুৰ পৰিয়ালৰ চেষ্টা আৰু ৰাইজৰ সাহায্যত মহাভৈৰৱ মন্দিৰ পুনৰ মেৰামতি কৰি বৰ্তমান ৰূপত ৰখা হয়। বিগ্ৰহ, মূল গৰ্ভগৃহ আৰু শৈলস্তম্ভ আদি একেভাবে ৰখা হয় যদিও মন্দিৰ-প্ৰাংগণৰ ৰূপ কিছু সাল-সলনি হয়। প্ৰাংগণত ভক্তমন্দিৰ, ভোগঘৰ, কাৰ্য্যালয় আদিও ইতিমধ্যে পাছত স্থাপন হয়।

কালৰ ঘূৰ্ণীয়মান গতিত মন্দিৰৰ অতীতৰ মূল দৃশ্য বা অৱয়ব এতিয়া হয়তো দেখিবলৈ পোৱা নাযায়। একাধিকবাৰ এই মন্দিৰ পুনৰ্নিৰ্মিত হৈছে। কিন্তু প্ৰায় ১২ বিঘা মাটিৰ এটি টিলাত অৱস্থিত এই মন্দিৰৰ শৈলমূৰ্ত্তি, শৈলস্তম্ভসমূহ আৰু প্ৰাচীন শিৱলিংগৰ অস্তিত্বই মন্দিৰৰ সুদীৰ্ঘ কালৰ প্ৰাচীনত্বৰ পৰিৱেশ এতিয়াও ম্লান কৰা নাই।

**মন্দিৰৰ নামকৰণ ঃ মহাভৈৰৱ ঃ**

এই মন্দিৰৰ নাম 'মহাভৈৰৱ' কিয় হৈছে তাৰ কোনো কিম্বদন্তী বা পৌৰাণিক আখ্যান প্ৰচলিত নাই। এই আলোচনাৰ আৰম্ভণিতেই প্ৰাচীন কামৰূপত তান্ত্ৰিক

---

* তেওঁৰ নাম হেনো সয়ম্বৰ ভাৰতী আছিল। তেওঁৰ শিষ্য আছিল ভৈৰৱ ভাৰতী।

ধৰ্মীয় ধাৰাৰ শক্তিশালী প্ৰভাৱ থকা সময়ছোৱাত শিৱ-শক্তিৰ সহাৱস্থান বা সমন্বিত স্থিতিৰ নিদৰ্শনস্বৰূপে দক্ষযজ্ঞত দেহ ত্যাগ কৰা শিৱৰ অৰ্দ্ধাংগিনী সতীৰ কাহিনীৰ উল্লেখ কৰা হৈছিল আৰু সতীৰ পদযুগল য'ত পৰিছিল সেই স্থানত 'ভৈৰৱী' শক্তি-মন্দিৰ হোৱা আৰু তাৰ লগত পীঠৰ নিকটত সহাৱস্থান কৰা 'মহাভৈৰৱ' শিৱৰ স্থিতি থকা প্ৰসংগৰ ইংগিত দিয়া হৈছিল। অৱশ্যে 'কালিকা পুৰাণ'ত উল্লেখিত 'পদযুগল পতিত হোৱা' 'দেৱীকূট' এই ভৈৰৱী মন্দিৰ হয় নে নহয় সেই সম্পৰ্কেও নিৰ্ভৰযোগ্য তথ্য পোৱা নাযায়। তথাপিও তেজপুৰৰ এই প্ৰাচীন ভৈৰৱী-মন্দিৰৰ শক্তিপীঠৰ ভৈৰৱৰ নাম 'মহাভৈৰৱ' বুলি আখ্যাপ্ৰাপ্ত হৈছে।

ভৈৰৱীমন্দিৰৰ পূবেৰে ভৰলী নদী বৈ গৈছে। ভৰলী নদীৰ নামো প্ৰকৃততে ভৈৰৱীহে। 'কালিকাপুৰাণ'ৰ এঠাইত 'ভৈৰৱী' আৰু আন এঠাইত 'ভট্টাৰিকা' বুলি উল্লেখিত। তীৰ্থ-কৌমুদীত 'ভৈৰৱিকা' নামেৰে সন্নিবিষ্ট।

সিযিহওক, ভৈৰৱ শিৱৰেই অষ্টমূৰ্ত্তিৰ অন্যতম এক উগ্ৰৰূপৰ প্ৰকাশ। 'বামন পুৰাণ'ত ভৈৰৱসমূহৰ উল্লেখ আছে। 'তন্ত্ৰসাৰ' মতে 'ভৈৰৱ' অষ্টৰূপত প্ৰকাশিত হৈ সৰ্বপূজ্য। এই ৰূপবোৰ প্ৰাচীন ভাস্কৰ্য্যত খোদিত হৈ বিভিন্ন স্থানত প্ৰাপ্ত হৈছে। এই অষ্টৰূপৰ নাম হৈছে অসিতাংগ, সংহাৰ, ৰূৰো, কালক্ৰোধ, তাম্ৰচূড়, চন্দ্ৰচূড় আৰু মহা। পুৰাণমতে এওঁলোক শিৱৰ তেজৰ পৰা উদ্ভূত। শৈৱসম্প্ৰদায়ে এই আঠ প্ৰকাৰৰ উগ্ৰ দেৱতাক মানি লৈছে। অষ্টৰূপৰ শেষত উল্লেখ কৰা 'মহাভৈৰৱ' ৰূপটোৱে তাণ্ডৱ ৰূপৰ প্ৰকাশ কৰিছে।

খ্ৰী.চতুৰ্দশ শতিকাৰ বা তাৰ পাছৰ বুলি খ্যাত অসমৰ শক্তি বা তন্ত্ৰ-গ্ৰন্থ 'যোগিনীতন্ত্ৰ' পুথিখনৰ পূৰ্ব খণ্ডৰ প্ৰথম পটলৰ আৰম্ভণিতেই মহাভৈৰৱকে প্ৰথমতে নমস্কাৰ কৰা হৈছে। 'ওঁ নমো মহাভৈৰৱায়'। সেইদৰে 'উত্তৰখণ্ড' আৰম্ভ হৈছে কামাখ্যাৰ প্ৰতি নমস্কাৰেৰে। 'ওঁ নমো কামাখ্যায়ৈ'। এই গ্ৰন্থত ভৈৰৱসকলৰ উল্লেখ আছে কালভৈৰৱ, ক্ৰোধবক্ৰ আদি ভৈৰৱ ৰূপৰ প্ৰসংগ আছে। মহাদেৱ মহেশ্বৰকে আদিনাথ ভৈৰৱ ('আদিনাথঃ সঃ ভৈৰৱঃ'), ভৈৰৱোত্তম আদি নামেৰে প্ৰশস্তি কৰা হৈছে।

খ্ৰী. নৱম শতিকাৰ সৃষ্টি বুলি খ্যাত হোৱা বিখ্যাত শাক্ত উপপুৰাণ 'কালিকাপুৰাণ'ত মহাভৈৰৱ ৰূপৰ উল্লেখ আছে।

যোহসৌ শৰভৰূপস্য মহাদেৱস্য বৈ পুৰা।
কায়ভাগঃ শ্ৰুতঃ পূৰ্বং স মহাভৈৰৱাহ্বয়ঃ।। (কা.পু. ৪৬/৪)

মহাদেৱৰ শৰভ (অৰ্থাৎ পৌৰাণিক জন্তু বা মৃগ) ৰূপৰ দেহভাগেই হৈছে মহাভৈৰৱ। অতীতত মহাদেৱে এই ৰূপ গ্ৰহণ কৰা বুলি শুনা গৈছিল। এই মহাভৈৰৱ আৰু ভৈৰৱৰ মাজত পাৰ্থক্য আছে বুলিও ইয়াত উক্ত হৈছে ঃ

যোহসৌ মহাভৈৰবাখ্যঃ সকায়ঃ শৰভো হৰঃ।
ভৈৰবঃ পৃথগেবায়ং গণাধক্ষ্যো হৰাত্মজঃ।। (৪৬/১১)

শৰভ-দেহ ৰূপত হৰেই মহাভৈৰব। ভৈৰব তেওঁৰপৰা পৃথক, তেওঁ গণাধক্ষ্য আৰু হৰাত্মজ- হৰৰ পুত্ৰ।

ত্ৰিপুৰাভৈৰবী, ভৈৰবী মহামায়া আদিৰ ৰূপৰ যে মহাদেৱ মহাভৈৰৱেই নায়ক, সেই কথাও 'কালিকাপুৰাণ'ত উক্ত হৈছে। 'মহাভৈৰবং বিদ্মহে' এয়ে এই ৰূপৰ গায়ত্ৰীমন্ত্ৰ (কা.পু. ৭৪/২০১-২০৫)। তদুপৰি কামাখ্যা পীঠৰ স্থান নীলাচল পৰ্বতত 'ভৈৰৱ শিৰ' নামৰ শিৱলিংগ অৱস্থিত হৈ থকাৰ প্ৰসংগ-উল্লেখো আছে। 'ভৈৰবাখ্যস্য লিঙ্গস্য নিকটস্থৌ শিৱাত্মনঃ' (৭৬/৮১)। শৰভ ৰূপৰ মধ্যখণ্ড দেহ ভয়ানক বুলি সমৃদ্ধি থকা এই ৰূপৰ নাম মহাভৈৰৱ বুলিও 'কালিকাপুৰাণ'ত একাধিকবাৰ উল্লেখ হোৱা তথ্য গুৰুত্বপূৰ্ণ। এই গ্ৰন্থৰ ৬২/১২৩ শ্লোকত এই মহাভৈৰৱ কামাখ্যা পীঠত 'কোটিলিংগ' নামেৰে প্ৰসিদ্ধ হৈছে।

মহাভৈৰৱনামাভূৎ কোটিলিংগাহ্বয়স্তু সঃ। (৬২/১২৩)

আকৌ ৭৯ অধ্যায়ৰ ১৫৭ শ্লোকত দুৰ্জয় নামৰ গিৰিবৰত ভৈৰৱদেৱ আৰু শৰভৰূপী মহাদেৱৰ মহাভৈৰৱ নামৰ প্ৰসিদ্ধ মধ্যখণ্ড অৱস্থিত বুলিও কোৱা হৈছে।

দুৰ্জয়াখ্যে বৰগিৰাবস্তুপত্যকভূমিগঃ।
যোহসৌ শৰভৰূপস্য মধ্যখণ্ডোহতিভৈৰবঃ।। (৭৯/১৫৭)

এইদৰে 'কালিকা পুৰাণ'ত মহাভৈৰৱ আৰু ভৈৰৱ ৰূপৰ বৰ্ণনাৰ আৰু শিৱলিংগৰ উল্লেখ হৈছে।

ভৈৰৱ মুৰ্ত্তি (চতুৰ্ভুজ আৰু দ্বিভুজ) অসমৰ শৈল ভাস্কৰ্য্যত একাধিক পোৱা হৈছে। কামাখ্যা আৰু মদন কামদেৱ দেৱালয়ত ক্ৰমে উগ্ৰৰূপত আৰু নৃত্যৰত ৰূপত চতুৰ্ভুজ শৈল ভৈৰৱমূৰ্ত্তি পোৱা হৈছে। গুৱাহাটী সংগ্ৰহালয়তো আছে।

তন্ত্ৰগ্ৰন্থৰ এটি শ্লোকত পাণ্ডুনাথ শিলাখণ্ডক মহাভৈৰৱ ৰূপৰ প্ৰকাশ বুলিও নমস্কাৰ কৰা হৈছে।

নমোহস্তু পাণ্ডৱে তুভ্যং মহাভৈৰৱৰূপিণে।
অনুজ্ঞাং দেহি মে নাথ কামাখ্যাদৰ্শনং প্ৰতি।।
*(পাণ্ডুশিলা-স্পৰ্শনপূৰ্বকমেতমন্ত্ৰ পাঠঃ), [তীৰ্থকৌমুদী, পৃষ্ঠা - ২১৭]*

কিন্তু মহাভৈৰৱৰ কোনো শৈল ভাস্কৰ্য্যত খোদিত ৰূপ পোৱা হোৱা নাই।

**কালিকাপুৰাণত উক্ত হোৱা মতে 'মহাভৈৰৱ' কোটিলিঙ্গ প্ৰকাশক। কিম্বদন্তী আৰু পুৰাণৰ শৈৱভক্ত বাণাসুৰেও শোণিতপুৰত এক কোটি শিৱলিঙ্গ প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছিল। তেজপুৰত স্থাপিত হোৱা মহাভৈৰৱ শিৱলিঙ্গই হয়তো এই একোটি শিৱলিঙ্গৰ অস্তিত্ব প্ৰতীকীভাৱে অনুভৱ কৰাব পাৰে।**

শিৱ নৃত্যৰো গৰাকী। তেওঁ ১০৮ টা নৃত্যৰূপ সৃষ্টি কৰিছিল বুলি কোৱা হৈছে। নৃত্যৰত অৱস্থাত তেওঁ নটৰাজ শিৱ। তাণ্ডৱ নৃত্যতেই শিৱই উৎকৃষ্টতাৰ চৰম প্ৰকাশ কৰিছে। মাৰ্গ সংগীতৰো ৰাগৰ ভিতৰত উৎকৃষ্ট ৰাগ 'ভৈৰৱী'। পৌৰাণিক কাহিনীৰে আশ্ৰয় কৰি উল্লেখ কৰিব পৰা যায় যে ৰজা বাণাসুৰ সংস্কৃতি আৰু সৌন্দৰ্য্যৰো পূজাৰী আছিল আৰু তেওঁ মহাভৈৰৱ মন্দিৰত নিত্যপূজা কৰিছিল। তেওঁৰ কন্যা উষা 'লাস্য' নৃত্যত নিপুণা আছিল আৰু ভৈৰৱী মন্দিৰত পূজা কৰিছিল। দেৱী ভৈৰৱীয়েই হেনো তেওঁক 'লাস্য' নৃত্য শিকাইছিল।

**এই সকলোবোৰ চিন্তাৰ ভিত্তিত তেজপুৰত থকা এই দুই প্ৰসিদ্ধ শিৱ আৰু শক্তিমন্দিৰৰ নাম ক্ৰমে 'মহাভৈৰৱ' আৰু 'ভৈৰৱী' হোৱা বুলি ভাবিব পৰা যায়।**

'তন্ত্ৰসাৰ'ৰ দৰে বিখ্যাত তন্ত্ৰ-গ্ৰন্থ 'ৰুদ্ৰ যামল'তো ভৈৰৱ-ভৈৰৱী আৰু মহাভৈৰৱৰ বিৱৰণ বা উল্লেখ পোৱা হয়। ৩০০ পটল থকা এই গ্ৰন্থত ভৈৰৱ-ভৈৰৱীৰ সংবাদৰূপে মূৰ্ত্তি আৰু পূজাৰ তথ্য আদি ইয়াত সন্নিবিষ্ট হৈছে।

সেইবাবে তেজপুৰৰ প্ৰাচীন মন্দিৰ 'ভৈৰৱী' আৰু 'মহাভৈৰৱ' নামৰ অস্তিত্বই তান্ত্ৰিক শিৱ-শক্তি পূজা আৰু ধৰ্মৰো শক্তিশালী ইংগিত বহন কৰিছে। কাৰণ তন্ত্ৰমতেও শিৱ আৰু শক্তি অভেদ। শিৱক পূজিলে শক্তিক পূজা কৰা হয়। শক্তিক পূজিলেও শিৱকে পূজা কৰা হয়। বিশ্বনাথত বিখ্যাত বিশ্বনাথঘাটৰ শিৱমন্দিৰৰ উপৰিও বীৰভদ্ৰ,,, কালভৈৰৱ, ভৈৰৱেশ্বৰ আদি দেৱালয় আছে। এই ভৈৰৱসকল তন্ত্ৰ-গ্ৰন্থ যামল-সাহিত্যত উল্লেখিত। শৈৱ সম্প্ৰদায়ৰ বাবে যামল-সাহিত্যত ভৈৰৱ-পৰম্পৰা সন্নিবিষ্ট হৈছে আৰু মূলশিৱতন্ত্ৰ বা আগম গ্ৰন্থবোৰত সদাশিৱ-পৰম্পৰাক প্ৰতিফলিত কৰা হৈছে। ভৈৰৱসকল মানৱৰ গুৰু আৰু তেওঁলোকে আধ্যাত্মিক মুক্তি লাভ কৰি শিৱৰ সৈতে অভিন্ন বা অভেদ হৈছে।

**মহাভৈৰৱ দেৱালয়ৰ পৰিচালক বৰঠাকুৰ বংশ ঃ**

পূৰ্বতে উক্ত হোৱামতে এই দেৱালয়ৰ আহোম-ৰজা প্ৰদত্ত কোনো ফলি আদি নোপোৱা বাবে এই দেৱালয়ৰ পৰিচালক বা তদাৰককাৰী বৰঠাকুৰৰ প্ৰাচীন বংশাৱলীৰ কথা বিতংকৈ জনা নাযায়। বৃটিছ-কালত ৰাজহ বিভাগৰ ভূমিলেখ্যমতে এই দেৱালয়ৰ তদাৰককাৰী বা পৰিচালক তেজপুৰৰ বামুণগাঁও নিবাসী এঘৰ বৰঠাকুৰ ব্ৰাহ্মণ পৰিয়াল। বৃটিছ প্ৰশাসনে আহোম ৰজাৰ প্ৰথা এই ক্ষেত্ৰত মানি চলিছিল আৰু সম্ভৱতঃ পূৰ্ব্বৰপৰা চলি অহামতে বংশানুক্ৰমিকভাবে এই পৰিয়ালৰ দেৱালয়ৰ সৈতে থকা সৰ্ত্ত বৰ্ত্তাই ৰাখিছিল। মাটিৰ পট্টাৰ প্ৰকাৰ আছিল নিষ্পিখেৰাজ। ১৯২০/২১ চনৰ সময়ৰ জমাবন্দী মতে এই দেৱালয়ৰ নামত থকা নিষ্পিখেৰাজ মাটিৰ পৰিচালক আছিল এগৰাকী বিষ্ণু, পি. সুনন্দ। বিষ্ণুৰ কোনো

উত্তৰাধিকাৰী নথকা বাবে তেওঁৰ জীৱিত কালতে তেওঁৰে সম্মতিত এক নামজাৰী গোচৰত বিষ্ণুৰ স্থলত তেওঁৰ ভতিজা তিলক চন্দ্ৰ বৰঠাকুৰ আৰু আন এজন ভতিজাৰ পুত্ৰ নাবালক নাৰায়ণ শৰ্মা বৰঠাকুৰ অধ্যক্ষ প্ৰেমানন্দ নামে ভূমিলেখ্যত নাম সন্নিবিষ্ট হৈছিল।

১৯৩২ চনৰ পুনৰবন্দৱস্তী কালত নতুনকৈ ভূমিলেখ্য প্ৰস্তুত কৰাৰ সময়ত প্ৰেমানন্দৰ পক্ষৰপৰা এই সংক্ৰান্তত এটি গোচৰ ৰুজু হোৱাৰ কথা সেইসময়ৰ বিভিজন চিঠাৰ পৰা দেখা যায়। এই লেখকে এই দেৱালয়ৰ বিষয়ে তেজপুৰ-কাছাৰীৰ ৰেকৰ্ড-কক্ষত অনুসন্ধান কৰোতে (সত্তৰৰ দশকত) উক্ত গোচৰত তেতিয়াৰ সহকাৰী বন্দোৱস্তি প্ৰাধিকাৰীৰ হুকুমৰ নথি-পত্ৰ অলপ প্ৰাপ্ত হৈছিল। তাত থকা সেই সহকাৰী বন্দোৱস্তি প্ৰাধিকাৰীৰ হুকুমৰ প্ৰতিলিপি আৰু সংশ্লিষ্ট চুপাৰ ভাইজাৰ কাননগুৰ প্ৰতিবেদনৰপৰা বৰঠাকুৰ পৰিয়াল আৰু এই দেৱালয়ৰ স্বত্ব সম্পৰ্কে কিছু কথা স্পষ্ট হয়। হুকুমৰ প্ৰতিলিপি তলত দিয়া হ'ল।

1st Party : Surendra Sarma (minor), guardian mother Mitrabrinda Sarma

2nd Party : Tilak Chandra Sarma, son of Lakhiram, Narayan Sarma, son of Bhogram on behalf of Mahabhairab Devalaya.

In this dispute, the first party prays for mutation of his name as co-sharer along with the names of the second party as manager in the Nisf-kheraj Estate of the Mahabhairab Devalaya. The following genealogy is given in support of the claim of the first party.




From the Jamabandi it appears (N.K.P.No-3 of the last Resettlement) that the Estate stood at the last Resettlement in the name of Vishnu on behalf of the Devalaya and in 1921 in

a regular mutation case (M.C. No 15 of 1921-22) [while Vishnu was still alive and with his consent], the name of Tilak and Narayan were recorded. Narayan was then a minor and the name of the first party's father, Premananda was recorded as the guardian of Narayana. It is not known why the first party's fathers' name was not recorded as a manager, though he seems to have equal claims with Narayana. But this being a mutation effected with the consent of the recorded manager, Vishnu Sarma, he nominated Tilak and Narayana as his successors in preference to Premananda who was recorded only as a guardian of Narayana.

Admittedly the first party has no possession and the management of the Estate is not any way carried out by his guardian. The claim of the first party is of a civil nature. His (the first party's) claim is rejected and he is referred to the civil court for redress. The second party's name will stand recorded on behalf of the Devalaya.

Sd/- J. N. Chakrabarty
ASO,
5-6-30

এই সম্পৰ্কে সহকাৰী বন্দোবস্তি প্ৰাধিকাৰীলৈ দাখিল কৰা চুপাৰ ভাইজাৰ কাননগুৰ ২৭/৫/৩০ তাৰিখৰ টোকা আছিল এইটো ঃ

১৯২১/২২ চনৰ ১৫ নং খা. দা. মোকদ্দমা মতে ই. এ. চি. চাহাবৰ ১৯/৮/২১ তাং হুকুমমতে বিষ্ণুৰামৰ ঠাইত (১) তিলক শৰ্মা (২) না. নাৰায়ণ শৰ্মা ত. ভ্ৰাতা প্ৰেমানন্দৰ নামত নামজাৰী হয়। বৰ্তমান ৰিভিজনত নতুন পট্টা সাবেক নামজাৰীমতেই হৈছে।

Sd/- S. Hazarika
27/5/30

ইয়াৰ পাছত উল্লেখিত উপৰ্য্যুক্ত গোচৰৰ হুকুমমৰ্মে প্ৰথম পক্ষই দেৱানী আদালতত গোচৰ তৰিছিল নে নাই জনা নাযায়। পৰৱৰ্ত্তী সময়লৈকে ভূমিলেখ্য এইমতেই চলি থাকে। ১৯৫৯ চনৰ 'দাতব্য আৰু ধৰ্মীয় ৰাজহুৱা অনুষ্ঠানৰ ভূমি অধিগ্ৰহণ আইন'মতে মহাভৈৰৱ দেৱালয়ৰ নামত থকা সমুদায় মাটি অধিগ্ৰহণ নোহোৱালৈকে ভূমিলেখ্যত তিলক শৰ্মাৰ উত্তৰাধিকাৰীসকল আৰু নাৰায়ণ শৰ্মা বৰঠাকুৰৰ নামতেই চলি আছিল।

ভূমি অধিগ্ৰহণৰ পাছত মহাভৈৰৱ দেৱালয়ৰ পৰিচালনা এক ৰাজহুৱা পৰিচালনা-সমিতিৰ হাতলৈ হস্তান্তৰিত হয়। প্ৰাক্‌অধিগ্ৰহণ-কালত দেৱালয়ৰ উন্নতি আৰু ৰক্ষণাবেক্ষণৰ বাবে আগবঢ়োৱা বৰঠাকুৰ পৰিয়ালৰ আৰু নাৰায়ণ শৰ্মা বৰঠাকুৰৰ প্ৰযত্ন আৰু প্ৰয়াস সকলোৰে বিদিত।

সাম্প্ৰতিক সময়ত ৰাজ্য চৰকাৰৰ দ্বাৰা অনুমোদিত আৰু ভক্তসকলৰ দ্বাৰা নিৰ্বাচিত পৰিচালনা-সমিতিয়ে এতিয়া দেৱালয়ৰ অধিক উন্নতিৰ বাবে প্ৰযত্ন লোৱা দেখা গৈছে। ইতিমধ্যে মন্দিৰ-প্ৰাঙ্গণত পুথিভঁৰাল, কাৰ্য্যালয়, অতিথিশালা, ভোগঘৰ আদি আধুনিক ধৰণে গঢ়লৈ উঠা দেখা গৈছে। মন্দিৰৰ ধৰ্মীয় পৰিৱেশো বৃদ্ধি হৈছে। পৰিচালনা সমিতি এতিয়া পঞ্জীভূত আৰু ইয়াৰ বিভিন্ন শাখা-সমিতি আছে। বিভিন্ন পৰিকল্পনাৰ কাৰ্য্যসূচী ৰূপায়ণৰ অপেক্ষাত আছে। দেৱালয়ৰ তত্ত্বাৱধানতে এক 'বৈদিক সংস্কৃত গৱেষণা আৰু অধ্যয়ন কেন্দ্ৰ' স্থাপনৰ আচনিও আছিল, যদিও অনুষ্ঠানটো এতিয়াও গঢ় লৈ উঠা নাই।

***

* সুপ্ৰসিদ্ধ মহাভৈৰৱ মন্দিৰ সম্পৰ্কে ১৯৮৪ চনৰ ২৯ ফেব্ৰুৱাৰী তাৰিখৰ দৈনিক 'ৰাষ্ট্ৰীয় বাতৰি'ৰ সংখ্যাত এই লেখকৰ প্ৰবন্ধ আৰু ১৯৯১ চনৰ ১০ মাৰ্চ তাৰিখৰ দৈনিক ইংৰাজী কাকত The Sentinel ত এই লেখকৰে ইংৰাজীত লেখা 'Mahabhairab, The Glorious Siva Temple of Assam নামৰ প্ৰবন্ধৰ পৰিৱৰ্দ্ধিত ৰূপ।

# কল্যাণী দেৱালয় ঃ ঐতিহ্যৰ অৱলুপ্তি

অবিভক্ত দৰং, বৰ্ত্তমান শোণিতপুৰ জিলাৰ কলংপুৰ অঞ্চল প্ৰথিতযশা সাহিত্যিক কেবাগৰাকীৰো জন্মস্থান হিচাপেই প্ৰসিদ্ধ নহয়; অঞ্চলটোৱে ঐতিহাসিক আৰু প্ৰত্নতাত্ত্বিক দিশৰপৰাও গৌৰৱ কৰিব পাৰে। বৰঙাবাৰী চাৰিআলি কেন্দ্ৰৰ পৰা প্ৰায় তিনি কিলোমিটাৰ দূৰত্বৰ ভিতৰতে দক্ষিণ গুৱাধৰা সত্ৰ। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে গাংমৌ থানাৰ পৰা উজাই আঁহোতে ক্ষন্তেকৰ বাবে জিৰণি লৈ ইয়াতেই ত্ৰেনো গুৱা ধৰিছিল আৰু সেই স্মৃতিকে উপলক্ষ কৰি ইয়াতে গুৱাধৰা সত্ৰ স্থাপিত হৈছে। ওচৰতে গোৱাগৰীয়া চুবুৰিও আছে। চৰিতপুথিসমূহত উল্লেখিত 'গোগৰীয়া' নগৰৰ লগত এই নামৰ কিবা সম্পৰ্ক আছে নে নাই অনুসন্ধানৰ বিষয়।

এই সত্ৰৰপৰা আকৌ প্ৰায় ৩ (তিনি) কিলোমিটাৰ দক্ষিণত তেলেনিপুখুৰী গাঁও। ব্ৰহ্মপুত্ৰৰ পাৰতে। তেলেনিপুখুৰী গাঁৱৰ উত্তৰ সীমাত দিপৰাপুখুৰী গাঁও। এসময়ত তেলেনিপুখুৰী গাঁৱত খেতিপথাৰ আৰু ঘৰৱস্তী আছিল। অৱশ্যে এই গাঁৱৰ দক্ষিণাংশ ব্ৰহ্মপুত্ৰৰ পাৰৰ অঞ্চলটো ডাঠ-ঘন জঙ্গলেৰে পৰিপূৰ্ণ আছিল। কিছু অঞ্চল নামনি আছিল। ৰাজহ বিভাগৰ পুৰণি নথিৰপৰা জনা যায় যে এই গাঁৱত ১৯২৯-৩২ চনত ৪৭ ঘৰ পৰিয়ালৰ বসবাস আছিল। এই গাঁৱতে ব্ৰহ্মপুত্ৰৰ পাৰত হাবি আৰু বননিৰ মাজত এটি গুহাৰ ভিতৰত এটি শিলৰ মন্দিৰ আছিল। ওপৰৰ পৰা খটখটিয়েদি তললৈ নামি যাব লাগিছিল। এই গুহাৰ ভিতৰৰ শিলৰ মন্দিৰকে মানুহে- **'গম্ভৰ'** বা **'গহবৰ'** মন্দিৰ বুলিছিল। **'গম্ভৰ'**ৰ ভিতৰত কোনো দেৱীৰ মূৰ্ত্তি নাছিল বুলি পূজাৰীয়ে কয়। কিন্তু বাহিৰত দেৱীৰ শক্তি মূৰ্ত্তি স্থাপিত হৈছিল। এই মন্দিৰৰ নামেই **কল্যাণী দেৱালয়**। এই দেৱালয়ৰ ওচৰতে দুটা পুখুৰী আছিল— তেলেনিপুখুৰী আৰু প্ৰসাদধোৱাপুখুৰী। দুয়োটা পুখুৰী 'গম্ভৰ'ৰ গৰ্ভ আৰু ব্ৰহ্মপুত্ৰৰ সতে সংলগ্ন হৈ আছিল বুলি কোৱা হয়।

বৰ্তমানে এই দেৱালয় আৰু এই পুখুৰীৰ কোনো চিহ্ন নাই। দেৱালয়কে ধৰি এই গাঁৱৰ এটি বৃহৎ অংশ ১৯৫০ চনৰ ভূমিকম্পৰ ফলত ব্ৰহ্মপুত্ৰ গৰাখহনীয়াত জাহ যায়। লগে লগে কল্যাণী দেৱালয়ৰো শৈল সম্পদৰ অধিকাংশ ডুব গৈ নিশ্চিহ্ন হয়। এতিয়া এই দেৱালয়ৰ এই গাঁৱত অৱস্থিতিৰ এক লিপিবদ্ধ ৰূপ ৰাজহ নথিৰ পাততহে আছে। ১৯০৬-৭ চনত তেলেনিপুখুৰী গাঁৱৰ প্ৰথম

ৰাজহ মেপ প্ৰস্তুত হয়। ১৯৩২ চনৰ এই গাঁৱৰ ৰাজহ মেপত কল্যাণী দেৱালয়ৰ অৱস্থান আছিল ৩১৪ নং দাগৰ ২২/৪ লেছা মাটিৰ ভিতৰত। মেপত 'কল্যাণীয় গহ্বৰ' বুলি চিনাক্তকৰণ কৰি থোৱা দেখিবলৈ পোৱা যায়। ৮ বিঘা ২ কঠা ৫ লেছাৰ ৩৩০ নং দাগটো আছিল '**তেলেনিপুখুৰী**'ৰ আৰু ৮ বিঘাৰে আগুৰা ৩০৪ দাগটোত আছিল '**প্ৰসাদধোৱাপুখুৰী**'। ওচৰতে থকা ৩৫৬ দাগৰ ম্যাদীপট্টাৰ মাটিও কল্যাণী দেৱালয়ৰ নামতে আছিল। দেৱালয়ৰ নামত থকা ওপৰত উল্লেখিত ২২/৪ লেছা মাটিৰ ভিতৰতে এই দেৱালয়ৰ অধ্যক্ষ পূজাৰী বৰঠাকুৰৰ পৰিয়ালো আছিল। তদুপৰি কল্যাণী দেৱালয়ৰ নামত পৃথকে আহোম ৰজাদিনীয়া ৭২ বিঘা নিষ্পিখেৰাজ মাটিও বৰঙাবাৰী গাঁৱত আছিল। বৰ্তমানে **অসম ধৰ্মীয় আৰু দাতব্য আইন**'ৰ অধীনত এই নিষ্পিখেৰাজ মাটি চৰকাৰে অধিগ্ৰহণ কৰিছে। কল্যাণী দেৱালয়ৰ নামত প্ৰদত্ত এই নিষ্পিখেৰাজ মাটিৰ কোনো তামৰ ফলি এতিয়াও পোৱা হোৱা নাই। কিন্তু বৰঠাকুৰসকলৰমতে আহোম ৰজা শিৱসিংহই এই মাটি প্ৰদান কৰিছিল। দেৱালয়ৰ অন্যতম পূজাৰী পৰিয়ালৰ এগৰাকী শিক্ষক বৰঙা-বাৰীৰ শ্ৰীগিৰীশ চন্দ্ৰ বৰঠাকুৰৰ ঘৰত শিৱসিংহ ৰজাৰ খোদিত তিনিটা মুদ্ৰাৰ প্ৰাপ্তিৰ কথা ইতিমধ্যে প্ৰকাশিত হৈছে। (শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য্য লিখিত প্ৰবন্ধ 'স্বৰ্গদেৱ শিৱসিংহৰ দিনৰ তিনিটা মুদ্ৰা', অসম সাহিত্য সভা পত্ৰিকা, চতুৰ্থ সংখ্যা, ১৯৭৭-৭৮।)

প্ৰাকৃতিক আক্ৰমণৰ গৰাহত পৰাত কল্যাণী দেৱালয়, ইয়াৰ মূল মূৰ্ত্তিসমূহ আৰু মন্দিৰৰ কিছু ভগ্ন শৈলাৱশেষ দিপৰাপুখুৰী গাঁৱলৈ স্থানান্তৰিত হয়। বৰ্তমানে এই দেৱালয়ৰ অৱস্থান ৯ দাগৰ ২৮২ বিঘা গোপচাৰ মাটিৰ ভিতৰত দিপৰাপুখুৰীৰ উত্তৰ পাৰত। এই পুখুৰীৰ পূব-দক্ষিণাংশ ব্ৰহ্মপুত্ৰৰ লগত সুৰঙ্গৰে সংলগ্ন। ইতিহাসপ্ৰসিদ্ধ এই পুখুৰীৰ আয়তন সুবিশাল। পাৰ বাদ দি ইয়াৰ মাটিকালি ৫১ বিঘা। এই পুখুৰীৰ নাম অনুসৰণ কৰি গাঁওখনৰ নাম হৈছে। কিম্বদন্তী বিজৰিত দিপৰাপুখুৰী হেনো আৰিমত্ত ৰজাই খন্দাইছিল। দুই প্ৰহৰৰ (দ্বিপৰ?) ভিতৰতে পুখুৰীটো খান্দি সমাপ্ত কৰা বাবে হেনো ইয়াৰ নাম দিপৰা পুখুৰী। প্ৰত্নতত্ত্ববিদ আনন্দ চন্দ্ৰ আগৰৱালা দেৱৰমতে ৰজা দীপৰবৰ্মাই এই পুখুৰী খন্দাইছিল। হজৰাপুখুৰীৰ পাছতে হেনো এই পুখুৰী দ্বিতীয় ডাঙৰ পুখুৰী। আগৰৱালাদেৱে কৈছে যে এই পুখুৰীৰ পাৰবিলাক ইটাৰে বন্ধোৱা আছিল আৰু তাত ইটাৰ খটখটিও আছিল। ইটাবিলাক মানুহে নি অন্ত কৰিলে। (আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী; পৃষ্ঠা ৩৯৫)। পাৰ বন্ধোৱা ইটাৰ টুকুৰা পোৱা হলে অধ্যয়ন আৰু অনুসন্ধানৰ সুবিধা হলহেঁতেন।

**কল্যাণী দেৱালয়ৰ সম্পদ আৰু কিম্বদন্তী ঃ**

দিপৰাপুখুৰীৰ পাৰলৈ স্থানান্তৰিত হোৱা এই 'গহ্বৰ' দেৱালয়ৰ প্ৰাঙ্গণত বৰ্তমানে প্ৰাচীন মন্দিৰৰ চূড়া সংযোগ কৰা পদুমাকৃতিৰ শৈলচক্ৰৰ ভগ্নটুকুৰা, স্তম্ভ

আৰু দুৱাৰৰ শৈলচটা আমাৰ স্থানীয় তদন্তৰ কালত কিছু পৰি থকা দেখিবলৈ পোৱা হৈছিল। তেজপুৰৰ শৈল ধ্বংসাৱশেষ কিছুমানৰ লগত ইয়াৰ মিল পোৱা হয়।

প্ৰসঙ্গান্তৰত উল্লেখিত 'অসম সাহিত্য সভা' পত্ৰিকা'ত প্ৰকাশিত উক্ত প্ৰবন্ধত এই দেৱালয় শিৱসিংহ নৃপতিৰ দ্বাৰা স্থাপিত বুলি নামমাত্ৰ উল্লেখ কৰা হৈছে যদিও সবল জনশ্ৰুতি, প্ৰাপ্ত ধংসাৱশেষ আৰু দুয়োখন দেৱালয়ৰ (কল্যাণীৰ থান সহ) মূৰ্ত্তিৰ ভাস্কৰ্য্য শৈলীৰপৰা এই মূল দেৱালয় বা মন্দিৰৰ সময় দশম শতিকা মানৰ হ'ব পাৰে বুলি সহজভাৱে অনুমিত হয়।

কল্যাণী দেৱালয় শাক্ত দেৱালয়। মহাশক্তি দুৰ্গাদেৱীৰ কল্যাণীৰূপেই হয়তো এই মন্দিৰত আকাঙ্খিক্ষত ৰূপ। স্থানান্তৰিত মন্দিৰত বৰ্তমানে আছে শিলৰ এক চতুৰ্ভুজা কালীমূৰ্ত্তি। কণ্ঠত মুণ্ডমালা। পদতলত শিৱ। আৰু আছে ৮ টা শালগ্ৰাম শিলা; তিনিটা শিৱৰূপত আৰু ৫টা নাৰায়ণ-বিষ্ণু ৰূপত। আন এটি শিলাখণ্ডত হাতযোৰ কৈ বহি থকা দ্বিভূজা এক সৰু নাৰী মূৰ্ত্তি। এই সম্পদখিনি পূৰ্বৰ প্ৰাচীন মন্দিৰৰ বুলি জানিবলৈ দিয়া হৈছে। ইয়াত বছৰি দুৰ্গোৎসৱ হয় আৰু পূজাত মহ বলি দিয়া হয়। বলিকটা দা-দুখন প্ৰাচীন। (যথেষ্ট বৃহৎ আকাৰৰ দাখনত ১৬৪৩ চন বুলি লেখা আছে বুলি আমাক জানিবলৈ দিছে। যদি এয়া ১৬৪৩ শক হয়, তেনেহলে শিৱসিংহ নৃপতিৰ (১৬৩৬ শক-১৬৬৬ শক) ৰাজত্ব কালৰ এয়া সম্পদ বুলি ধৰিব পাৰি।[১] প্ৰবলভাৱে শাক্ত নৃপতি শিৱসিংহৰপৰা শক্তি দেৱালয় কল্যাণী মন্দিৰে পৃষ্ঠপোষকতা লাভ কৰা অতি স্বাভাৱিক।

বৰ্তমানৰ স্থানান্তৰিত মন্দিৰৰ অৱস্থা উন্নত নহয়। উত্তৰা-দক্ষিণাকৈ থকা এটি সৰু টিনৰ কেঁচা মন্দিৰত তিনি খলপীয়া কাঠৰ সিংহাসনত বিগ্ৰহসমূহ ৰখা হৈছে। বাহিৰভাগৰ সংলগ্ন মণ্ডপ অসম্পূৰ্ণ অৱস্থাত।[২]

কল্যাণীৰ কিম্বদন্তী আঞ্চলিক জনসমাজত বহুলভাবে প্ৰচাৰিত। শোণিতপুৰৰ এই অঞ্চলত তথা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে বিস্তৃত অঞ্চলত চৰ্তুদশ শতিকাত ৰাজত্ব কৰা বুলি ধাৰণা কৰা কামৰূপ-ৰজা আৰিমত্তৰ কাহিনীও কম গুৰুত্বপূৰ্ণ নহয়। এই গৰাকী ইতিহাস-বিতৰ্কিত প্ৰসিদ্ধ ৰজাই কামৰূপ অঞ্চলত দিগ্বিজয় কৰি উঠি উজাই এই অঞ্চল পায়হি আৰু অজানিতে পিতৃ-ৰাজ্যও আক্ৰমণ কৰি জয় কৰেহি। আৰিমত্ত ৰজাৰ এজন কৰ আদায় কৰোতা 'কুচান' নামৰ জনৈক কৰ্মচাৰীৰ ঘৰত তেওঁৰ সাতগৰাকী ছোৱালীৰ লগতে কল্যাণী নামৰ এগৰাকী ৰূপৱতী ছোৱালীয়ে

১.
২. } ১৯৮১-৮২ চনৰ ভিতৰত এই লেখকে এই স্থান পৰিদৰ্শন কৰি এই সম্পদসমূহ আৰু এই মন্দিৰৰ তেতিয়াৰ অৱস্থা নিজে দেখিছিল।

তাঁত বৈ থাকে। আৰিমত্তই ভ্ৰমণ-কালত এই ধুনীয়া ছোৱালীজনী দেখাৰ সুযোগ ঘটাত তেওঁ আকৰ্ষিত হয় আৰু ধৰিবলৈ খেদি যোৱাত কল্যাণীয়ে গহ্বৰত প্ৰবেশ কৰে। পাছত এই কল্যাণীয়ে দেৱী বুলি ৰজাৰ বোধ হোৱাত উক্ত গহ্বৰতে হেনো এই 'গম্ভৰ' দেৱালয়ৰ প্ৰতিষ্ঠা হয়। এই কল্যাণীৰ নামেৰেই এই অঞ্চলৰ নাম হেনো কল্যাণপুৰ হয়। সৰ্বানন্দ ৰাজকুমাৰৰ গ্ৰন্থ 'ইতিহাসে সোঁৱৰা ছশটা বছৰ'ৰ (প্ৰকাশ, ২০০০ চন) ৩৩৮ পৃষ্ঠাৰ পাদটীকাত তেওঁ এনে কিম্বদন্তীৰেই উল্লেখ কৰিছে। এই নামেৰে এই অঞ্চলৰ নাম 'কল্যাণীপুৰ', আৰু পাছত 'কলংপুৰ হয় বুলি তেওঁ লিখিছে। হেলেম, ব্ৰহ্মাজান, কলং আৰু গহপুৰ মৌজাকে সাঙুৰি এই গোটেই অঞ্চলটোকে এসময়ত কল্যাণপুৰ বুলিছিল। 'গুৰু-চৰিত'ত থকা মতে শংকৰদেৱে পাটবাউসীত বাস কৰা সময়ত মাধৱদেৱৰ প্ৰশ্নৰ উত্তৰত কৈছিল,

হেমন্তগিৰিৰ দক্ষিণত
ব্ৰহ্মাৰ পুত্ৰৰ উত্তৰত
তাক লোকজন বোলয় কল্যাণপুৰ।
পৃথিৱী পাতাল পশিদুই
যোগ চিন্তি আছে উৰ্দ্ধমুই
অসম দেশৰ নুহিকয় সিটো দূৰ।।

৩৭৭৩ (ৰামচৰণ ঠাকুৰৰ গুৰুচৰিত ঃ ৭ম খণ্ড)

'কথা গুৰু-চৰিত'তো কল্যাণপুৰৰ নাম উল্লেখ আছে। আহোম ৰজা স্বৰ্গ নাৰায়ণৰ (১৪৯৭-১৫৩৯ খ্ৰী.) সময়ছোৱাত হৰশিঙা বৰা ৰাজঘৰৰ উজীৰ। তেওঁৰ ঘৰতে মহাপুৰুষ মাধবদেৱৰ পৰিয়ালে এসময়ত আশ্ৰয় পায় আৰু তাতেই মাধবদেৱৰ জন্ম হয় ১৪৮৯ খ্ৰী.ত। হৰশিঙা বৰাই মাধবদেৱক বাল্যকালতে নিজৰ লগত বিভিন্ন কামত ঘূৰাই ফুৰাইছিল। মাধবদেৱক লগত লৈ তেওঁ এবাৰ কল্যাণপুৰক ৰাজহ তুলিবলৈ গৈছিল। উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত 'কথা গুৰু চৰিত'ত তাৰ উল্লেখ এনেধৰণৰ ঃ

।। আৰু কলণপুৰে গল জাইগিৰি তুলিবলৈ। বৰা গুৰুজনক লৈ সভাই নেওগৰ গৃহে ৰ'ল।। (পৃষ্ঠা ৫৫)

এই কল্যাণপুৰেই তেতিয়াৰ কলণপুৰ। কাৰণ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত নাৰায়ণপুৰ, লেটেকুপুখুৰী এই অঞ্চলসমূহতে বৰাই ৰাজকীয় কাম কৰিছিল। কলণপুৰো এই ঠাইসমূহৰ ওচৰতে। আগতে কোৱা হৈছে যে কল্যাণী দেৱালয়ৰ পৰা কল্যাণপুৰ হয়। কল্যাণপুৰ- কলণপুৰ-কলংপুৰ হোৱা অস্বাভাৱিক নহয়। 'গহ্বৰ'পুৰৰ পৰা হেনো গহপুৰ। 'গম্ভৰ'ৰপৰা হেনো 'গম্ভিৰি'। গম্ভিৰি-গম্ভিৰীঘাট-

গমিৰি ঘাট। পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াই আৰিমত্ত ৰজাই 'গহনপুৰ (গহপুৰ), 'দিব্যা' (ডুবিয়া) আদি আৰু 'কল্যাণপুৰ' আদি অঞ্চল দখল কৰাৰ কথা তেখেতৰ 'অসম বুৰঞ্জী'ত উল্লেখ কৰিছে (পৃষ্ঠা ১৫)।

**মনসাদেৱী, ত্ৰিপুৰাসুন্দৰী, কল্যাণীৰ থান ঃ**

কল্যাণী দেৱালয়ৰ অন্যতম শাখা 'কল্যাণীৰ থান' বৰগাবাৰী গাঁৱৰ দক্ষিণত মৰাণবাৰী গাঁৱত। তেলেনীপুখুৰীৰপৰা প্ৰায় ৩. কিলোমিটাৰ উত্তৰত। ৰাজহ নথিমতে মৰাণবাৰী গাঁৱৰ নাম উনৈশ শতিকাত 'মৰাণৰ বাৰী' আছিল। 'গন্তৰ' দেৱালয়ৰ গোঁসানীক বহাগ মাহৰ ৭ তাৰিখে অঞ্চল ফুৰোৱা প্ৰথা এটাৰ প্ৰচলন আগৰ পৰাই আছিল বুলি কোৱা হয়। গোঁসানী ফুৰাবলৈ আনি মৰাণবাৰী গাঁৱত বৰ্তমান থান থকা ঠাইতে জিৰণি লোৱা হৈছিল। আৰু ইয়াতেই সামৰণী উৎসৱো অনুষ্ঠিত কৰা হৈছিল বুলি জনা যায়। সেইবাবেই হেনো এই স্থান কল্যাণী গোঁসানীৰ অন্যতম থান হ'ল। এই থানৰ মাটিৰ দাগ নং ৫০ আৰু কালি ২ বিঘা। কল্যাণী দেৱালয়ৰ নিজ নামৰ পট্টাৰ মাটি।

কল্যাণীৰ থানৰো ঐতিহ্য প্ৰাচীন। ইয়াতো বলি-বিধানেৰে বছৰি দুৰ্গা পূজা অনুষ্ঠিত হয়।

এই থানৰ শৈলসম্পদৰ ভিতৰত দুটি উল্লেখযোগ্য প্ৰাচীন শৈলমূৰ্ত্তিয়ে থানৰ গুৰুত্ব অধিক কৰি তুলিছে। বৰ্তমানে এই থানত তিনি খলপীয়া কাঠৰ সিংহাসনৰ ভিতৰত থাপনাত ৰখা আছে ললিতাসনত বহি থকা দ্বিভুজা এক শৈল নাৰীমূৰ্ত্তি। এই মূৰ্ত্তিৰ শিৰত শোভা কৰি আছে ফণা মেলি থকা সৰ্পৰ ছত্ৰ। মূৰ্ত্তিৰ সোঁহাতত সৰ্প। থানৰ পূজাৰীয়ে এই দেৱীকেই কল্যাণী গোঁসানী বুলি আমাক ক্ষেত্ৰ-পৰিদৰ্শনৰ সময়ত কৈছিল যদিও প্ৰকৃততে এয়া মনসা দেৱীৰ মূৰ্ত্তিহে। অষ্ট সৰ্পৰ ফণা শিৰত শোভা কৰি ৰখা বৈশিষ্ট্যই মনসা মূৰ্ত্তিৰ পৰিচয়। অৱশ্যে পুৰাণত মনসা দেৱীকো কল্যাণী দেৱী বুলি কোৱা হয়।

শিলঘাটৰ ওচৰত প্ৰাপ্ত মনসা দেৱীৰ মূৰ্ত্তিৰ লগত এই মূৰ্ত্তিৰ পাৰ্থক্য এই যে এই দেৱীৰ চৰণতলত হাতী বা পদুমফুল নাই। কিন্তু শিলঘাটৰ মনসা মূৰ্ত্তি 'নগেন্দ্ৰ বাহিনী'— অৰ্থাৎ হাতীৰ ওপৰত পদুমৰ চক্ৰত থিয় হৈ থকা মূৰ্ত্তি। গোৱালপাৰা জিলাৰ সূৰ্য্যপাহাৰৰ মনসামূৰ্ত্তি সপ্ত ফণাযুক্ত সৰ্পসহ দ্বাদশভুজা দেৱী। অসমত মনসামূৰ্ত্তি অধিক উদ্ধাৰ হোৱা নাই। সেইবাবে শোণিতপুৰ জিলাৰ উত্তৰ-পূৰ অঞ্চলত প্ৰাপ্ত এই মনসাদেৱীৰ শৈলমূৰ্ত্তি নিঃসন্দেহে এক গুৰুত্বপূৰ্ণ সংবাদ। এই সম্পদৰ ভাস্কৰ্য্য-বৈশিষ্ট্যই দশম শতাব্দীৰ পৌৰাণিক কৃতিৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে।

এই মূৰ্ত্তি মূল কল্যাণী দেৱালয়ৰ আছিল নে অইন ঠাইৰ পৰা সংগ্ৰহ কৰি আনি ইয়াত স্থাপিত কৰা হৈছে ধৰিব পৰা নহ'ল। অনুসন্ধান কৰাত ইয়াত অতীতত মনসা দেৱীৰ কোনো পূজা চলাৰ সংবাদ পোৱা নহ'ল। আনহাতে, এই উভয় পীঠেই যে বহু পুৰণি দিনৰ পৰাই প্ৰবল শক্তিপীঠ হিচাপে চলি আহিছে, তাৰ পৰম্পৰা আকৌ লক্ষ্য কৰিব পাৰি। কাৰণ এই ধাৰণাক শক্তিশালী কৰিছে আন এটি বহিঃপ্ৰমাণে। সেয়া হৈছে মন্দিৰৰ ভিতৰত আৰু সিংহাসনৰ বাহিৰত ৰখা আন এটি আকৰ্ষণীয় অতি মূল্যবান মুণ্ডহীন চতুৰ্ভুজা শৈলনাৰী মূৰ্ত্তি। মুণ্ড বাদদি মূৰ্ত্তিৰ শৰীৰৰ দৈৰ্ঘ্য ১ মিটাৰৰ সামান্য কম। মূৰ্ত্তিৰ ভাস্কৰ্য্য সুষম আৰু মসৃণ। উত্তুল স্তনযুগলেৰে নাৰী-সৌন্দৰ্য্যৰ সনাতন ৰূপৰ স্বৰূপ প্ৰকাশ কৰিছে। এই মূৰ্ত্তি হেনো কিছু বছৰ আগলৈকে সাজপাৰ, কণ্ঠহাৰ আৰু বিভিন্ন আলঙ্কাৰিক সম্পদেৰে ভূষিতা হৈ আছিল। কিন্তু কোনো দুৰ্বৃত্ত-গোষ্ঠীয়ে ইয়াৰ মুণ্ড অপসাৰণ কৰি শৰীৰৰ সকলো সম্পদ অপহৰণ কৰি লৈ যায়। মূৰটো নোহোৱাত উকা অৰ্দ্ধশৰীৰৰ পৰা চিনাক্তকৰণ কৰাত অসুবিধা হৈছে যদিও দেৱালয়ৰ পূজাৰী আৰু অন্যান্যসকলৰ উক্তি আৰু মূৰ্ত্তিৰ দৈহিক গঠনৰ সৌন্দৰ্য্যৰপৰা এই মূৰ্ত্তি যে 'ত্ৰিপুৰাসুন্দৰী'ৰ আছিল— সেইটো অনুমান কৰিব পাৰি।[৩]

এই মন্দিৰত ত্ৰিপুৰা সুন্দৰীৰ মূৰ্ত্তিৰ অৱস্থিতিয়ে বামাচাৰী তান্ত্ৰিক শক্তি পূজাৰ প্ৰাধান্যৰ ইঙ্গিত দিয়ে। কিয়নো শক্তি-ধৰ্মৰ 'দশ মহাবিদ্যা'ৰ ভিতৰত শ্ৰেষ্ঠা কালী আৰু তাৰাৰ ৰূপৰ পিছতেই কুমাৰী হিচাপে 'ষোড়শী'ৰূপী মহাদেৱী অন্যতমা। অসমকে ধৰি উত্তৰ ভাৰতৰ পৰা দক্ষিণলৈকে এসময়ত এই ষোড়শীৰূপী মহাদেৱীৰ স্থিতি বিয়পি আছিল। কামাখ্যা মহাপীঠো এই সংক্ৰান্ততে উল্লেখনীয়। ষোল কলা পূৰ্ণ হোৱাৰ পাছত চন্দ্ৰৰ জ্যোতি আৰু সৌন্দৰ্য্যই পূৰ্ণ ৰূপ পোৱাৰদৰে আনৰ প্ৰভাবমুক্ত 'ষোড়শী' ৰূপত মহাশক্তি মহাদেৱী শ্ৰেষ্ঠতম সৌন্দৰ্য্য আৰু চৰম শক্তিৰ প্ৰতীক। এই সৌন্দৰ্য্য আৰু বিভূতিৰ বাবেই তেওঁক 'ত্ৰিপুৰাসুন্দৰী' বা 'ৰাজ ৰাজেশ্বৰী' বুলি কোৱা হয়। ভৈৰৱীতন্ত্ৰৰ মতে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰে তেওঁক পূজা কৰা বাবে তেওঁক 'ত্ৰিপুৰা' বুলি কোৱা হয়। 'কালিকাপুৰাণ' মতে ত্ৰিপুৰাদেৱীক তিনিটা ৰূপত পূজা কৰা হয়— ত্ৰিপুৰাবালা, ত্ৰিপুৰাসুন্দৰী আৰু ত্ৰিপুৰাভৈৰৱী। ত্ৰিপুৰা সুন্দৰীক আকৌ তিনিটা ৰূপত কল্পনা কৰা হয়। তাৰ ভিতৰত উদীয়মান সূৰ্য্যৰ জ্যোতিৰ শোভাৰ দৰে চিত্ৰ-বিচিত্ৰ অলঙ্কাৰেৰে সুশোভিতা হৈ বিভিন্ন নাৰী-অঙ্গৰ সুস্পষ্ট আৰু সজীৱ ৰূপৰাশিৰে প্ৰতিভাত হৈ থকা ৰূপটো ত্ৰিপুৰাসুন্দৰীৰ মধ্যম ভঙ্গীমাৰ ৰূপ। কল্যাণীৰ থানত থকা এই ত্ৰিপুৰাসুন্দৰীৰ মূৰ্ত্তিত সম্ভৱ এই ৰূপবেই প্ৰকাশ হৈছিল।

---

৩. বৰ্ত্তমানে খবৰ পোৱা হৈছে যে দেৱালয়ত থকা এই মুণ্ডবিহীন মূৰ্ত্তিটোও হেনো এতিয়া নাইকিয়া হৈছে।

ত্ৰিপুৰা, কুমাৰী অথবা শ্ৰীবিদ্যা এই মহাদেৱীৰ ওপৰত 'ত্ৰিপুৰা ৰহস্য' নামৰ গ্ৰন্থত বিস্তৰ আলোচনা আছে। কামাখ্যা মহাপীঠত ত্ৰিপুৰা দেৱীৰ তিনিও ৰূপৰে হোৱা পূজাৰ বিশদ বিৱৰণ প্ৰসিদ্ধ গ্ৰন্থ 'কালিকাপুৰাণ' আৰু কুমাৰী পূজাৰ বিৱৰণ 'যোগিনীতন্ত্ৰ'ত পোৱা যায়। আনহাতে প্ৰাচীন সৌমাৰপীঠত প্ৰাপ্ত এই ত্ৰিপুৰাসুন্দৰীৰ মূৰ্ত্তিয়েও অসমত ত্ৰিপুৰা বা কুমাৰী ধৰ্মমতৰ (cult) প্ৰবল প্ৰচলন থকাৰ এক সুস্পষ্ট ইংগিত দিয়ে।

স্থানান্তৰিত কল্যাণী দেৱালয়ত আমি ত্ৰিপুৰাসুন্দৰীৰ পূজা আৰু স্তৱ কৰা হয় বুলি জানিব পাৰিছো। তাত থকা 'স্তৱ-কৱচমালা' গ্ৰন্থৰ ৮২ পৃষ্ঠাত এনেদৰে লেখা আছে ঃ

"বিজয়া মঙ্গলা দূতী কল্যাণী ভগমালিনী।

জ্বালা চ মালিনী নিত্যা সৰ্বদা পাতুংমা শিৱা।।" এয়া ত্ৰিপুৰা সুন্দৰীৰৰ কৱচৰু মন্ত্ৰ।

প্ৰাচীন কল্যাণী দেৱালয়ত হয়তো এই 'ত্ৰিপুৰাসুন্দৰী'ৰ মূৰ্ত্তিয়েই মূল বিগ্ৰহৰ স্থান লাভ কৰিব পাৰে। এইটো অনুসন্ধানৰ বিষয়।

কল্যাণী থানৰ থাপনাত মনসা-মূৰ্ত্তিৰ লগতে এটি সোণৰ কালী-মূৰ্ত্তিও আছে। এই মূৰ্ত্তি অৰ্বচীন বুলি বোধহয়। ওচৰতে থকা ব্ৰহ্মাজান বাগিছাৰ এগৰাকী মেনেজাৰে এই সোণৰ মূৰ্ত্তি কুৰি শতিকাৰ পঞ্চ দশকত দান দিছিল বুলি জানিব পৰা হৈছে। এই মূৰ্ত্তিৰ বৈশিষ্ট্য হৈছে— শিৱৰ বুকুত ভৰি দি থকা এই কালী মূৰ্ত্তিক এটি কাছই ধাৰণ কৰি আছে। কাছৰ ওপৰত থকা কালী-শিৱৰ এই ৰূপ-কল্পনা তাৎপৰ্য্যপূৰ্ণ।

বৰ্তমানে এই দুয়োখন দেৱালয়েই চৰম অৱহেলা আৰু দুৰ্য্যোগৰ সন্মুখীন। অসমৰ অন্যতম গুহা মন্দিৰৰ স্মৃতি-বহনকাৰী এই দেৱালয় দুখনৰ প্ৰাচীন শৈল সম্পদৰ যথাযথ সংৰক্ষণ হোৱা বাঞ্ছনীয় আছিল। বিশালায়তনৰ দিপৰাপুখুৰীৰ কীৰ্তিও তেজপুৰ চহৰৰ হজৰাপুখুৰীৰদৰে যাতে দুৰ্গতিগ্ৰস্ত নহয় সেইবিষয়ে চকু-কাণ দিয়া আঞ্চলিক ৰাইজ আৰু চৰকাৰৰ আশু কৰ্ত্তব্য।

**চাপাচী মাটিৰ বিচাৰ ঃ কল্যাণী দেৱালয় ঃ**

বৃটিছৰ ৰাজত্বৰ আৰম্ভণিতে আৰু পূৰ্ববংগৰ ভগনীয়াই অসমলৈ প্ৰব্ৰজনৰ সোঁত সৃষ্টি কৰাৰ আগলৈ অৰ্থাৎ উনৈশ শতিকাৰ শেষলৈকে অসমত পতিত মাটি আছিল প্ৰচুৰ। ১৯০১ চনৰ পিয়ল মতে ব্ৰহ্মপুত্ৰ উপত্যকাত জনসংখ্যাৰ ঘনত্ব আছিল প্ৰতি বৰ্গমাইলত ১০৮ জন। বৃটিছ ৰাজবিষয়া বা মণ্ডলসকলে মানুহৰ নামত মাটিৰ পট্টা লগাইহে দিছিল। গতিকে তেওঁলোকৰ এক কৰ্তব্য আছিল লুকাই

বা মনে মনে খাই থকা অৰ্থাৎ চাপাচী (concealed) মাটি বিচাৰি উলিয়াই তাত পট্টা লগাই দি খাজনা ধৰি দিয়া। তেনেধৰণৰ এটি তথ্য পোৱা যায় এই ইতিহাস প্ৰসিদ্ধ কল্যাণী দেৱালয়ৰ সংক্ৰান্তত।

আমি আগতে উল্লেখ কৰি আহিছো যে দেৱালয়ৰ নিজ মাটিৰ উপৰিও বৰগুাবাৰী গাঁৱত দেৱালয়ৰ নামত আহোম ৰজাদিনীয়া ৭২ বিঘাৰ এটি লাখেৰাজ দান আছিল। বৃটিছ চৰকাৰৰ দিনত ই নিষ্পিখেৰাজ গ্ৰাণ্ট হয়। বৰ্তমানে অসম ধৰ্মীয় আৰু দাতব্য অনুষ্ঠান আইনমতে এই মাটি চৰকাৰে অধিগ্ৰহণ কৰিছে।

তেজপুৰৰ মহাপেচখানাত প্ৰাপ্ত নিম্নোক্ত নথিৰ টুকুৰা অংশই প্ৰমাণ কৰে যে দেৱালয়ৰ নামত ২৪.০৭ একৰ অৰ্থাৎ ৭২ বিঘা ৪ কঠা ১ লেছা মাটি আছিল। তদুপৰি অলপ মাটি গুপ্ত ভাৱে দখলত আছিল। গমিৰিৰ মৌজাদাৰ কাশীৰামে এই চাপাচী মাটিৰ বিষয়ে ১৮৮৩ চনৰ শেষৰ ফালে উপায়ুক্তক জনাই দিয়ে। ফলত এটি গোচৰ নথিভুক্ত হয়। তেতিয়া উপায়ুক্তই তেজপুৰৰ উপপ্ৰতি সমাহৰ্তাক ১৯-৩-১৮৮৪ তাৰিখে তদন্তৰ বাবে নিৰ্দেশ দিয়ে। উপপ্ৰতি সমাহৰ্তাই তলৰ প্ৰতিবেদনটো দাখিল কৰে।

To,

The Deputy Commissioner of Darrang

Dated, Tezpur, the 18th April, 1884

Sir,

With reference to your order of the 19th March last I surveyed the (Nisfkheraj) lands granted to Kalyani Gosani Devalaya and found the area to be 26.25 acres, whereas the original grant, as found from the attested copy of the plan, produced by the Grantee, was 24·07 acres, so that there is evidently an increase of 2·18 acres of land (that is 6B-2K-19½ L) within the boundaries of the Grant. The papers in the case are herewith returned.

I have the honour to be

Sir

Your most obedient servant

Sd/-

Sub-deputy Collector

নথিৰ সংশ্লিষ্ট অংশ পঢ়ি দেখা গৈছে যে এই নিষ্পিখেৰাজ মাটি কল্যাণী দেৱালয়ৰ নামত প্ৰদত্ত আৰু তদাৰকাৰী আছিল এজন মহেশ্বৰ শৰ্মা ঠাকুৰ।

তেওঁৰ পূৰ্বপুৰুষ সম্পৰ্কে জনা নাযায়। কিন্তু অধস্তন পুৰুষসকলৰ ভিতৰত বৰঠাকুৰ পৰিয়ালৰ শ্ৰীগিৰীশ চন্দ্ৰ বৰঠাকুৰ আদি এই বংশৰ হ'ব পাৰে।[৪] এই মাটিৰ উক্ত গোচৰত মহেশ্বৰ শৰ্মাই আপত্তিৰ দৰ্খাস্ত দাখিল কৰিছিল যদিও উপপ্ৰতি সমাহৰ্তাৰ প্ৰতিবেদনমৰ্মে দখলথকা অতিৰিক্ত বা চাপাচী মাটিখিনিত খাজানা ধাৰ্য্য কৰা হৈছিল আৰু উক্ত মাটি পট্টাত চামিল হৈছিল।

গমিৰিৰ কাশীৰাম মৌজাদাৰ আছিল হৰিবিলাস আগৰৱালাৰ ভাতৃ আৰু প্ৰত্নতত্ত্ববিদ ভাওনিকোঁৱৰ আনন্দচন্দ্ৰ আগৰৱালাৰ পিতৃ। হৰিবিলাস-কাশীৰামৰ পিতৃ নবৰঙ্গৰামো গমিৰি, ৰাংছালি, বেঙাবাৰী এই তিনিখণ্ডৰ মৌজাদাৰ আছিল। সংশ্লিষ্ট নথিৰ কাগজত কাশীৰাম মৌজাদাৰৰ চহীৰে সৈতে নিজৰ হস্তাক্ষৰ আছে।

***

[৪] কল্যাণী দেৱালয় সম্পৰ্কে অধিক সংবাদ বা বৰঠাকুৰৰ পৰিয়াল সম্পৰ্কে অধিক তথ্য শ্ৰীগিৰীশ চন্দ্ৰ বৰঠাকুৰৰ হাতত থাকিব পাৰে।

**বিশেষ টোকা ঃ এই ৰচনা ১৯৮২ চনৰ ২৫ অক্টোবৰ তাৰিখে গুৱাহাটীৰ পৰা প্ৰকাশিত তেতিয়াৰ 'তিনিচিমীয়া বাতৰি'ত প্ৰকাশ পাইছিল আৰু শেষাংশ 'চাপাচী' মাটিৰ তথ্য 'তেজপুৰ সাহিত্য' চভাৰ দ্বাৰা প্ৰকাশিত ১৯৮৭ চনৰ 'চয়নিকা'ত প্ৰকাশ হৈছিল। ইতিমধ্যে এই মন্দিৰৰ সম্পদ আদিৰ ৰক্ষণাবেক্ষণৰ ক্ষেত্ৰত বহুত পৰিবৰ্তন আহিব পাৰে। (লেখক)**

# ষষ্ঠ অধ্যায়

# তেজপুৰৰ প্ৰাচীনত্ব ঃ ঐতিহাসিক আৰু পৌৰাণিক

১. তেজপুৰ চহৰৰ প্ৰাচীন স্থিতি সম্পৰ্কে বিস্তৰ আলোচনা আছে। সেয়ে সঘনভাবে উত্থাপিত হৈ থকা তথ্যসমূহকে পুনৰ ইয়াত আলোচনা কৰাৰ আৱশ্যকতা নাই যদিও গ্ৰন্থৰ প্ৰাসংগিকতা ৰক্ষাৰ অনুকুলে চমুকৈ এই প্ৰসংগ উল্লেখ কৰা হ'ল। পূৰ্বৰ ইতিহাসৱিদসকলৰ পৰা আৰম্ভ কৰি আধুনিক লিপিৱিদ, পুৰাতত্ত্বৱিদসকললৈকে প্ৰায় সকলোৰে একমত যে তেজপুৰ বা তেজপুৰৰ আশে-পাশেই ব্ৰহ্মপুত্ৰ নদীৰ পাৰত খ্ৰী. সপ্তম শতিকাৰ পৰা খ্ৰী. দশম শতিকালৈকে প্ৰাগজ্যোতিষত ৰাজত্ব কৰা শালস্তম্ভ বংশীয় ৰজাসকলে ৰাজধানী পাতি অথবা বিজিত শিবিৰ ('জয়স্কন্ধাৱাৰ') স্থাপন কৰি তাক পাছত ৰাজধানী পাতি ৰাজ্য শাসন কৰিছিল। তেজপুৰৰ ধ্বংসপ্ৰাপ্ত প্ৰাচীন শৈল সম্পদ আৰু গৃহ, মঠ-মন্দিৰ আদিৰ ভাস্কৰ্য্যবোৰৰ ভিত্তিত বুৰঞ্জীসকলে ইয়াক 'পুৰাপুৰ' বুলি অভিহিত কৰিছিল আৰু স্বৰ্গীয় কনকলাল বৰুৱাই তেজপুৰৰ শৈল ভগ্নাৱশেষ, ইয়াৰ ভাস্কৰ্য্য আৰু তেতিয়ালৈ প্ৰাপ্ত হোৱা প্ৰত্ন উৎকীৰ্ণ লিপিৰ অধ্যায়নৰ ভেটিত এইদৰে লিখিছিল –

"...........during the reign of Vanamala the city was of considerable dimensions extending probably from the Bamuni hill on the east to Dah-Parbatiya on the west with the modern town of Tezpur in the centre where evidently the kings' palace stood."[১]

শালস্তম্ভ বংশীয় ৰজাসকলৰ প্ৰদত্ত তাম্ৰ শাসন বা স্তম্ভলিপি মতে তেতিয়া এই নগৰৰ নাম আছিল 'হড়পেশ্বৰ' বা 'হটপেশ্বৰ' (বৰ্তমানৰ পাঠ মতে) আৰু সৰ্বজনভাবে এতিয়ালৈ জনাজাত হোৱা মতে 'হাৰূপেশ্বৰ'। (**এই সম্পৰ্কে পাছত আলোচনা কৰা হৈছে**)।

২. শালস্তম্ভ বংশৰ ৰজাসকলে বাস কৰা এই নগৰখন যে তেজপুৰৰ অঞ্চলতেই বা তেজপুৰেই এই সম্পৰ্কে ধাৰণা কৰাৰ মূল কাৰণ কেইটামান চমুকৈ আলোচনা কৰা হৈছে। উল্লেখনীয় যে বৰ্মন বংশৰ ৰজাসকলৰ কালতেই অৰ্থাৎ ভাৰতীয় গুপ্তযুগৰ

---

[১] 'Early History of Kamrupa' (Page 78)

সময়ত দ-পৰ্বতীয়াকে ধৰি এই অঞ্চলে প্ৰাগজ্যোতিষপুৰৰ সভ্যতা-সংস্কৃতিৰ প্ৰবল পোহৰত আলোকিত হৈছিল। নহ'লে আদি আৰু শেষ গুপ্তযুগৰ বৈশিষ্ট্য বা আৰ্হি বহন কৰা শৈল ধ্বংসাৱশেষ আৰু মঠ-মন্দিৰৰ স্থিতি ইয়াত প্ৰাপ্ত নহ'লহেঁতেন। বিখ্যাত দ-পৰ্বতীয়াৰ গঙ্গা-যমুনাৰ শৈল মূৰ্ত্তিৰ মসৃণ আৰু মনোমোহা ভাস্কৰ্য্য-সম্বলিত শৈল আৰু ইটা-মিশ্ৰিত মন্দিৰৰ নিদৰ্শনসমূহে পঞ্চম শতিকাৰ শেষ ভাগৰ নিৰ্মাণ কাৰ্য্য বুলি স্থাপত্য আৰু ভাস্কৰ্য্যৰ বিশেষজ্ঞসকলে ইতিমধ্যে মত প্ৰকাশ কৰিছে। পূৰ্বতে ড° ৰাখালদাস বন্দোপাধ্যায় আদিয়ে দ-পৰ্বতীয়াৰ মন্দিৰক ৫ম/৬ষ্ঠ শতিকাৰ নিৰ্মাণ বুলি আৰু পাছত আহোম যুগত শিলৰ মন্দিৰৰ ধ্বংসস্তুপৰ ওপৰত ইটাৰে মন্দিৰ নিৰ্মিত হোৱাৰ সম্ভাৱনা বুলি মত প্ৰকাশ কৰিছিল। কিন্তু সাম্প্ৰতিক কালৰ গৱেষণামৰ্মে এইটো ধাৰণা কৰা হৈছে যে মধ্য ভাৰতৰ ভোমৰা, নাচনা কোঠৰা আৰু উত্তৰবঙ্গৰ বৈগ্ৰাম মন্দিৰৰ বৈশিষ্ট্যৰ সৈতে মিল থকা দ-পৰ্বতীয়াৰ ভগ্নমন্দিৰটো ৫ম শতিকাত নিৰ্মিত হোৱা আৰু ই একসময়ৰহে নিৰ্মাণৰ (Single-time construction) ধ্বংসাৱশেষ।[১] অসম বুৰঞ্জীৰ ৫ ম শতাব্দীৰ কালছোৱা বৰ্মনবংশীয় মহাভূতিবৰ্মনৰ (খ্ৰী. ৫১৮-৫৪২) আগৰ সময়লৈকে ধৰা হয় আৰু তাৰ পাছৰ কাল ভাস্কৰবৰ্মনৰ পিতৃপুৰুষৰ কাল। গতিকে এনে সময়তে দ-পৰ্বতীয়াৰ অঞ্চল উল্লেখযোগ্য ঠাই হৈ পৰিছিল। গুপ্তযুগত দেৱতা শিৱৰ লিংগ ৰূপত পূজাৰ বিকাশ উল্লেখনীয়। বিভিন্ন শিৱমন্দিৰৰ নিৰ্মাণৰ সংস্কৃতিও মন কৰিবলগীয়া। সেয়ে দ-পৰ্বতীয়াৰ মন্দিৰৰ পাছত এই অঞ্চলৰ অন্যান্য শিৱ মন্দিৰ, বিশেষকৈ মহাভৈৰৱ মন্দিৰ আৰু কেতেকীবাৰীৰ নিপতিত পঞ্চমুখী শিৱলিংগৰ স্থিতি আদিয়ে এই অঞ্চলত গুপ্তযুগৰ প্ৰভাবৰ নিশ্চিত প্ৰমাণ দিয়ে। **'মুখলিংগ'ৰ বিকাশ শেষ গুপ্তকালৰ অন্যতম কলা-বৈশিষ্ট্য।** সেইবাবে অসমৰ বৰ্মনবংশীয় ৰাজত্বকালতে তেজপুৰ অঞ্চল এক উল্লেখনীয় স্থান হিচাপে গণ্য হয়।

৩. (ক) শালস্তম্ভীয় ৰজাসকলৰ কেইগৰাকীমান ৰজাৰ এতিয়ালৈকে প্ৰাপ্ত ১৩ খন উৎকীৰ্ণ লিপিৰ ভিতৰত ৪ খন আৰু পালবংশীয় ১খন তেজপুৰ আৰু তেজপুৰ মহকুমাৰ ভিতৰতে উদ্ধাৰ হোৱাটো তাৎপৰ্য্যপূৰ্ণ। সেইকেইখন হৈছেঃ

(১) **হৰ্জৰবৰ্মনৰ প্ৰস্তৰ স্তম্ভলিপি ঃ (৫১০ গুপ্তাব্দ = ৮২৯/৩০ খ্ৰী.)**

(২) **হৰ্জৰপুত্ৰ বনমালবৰ্মনৰ পৰ্বতীয়া তাম্ৰশাসন (৯ম শতিকাৰ মধ্য)**

(৩) **বনমালবৰ্মনৰ তেজপুৰ তাম্ৰশাসন (৯ম শতিকাৰ মধ্য)**

(৪) **তৃতীয় বলবৰ্মাৰ উলুবাৰী তাম্ৰশাসন (৯ম শতিকাৰ শেষভাগ)**

(৫) **পালবংশীয় ৰত্নপালৰ বৰগাওঁ তাম্ৰশাসন (১১শ শতিকাৰ আদিভাগ)।**

---

[১] **Comprehensive History of Assam, Vol I, Chapter 14 : Architecture : S. K. Saraswati; page 434.**

ইয়াৰ ভিতৰত এই পৰ্য্যন্ত উল্লেখিত হৰ্জৰবৰ্মনৰ বিখ্যাত ৯ শাৰীৰ মূল্যবান স্তম্ভলিপিয়ে বিশেষভাবে ঐতিহাসিক গুৰুত্বলাভ কৰিছে এইকাৰণে যে অসমৰ ইয়াতে প্ৰথম ঐতিহাসিকভাবে গুপ্ত চন খোদিত হৈছে আৰু এইগৰাকী ৰজা 'হাৰূপেশ্বৰ' (প্ৰকৃততে 'হড়পেশ্বৰ') নগৰত অৱস্থিত আছিল। এই লিপি তেজপুৰৰ দক্ষিণ-পশ্চিমৰ ঔগুৰি পাহাৰৰ নামনিত ব্ৰহ্মপুত্ৰ নদীৰ দাঁতিত (কিন্তু বৰ্তমানে অনতিদূৰৰ ব্ৰহ্মপুত্ৰৰ পানীৰ মাজত) এটি সুদীৰ্ঘ দণ্ডায়মান শৈল স্তম্ভত খোদিত। ওচৰতে পশ্চিমফালে ভৈৰৱপদ শিৱ দেৱালয়ৰ স্থিতিও মন কৰিবলগীয়া। 'ওঁ। স্বস্তি হাৰূপ্পেশ্বৰ পুৰাৱস্থিত ভুজবল'... ইত্যাদি।

এনেদৰে আৰম্ভ হোৱা এই খোদিত শিলালেখৰ তেজপুৰত অৱস্থিতিয়ে হৰ্জৰবৰ্মনে বাস কৰা নগৰখন যে ইয়াতে আছিল সেইকথাৰ নিশ্চিত প্ৰমাণ দিছে।

(খ) তেজপুৰত ২৫৮ বিঘাৰো অধিক মাটিৰে আগুৰা সুউচ্চ পাৰ থকা বিখ্যাত হজৰাপাৰৰ পুখুৰী (য'ত এতিয়া কৃষি বিভাগৰ কাৰ্য্যালয় আৰু ষ্টেডিয়াম নিৰ্মিত হৈছে), সেই পুখুৰীৰ নাম সুপ্ৰাচীন কালৰে পৰা 'হজৰা পুখুৰী'। উল্লেখিত স্তম্ভলিপিৰো নিকটৱৰ্তী হয়। কনকলাল বৰুৱাই এই বিষয়ত মন্তব্য কৰি ৯ম শতিকাৰ আগডোখৰতে খন্দা এই পুখুৰীও হৰ্জৰবৰ্মনৰে বুলি মত প্ৰকাশ কৰিছিল।*

হজৰা পুখুৰীৰ ওচৰতে আছে হজৰাপাৰ নামৰ গাওঁ বা অঞ্চল। এই নামো বৃটিছ ৰাজত্বৰ আগৰে পৰা চলি আছে।

(গ) এই গৰাকী শালস্তম্ভীয় ৰজা হৰ্জৰ বৰ্মনৰে হায়ুংথল তাম্ৰশাসন, পুত্ৰ বনমাল বৰ্মনৰ তেজপুৰ আৰু পৰ্বতীয়া তাম্ৰশাসন, তৃতীয় বলবৰ্মাৰ উত্তৰ বৰবিল তাম্ৰশাসন, নগাওঁ তাম্ৰশাসন আৰু উলুবাৰী তাম্ৰশাসন — এই সকলোকেইখন তাম্ৰশাসনেই উল্লেখিত হাৰূপেশ্বৰ (বৰ্ত্তমানৰ পাঠ-অধ্যয়ন মতে 'হড়পেশ্বৰ' বা 'হটপেশ্বৰ') নগৰৰ পৰা প্ৰদান কৰা হৈছিল আৰু এই নগৰ যে এইসকল ৰজাৰ 'স্কন্ধাৱাৰ' অৰ্থাৎ বিজিত শিবিৰ অৰ্থাৎ ৰাজনৈতিক ৰাজধানী আছিল সেইকথা স্পষ্টভাবে উল্লেখ কৰিছে। হৰ্জৰবৰ্মনৰ দিনত ইয়াক 'জয়স্কন্ধাৱাৰ' বুলি কোৱা হৈছে। বনমালবৰ্মনৰ ফলিত এই নগৰক সুন্দৰভাবে সকলো পৌৰ সুবিধা থকা আৰু মঠ-মন্দিৰ, ৰাজপ্ৰসাদ, হাতী, ঘোৰা, ৰাস্তা, পুখুৰীৰে সমৃদ্ধ প্ৰদান কৰা এখন ধুনীয়া নগৰ বুলি বৰ্ণিত কৰা হৈছে। অৱস্থানৰ ক্ষেত্ৰত ই লোহিত্যৰ তীৰত বুলি কোৱা হৈছে।

পৰৱৰ্ত্তী ৰজা তৃতীয় বলবৰ্মাৰ আটাইকেইখন ফলিতে কোৱা আছে যে এই নগৰ 'তদেব পৈতামহংকটকং' বুলি অৰ্থাৎ তেওঁৰ পূৰ্বপুৰুষসকলৰ নগৰ বুলি উল্লেখ কৰি তেওঁ ইয়াতে বাস কৰি ইয়াৰ পৰাই শাসন দান কৰিছে। আৰু এই নগৰৰ নাম

---

* J.A.R.S. (Vol.II, No. 4, 1934) : 'Note on some Ancient Ruins' : K.L.Barua.

'হড়প্পেশ্বৰ' বুলি উক্ত হৈছেঃ

'লৌহিত্যস্য সমীপে তদেব পৈতামহং কটকং।

তত্র শ্রীমতি হড়প্পেশ্বৰ নামনি কটকে কৃতবসতিঃ...' (শ্লোক ২৫)

(ঘ) গৱেষক পণ্ডিতসকলে খ্রী. ৭ম শতিকাৰ পৰা ১০ম শতিকালৈ এই বংশই ৰাজত্ব কৰা ৰাজধানী আমি উল্লেখ কৰি অহা মতে সেইকালৰ এই তেজপুৰকে 'হড়পেশ্বৰ' নগৰ বুলি চিনাক্তকৰণ কৰে যদিও ই সম্পূৰ্ণ বিতৰ্কৰ অতীত হোৱা নাই। কেইবাজনো পণ্ডিতৰ মতে বনমালবৰ্মনৰ ফলিত বৰ্ণিত 'হড়পেশ্বৰ' বা 'হটপেশ্বৰ' নগৰখন লৌহিত্যৰ তীৰত যদিও ইয়াত উল্লেখ কৰা 'কামেশ্বৰ মহাগৌৰী'ৰ অধিষ্ঠান থকা কামকূট পৰ্বতৰ চিনাক্তকৰণ নোহোৱালৈকে তেজপুৰ অঞ্চলতে এই নগৰ আছিল বুলি সঠিক নিৰ্ণয় কৰিব নোৱাৰি।[৫]

কিন্তু বিশিষ্ট আৰু প্ৰথিতযশা লিপিবিদ ড° দীনেশচন্দ্ৰ সৰকাৰ, পণ্ডিত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ আদি গৱেষকে 'হাৰূপেশ্বৰ (হড়পেশ্বৰ) নগৰখন তেজপুৰ দ-পৰ্বতীয়া অঞ্চলৰ ভিতৰতে আছিল বুলি লিপি-অধ্যয়নৰ পৰা প্ৰাপ্ত তথ্যৰ ভিত্তিতে মতামত দি গৈছে। বিদ্যাবিনোদ মহাশয়ে তেওঁৰ 'কামৰূপ শাসনাৱলী'ৰ ভূমিকাতে এইদৰে লিখিছেঃ "সম্ভৱতঃ 'তেজপুৰ' শহৰে অথবা তন্নিকটস্থ কোনোস্থানে ৰাজধানী 'হাৰূপ্পেশ্বৰ' অৱস্থিত আছিল। . . . বনমালেৰ শাসনে ৰাজধানী বৰ্ণনায় 'শ্ৰীকামেশ্বৰ মহাগৌৰী ভট্টাৰিকাভ্যামধিষ্ঠিত শিৰসঃ কামকূটে গিৰেঃ' লৌহিত্য তীৰাৱস্থানেৰ উল্লেখ দেখা যায়। এই কামকূটগিৰি খুব সম্ভৱ বৰ্ত্তমান তেজপুৰেৰ সন্নিকটৱৰ্ত্তী পুৰাতন দেৱতামন্দিৰ সমন্বিত অনত্যুচ্চ শৈলেৰ প্ৰাচীন নাম হইবে" (পৃ. ২২)।

ড° মুকুন্দ মাধৱ শৰ্মাৰ Inscriptions of Ancient Assam (1978) গ্ৰন্থৰ এই সম্পৰ্কীয় আলোচনাতো ড° শৰ্মাই এই নগৰ তেজপুৰ নগৰতে চিনাক্ত কৰণৰ অনুকূলে মত প্ৰকাশ কৰিছে (পৃ. ১৩৬) আৰু কামকূট পৰ্বতৰ স্থান বামুনী পাহাৰ বা 'কালিকা পুৰাণোক্ত' নাটক শৈল পাহাৰ হব পাৰে বুলিও ইংগিত দিছে (পৃ.১১২)।

আমাৰ সাধাৰণ ধাৰণাত এই কথা মনলৈ আহে যে কামকূট পৰ্বত আৰু কামেশ্বৰ-মহাগৌৰী প্ৰসংগ থকা শ্লোকাংশৰ অৰ্থত 'হাৰূপ্পেশ্বৰ' নগৰখন যে এই পৰ্বতৰ নামনিত বা ওচৰত অৱস্থিত সেই কথা প্ৰকাশ পোৱা নাই; প্ৰাসংগিক শ্লোকাংশই যি লৌহিত্যৰ তীৰত এই নগৰ অৱস্থিত সেই লোহিত্যৰ স্ৰোতৰ বা পানীৰ বিশেষণ ৰূপেহে প্ৰয়োগ হৈছে। কামেশ্বৰ আৰু মহাগৌৰীৰ অধিষ্ঠান থকা কামকূট পৰ্বতৰ নামনিক লৌহিত্যই নিৰন্তৰ স্পৰ্শ কৰি থকা বাবে লৌহিত্যৰ পানী পূত-পবিত্ৰ হৈ আছে, এই অৰ্থহে প্ৰকাশ হৈছে।। একাধিক পণ্ডিতে কামকূট পৰ্বতক কামাখ্যা পাহাৰ বা নীলাচল পৰ্বত বুলিহে

[৫] Kāmrūp Śāsanāvali : Editor Dr. D. Sarma, Assam Publication Board, 1981 : General Introduction (Page 60).

ভাবে। এইটোও সত্য যে ব্ৰহ্মপুত্ৰ বা লৌহিত্যাই দক্ষিণপাৰৰ কামাখ্যাপৰ্বতৰ নামনিকো নিৰন্তৰ স্পৰ্শ কৰি আছে। উমানন্দকো স্পৰ্শ কৰি আছে। সেইবাবে কামেশ্বৰ আৰু কামেশ্বৰী কামাখ্যাদেৱী স্থিত এই পীঠ স্থানৰ বাবেও লৌহিত্যৰ স্ৰোত পবিত্ৰ হৈছে। শালস্তম্ভীয় ৰজাসকলৰ লিপি-ৰচকসকলে প্ৰাগজ্যোতিষ আৰু কামাখ্যাপীঠৰ স্থিতিৰ কথা নজনাকৈ থাকিব নোৱাৰে। গতিকে কামকূট পৰ্বতক কামাখ্যা বুলি লৌহিত্যৰ স্ৰোত কামকূটৰ নামনিৰ দ্বাৰা পুত হৈ থকা অৰ্থ হলেও লৌহিত্যৰ উত্তৰপাৰত তেজপুৰ অঞ্চলতে স্থিত বুলি ধৰা 'হড়পেশ্বৰ'ৰ চিনাক্তকৰণত যুক্তিৰ ফালৰ পৰা অসুবিধা নহয়। কাৰণ 'হড়পেশ্বৰ' নগৰ কামকূট পৰ্বতৰ নামনিত বা কাষত বুলি শ্লোকত উল্লেখিত হোৱা নাই।

অৱশ্যে বামুনী পাহাৰ বা ভৈৰৱী মন্দিৰ থকা উচ্চ টিলাটোক অথবা নাটক শৈলক কামকূট পৰ্বতৰ সৈতে চিনাক্তকৰণ কৰাৰ যুক্তি গ্ৰহণযোগ্য হলে 'হড়পেশ্বৰ'ৰ স্থিতি তেজপুৰতে বুলি ভৱা যুক্তি আৰু সহজ হৈ পৰে।

'শ্ৰীকামেশ্বৰ মহাগৌৰী ভট্টাৰিকাভ্যামধিষ্ঠিত শিৰসঃ কামকূটেগিৰেঃ' বনমালৰ দুয়োখন ফলিতে পোৱা এই ৰচনাংশত 'ভট্টাৰিকা'ৰ অৰ্থ পূজ্য, স্বামিনী, বা দেৱী ('ভট্টাৰক'ৰ স্ত্ৰীলিংগ)। কিন্তু লগতে মন কৰিবলগীয়া যে কালিকাপুৰাণত 'ভট্টাৰিকা' এখন মহানদী আৰু এই নদী তেজপুৰৰ ভৈৰৱী বা ভৰলী নদী বুলি সৰ্বজনভাবে স্বীকৃত।

ততো ভট্টাৰিকা নাম হিমশৈলসমুদ্ভৱা।
মহানদী দেৱগণৈৰ্যা সদোপাস্যতে সুখম।। [৮০/১১]

বনমালৰ তেজপুৰ ফলিৰ উল্লেখিত শ্লোকাংশৰ পাছতে (১৮/১৯ শাৰীত) 'শ্ৰীলৌহিত্য ভট্টাৰকেন সনাথ শ্ৰী হড়পেশ্বৰাৎ' বুলি উল্লেখ আছে। ইয়াত লৌহিত্যক 'ভট্টাৰক' হিছাপে প্ৰশস্তি কৰা হৈছে।

মহাগৌৰী মহাদেৱীক 'ভট্টাৰিকা' বিশেষণেৰে প্ৰযুক্ত কৰাত অজানিত বা অজ্ঞাতভাবে ভৈৰৱী মন্দিৰৰ পূব কাষেদি প্ৰবাহিত হৈ থকা 'ভট্টাৰিকা' নদী নামটোৱে লিপি-ৰচকক অনুৰণিত কৰা নাইটো?

**৪. 'হড়পেশ্বৰ', 'হড়প্লেশ্বৰ', 'হটপ্লেশ্বৰ' নে 'হাৰূপ্লেশ্বৰ':**

এটা গুৰুত্বপূৰ্ণ কথা এই যে শালস্তম্ভীয় ৰজাসকলৰ পূৰ্বতে প্ৰাপ্ত হোৱা ফলিৰ পাঠৰ অধ্যয়ন পৰৱৰ্তী সময়ত পোৱা একে ৰজাৰ ফলিৰ পাঠ-অধ্যয়নৰ আলোকত বিচাৰ কৰি আধুনিক লিপিৱিদ আৰু গৱেষক পণ্ডিতসকলে নগৰখনৰ নাম থকা 'হাৰূপ্লেশ্বৰ' পাঠ শুদ্ধ নহয়, তাৰ ঠাইত 'হড়প্লেশ্বৰ' বা 'হটপ্লেশ্বৰ' পাঠহে প্ৰকৃততে পঢ়িব লাগে বুলি মত প্ৰকাশ কৰিছে। তেওঁলোকে পূৰ্বে অধ্যয়ন কৰা 'হাৰূপ্লেশ্বৰ' শব্দটোৰ প্ৰথম আখৰকেইটা 'হা', 'ৰূ'ৰ মাজত প্ৰাপ্ত হোৱা অসুবিধাসমূহো আলোচনা

কৰি বনমাল বৰ্মাৰ পৰ্বতীয়া তামৰ ফলি, তৃতীয় বলবৰ্মাৰ নগাওঁ ফলি, উলুবাৰীৰ তাম্ৰ ফলি আৰু বিশেষকৈ, উত্তৰ বৰবিল তামৰ ফলিত শব্দটোৰ আখৰৰ স্পষ্টতাৰ পৰা বিশ্লেষণ কৰি 'হড়প্পেশ্বৰ' বা 'হটপ্পেশ্বৰ' পাঠহে শুদ্ধ বুলি নিৰ্ণয় কৰিছে। ড° মুকুন্দ মাধৱ শৰ্মাই তেওঁৰ সম্পাদিত Inscriptions of Ancient Assam (Gauhati University Publication, 1978) গ্ৰন্থত* ফলিসমূহৰ পাঠৰ ফটো সন্নিবিষ্ট কৰি স্পষ্টকৈ কৈছে 'Happily now we have the Uttarabarbil C.P. grant of Balavarman III, where the text is very distinctly preserved and the name of the capital city can be determined as হডপ্পেশ্বৰ without any hesitation". (পৃ. ৮৮)। তেওঁ আকৌ কৈছে, 'On the strength of the reading of the Parbatiya plates, we may hold that the name of the capital city was হডপেশ্বৰ also in the Tezpur plates and not 'হাৰুপ্পেশ্বৰ'। (পৃ. ১০৬)।

প্ৰথিতযশা লিপিৱিদ ড° দীনেশ চন্দ্ৰ চৰকাৰ আৰু 'কামৰূপ শাসনাৱলী'ৰ পুনৰ সম্পাদন কৰোতা (Publication Board, 1981) ড° ডিম্বেশ্বৰ শৰ্মাইও 'হাৰূপ্পেশ্বৰ' পাঠৰ অশুদ্ধতা স্বীকাৰ কৰিছে আৰু 'হড়প্পেশ্বৰ' পাঠ গ্ৰহণ কৰিছে। এইখিনিতে উল্লেখ্য যে প্ৰকৃততে ড° পদ্মনাথ ভট্টচাৰ্য্যই তেওঁৰ প্ৰথম সংকলিত 'কামৰূপ শাসনাৱলী' (১৯৩১)ত এই 'হাৰূপ্পেশ্বৰ' পাঠ গ্ৰহণ কৰাৰ পাছৰ পৰাই পণ্ডিত, গৱেষক আৰু লিপিৱিদসকলৰ মাজত ই প্ৰচাৰিত আৰু ব্যৱহৃত হৈ পৰিল। কিন্তু মনকৰিবলগীয়া যে তেওঁ নিজেই হৰ্জৰবৰ্মনৰ হায়ুংথল লিপিৰ পাদটীকাত 'হাটপ্পেশ্বৰ' বুলি উল্লেখ কৰিছিল আৰু ' হাৰূপ্পেশ্বৰ' পাঠত সন্দেহ কৰিছিল। পৰৱৰ্ত্তী সময়ত অৱশ্যে তেওঁ নিজেই 'হটপ্পেশ্বৰ' পাঠহে শুদ্ধ বুলি লিখি থৈ গৈছে।

এই সম্পৰ্কে আধুনিক কালৰ এগৰাকী লিপি গৱেষক ড° ধৰ্মেশ্বৰ চুতীয়াই 'প্ৰকাশ' আলোচনীৰ ১৯৮৪ চনৰ নৱেম্বৰ মাহৰ সংখ্যাত এই প্ৰসংগ লৈ এটি আলোচনা লিখি বিদ্বৎ সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু 'হাৰূপ্পেশ্বৰ'ৰ পৰিৱৰ্তে 'হটপ্পেশ্বৰ' বা 'হড়প্পেশ্বৰ' পাঠ (স্থানীয় উচ্চাৰণ ভেদে 'হটপেশ্বৰ' বা 'হড়পেশ্বৰ') গ্ৰহণ কৰিব লাগে বুলি কৈছিল।

এই আলোচনাৰ পৰিপ্ৰেক্ষিতত আমিও ভাবো যে তেজপুৰ নগৰৰ প্ৰাচীনত্বৰ বিষয়ত হোৱা বিভিন্ন আলোচনা বা লেখনিত 'হাৰূপ্পেশ্বৰ'ৰ পৰিৱৰ্তে 'হটপেশ্বৰ' বা 'হড়প্পেশ্বৰ' নামেৰেহে উল্লেখ কৰি সংশ্লিষ্ট গৱেষণা বা বিশ্লেষণ হোৱা উচিত।

অসমৰ ইতিহাস-সাহিত্যৰ বিভিন্ন দিশত ইতিমধ্যে 'হাৰূপেশ্বৰ' শব্দেৰেই বিভিন্ন গৱেষণা আৰু আলোচনা চলি আছে। এই শব্দটোৰ পাঠ-অধ্যয়ন ভুল হোৱাত ইতিমধ্যে

---

* 'Tezpur Rock Inscription of Harjarvarman' : Notes (Page 88).

**'হাৰুপেশ্বৰ' এই শব্দক লৈ কৰা সকলো ভাষিক আৰু তাত্ত্বিক আলোচনাই এতিয়া অৰ্থহীন আৰু অপ্ৰাসংগিক হৈছে।**

**'হটপেশ্বৰ'** বা **'হড়পেশ্বৰ'** নামলৈহে এতিয়া সাহিত্যিক বা ভাষাতাত্ত্বিক দিশৰ পৰা আলোচনা হোৱা উচিত।

**৫. মধ্যযুগত তেজপুৰ ঃ**

পালবংশৰ ৰজাসকলে 'দুৰ্জয়া' নামক স্থানত ৰাজধানী পাতি ৰাজ্য শাসন কৰা আদি মধ্যযুগৰ সময়ছোৱাত তেজপুৰ অঞ্চলৰ সংবাদ ইতিহাসত উল্লেখ নাই।

শেষ মধ্য যুগত বা আহোম যুগতো বুৰঞ্জীত 'তেজপুৰ' নামৰ কোনো উল্লেখ পোৱা নাযায়। কিন্তু সেইবুলি তেজপুৰৰ আশে-পাশে থকা অঞ্চল, বিশেষকৈ পূব অঞ্চল, গুৰুত্বপূৰ্ণ হৈ নথকা নহয়। নগাওঁৰ কলিয়াবৰ, চামধৰা আদি স্থান সামৰিক আৰু প্ৰশাসনীয় দিশৰ পৰা আহোম ৰজাৰ অতি প্ৰয়োজনীয় কেন্দ্ৰ হোৱাৰ বাবেই তেজপুৰৰ পূব অঞ্চলতো লৌহিত্যৰ উত্তৰ পাৰত অৱস্থিত ভোমোৰাগুৰি পৰ্বতৰ নামনিৰ ঠাই খণ্ড ব্ৰহ্মপুত্ৰ বা লৌহিত্যৰ জল-পৰিবহন আৰু যাতায়তৰ বাবে উত্তৰস্থ ঘাট হৈ পৰে। সেইদৰে ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীগাং নদীৰ সংগমস্থল বিশ্বনাথৰ বিশ্বনাথ ঘাটো আহোম ৰাজত্বৰ কালত প্ৰশাসনীয়ভাৱে উল্লেখনীয় হৈ পৰে। আহোম ৰজা প্ৰতাপ সিংহৰ ৰাজত্ব কালত ১৬১৬ খ্ৰী.ত আক্ৰমণকাৰী মোগল সৈন্য আৰু আহোম ৰাজসৈন্যৰ ভৰলী নৈৰ মুখত প্ৰবল যুদ্ধ আৰম্ভ হয় আৰু আহোমৰ জয়লাভ হোৱাত ভোমোৰাগুৰিৰ পাহাৰ টিলাত দুছটা শিলত **'চামধৰা গড়ৰ ৰণজয়'** লিপিবদ্ধ কৰা হয়।

চামধৰা ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়োপাৰে আছিল। ভোমোৰাগুৰিৰ পৰা উত্তৰে বৰ্ত্তমান চামধৰা গাওঁৰ মাজেদি আঁকা পৰ্বতলৈকে এটি বৃহৎ গড় বন্ধা হৈছিল। ই 'চামধৰা গড়' হিচাপে জনাজাত হৈছিল।

ভৰলী নদী ব্ৰহ্মপুত্ৰৰ সৈতে মিলিত হোৱা তেজপুৰৰ পূবৰ অঞ্চলখিনি আহোম যুগত **'ভৰলী মুখ'** বা **'ভৰৰিৰ কোষ'** হিচাপে জনাজাত হৈছিল। কাৰণ ইয়াতেই কোনোবা এঠাইত মোগলসকলে ৰণৰ বাবে শিবিৰ পাতিছিলহি। আহোমৰ ৰণ-শিবিৰ আছিল চামধৰাত। **ভোমোৰাগুৰি পৰ্বতৰে আন এটি বৃহৎ শৈলস্তম্ভৰ শীৰ্ষত তৃতীয়খন ফলি লিপিবদ্ধ কৰি যৱন নিপাতৰ পাছত ১৬১৬ চনত 'পৰ্বত কাটি গড়' উলিওৱাৰ সম্বাদে আহোম যুগত থকা এই অঞ্চলৰ ৰাজনৈতিক গুৰুত্বৰ কথা নিশ্চয়কৈ প্ৰমাণ কৰে।** এই লিপি বৰ্ত্তমানে কলীয়াভোমোৰা দলঙৰ উত্তৰ পাৰতে সংলগ্নভাৱে সেই বৃহৎ শৈলস্তম্ভতে সংৰক্ষিত আছে।

**বৃটিছৰ আগমনৰ সময়লৈকে ভোমোৰাগুৰিৰ আৰু চামধৰাৰ গুৰুত্ব কমা নাছিল। আনকি আহোম ৰজা কমলেশ্বৰ সিংহৰ দিনতে (খ্ৰী. ১৭৯৫-১৮১০) বৰফুকন**

**কলীয়াভোমোৰাই ব্ৰহ্মপুত্ৰৰ ওপৰত শিলঘাট-ভোমোৰাগুৰিৰ মাজত দলং সাজিবলৈ কৰা প্ৰস্তুতিৰ বিষয়েও অসমৰ বুৰঞ্জীত উল্লেখ হৈছিল। ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণৰ বাবে এই অঞ্চলৰ স্থানেই উপযুক্ত হোৱা বাবেই আজি 'কলীয়া ভোমোৰা দলং' ইয়াত সম্ভৱ হৈছে।**

**৬. তেজপুৰ বনাম পৌৰাণিক 'শোণিতপুৰ' ঃ**

অসমৰ সমূহ জন-সমাজৰ মাজত শক্তিশালী বিশ্বাস আৰু পৰম্পৰা প্ৰচলিত যে বাণাসুৰৰ ৰাজধানী তথা ৰাজ্য পুৰাণ আৰু প্ৰাচীন কাব্যত সঘনে উক্ত হোৱা শোণিতপুৰ বৰ্তমানৰ তেজপুৰখনেই। সুদীৰ্ঘকালৰ পৰাই পৰম্পৰা প্ৰচলিত যে বাণাসুৰে ইয়াতে মহাভৈৰৱ আৰু ভৈৰৱী মন্দিৰ নিৰ্মাণ কৰি আৰু বিশ্বনাথক দ্বিতীয় কাশীত পৰিণত কৰিবলৈ ইচ্ছা কৰি ১ কোটি শিৱলিংগ সেইস্থানত প্ৰতিষ্ঠা কৰিবলৈ যো-জা কৰিছিল আৰু বিশ্বনাথ বা ভালুকপুঙৰ পৰা তেজপুৰলৈ অহা পথৰ দুই ক্ৰোশে ক্ৰোশে একোটা শিৱ মন্দিৰ প্ৰতিষ্ঠা কৰিছিল। উষা-অনিৰুদ্ধৰ মিলন ক্ষেত্ৰ আৰু উষা-অনিৰুদ্ধৰ গোপন মিলনক কেন্দ্ৰ কৰি হোৱা হৰি-হৰ যুদ্ধৰ ক্ষেত্ৰ ইয়াতেই আছিল। পৰম্পৰা-গ্ৰহণতে খাপ খাই পৰিছে যে ৰজা বাণে নিতৌ মহাভৈৰৱত শিৱ-পূজা আৰু অগ্নিগড় পাহাৰত থকা অগ্নিময় অগ্নিদুৰ্গৰ ('তেজোদুৰ্গ') অন্তেঃপুৰত থকা বাণ-কন্যা উষাই নিতৌ ভৈৰৱী মন্দিৰত দেৱী-পূজা কৰিছিল।

কিন্তু পৰম বিস্ময়ৰ কথা যে শোণিতপুৰ সম্পৰ্কে বিস্তৰভাবে আলোচনা হৈ থকা সত্বেও শোণিতপুৰক তেজপুৰৰ সৈতে সংশ্লিষ্ট কৰা বা চিনাক্তকৰাৰ বাবে যথেষ্টভাৱে যুক্তিমূলক আৰু ঐতিহাসিক সমল সংগ্ৰহ কৰিব পৰা হোৱা নাই। একেখিনি ধাৰণাকে দোহাৰি থকা হৈছে মাথোন।

প্ৰসংঙ্গক্ৰমে এটি কথা উল্লেখ কৰিব পাৰি যে ১৯৯৯ চনত ক'লকাতাত 'ভাৰতীয় ইতিহাস সংকলন সমিতি'ৰ এখন সৰ্বভাৰতীয় আলোচনা চক্ৰ '**ইতিহাস আৰু পৌৰাণিক পৰম্পৰা**'ৰ বিস্তৃত বিষয়ক কেন্দ্ৰ কৰি অনুষ্ঠিত হৈছিল। এই অনুষ্ঠানতে এই লেখকে **'Itihasa-Purana Tradition and Identification of Sonitpura'** নামৰ এখন লিখিত পত্ৰ পাঠ কৰাৰ সুবিধা পোৱাত স্বাভাৱিকভাবে এই বিষয়টোৱে পণ্ডিতমণ্ডলীৰ দৃষ্টি আৰু আকৰ্ষণ লাভ কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে পশ্চিমবংগৰ সংশ্লিষ্ট পণ্ডিতৰ একাংশই শোণিতপুৰ দিনাজপুৰ অঞ্চলতে বুলি দৃঢ়ভাৱে দাবী কৰি বিভিন্ন প্ৰশ্নৰ জৰিয়তে লেখকৰ আলোচনা আৰু দৃষ্টিভংগীক গুৰুত্বপূৰ্ণ কৰি তুলিছিল। লেখকৰ উক্ত পত্ৰ যথাস্থানত পৃথকে প্ৰকাশ হোৱাৰ সম্ভাৱনা থকা বাবে ইয়াত সন্নিবিষ্ট কৰা নহ'ল। তদুপৰি এই বিষয়ত ইতিমধ্যে নানা স্থানত যথেষ্ট আলোচনা হৈছে বাবে ইয়াত আমাৰ নিজস্ব কেইটামান চমু মতামতেৰে আলোচ্য বিষয়ৰ প্ৰসংগ উত্থাপন কৰা হৈছে।

১৯৭৯-৮০ চনৰ 'অসম সাহিত্য সভা পত্ৰিকা'ৰ চতুৰ্থ সংখ্যাত সুপণ্ডিত ড° বিশ্বনাৰায়ণ শাস্ত্ৰী মহোদয়ে 'কালিকাপুৰাণ আৰু অসম : ভৌগোলিক স্থিতি' এই শিতানৰ এটি সুদীৰ্ঘ প্ৰবন্ধত মত প্ৰকাশ কৰিছিল যে 'কালিকা পুৰাণ আৰু অন্যান্য পুৰাণত থকা শোণিতপুৰৰ প্ৰসংগৰ পৰা ভৌগোলিকভাৱে এই স্থান ক'ত আছিল নিৰ্ণয় কৰিব নোৱাৰি আৰু অসমৰ প্ৰাচীন তাম্ৰলেখ বা শৈললেখ— ক'তো শোণিতপুৰৰ নাম উল্লেখ কৰা দেখা নাযায়'।

এই লেখকে The Assam State Museumৰ ১৯৮২ চনৰ চতুৰ্থ সংখ্যাৰ 'বুলেটিন'ত Tezpur Through the Ages' নামৰ এটি প্ৰবন্ধত (এই প্ৰবন্ধটো তেজপুৰৰ অন্যান্য স্থানতো তেতিয়া প্ৰকাশ হৈছিল) কালিকাপুৰাণত 'বাণাসুৰ' আৰু 'শোণিতপুৰ'ৰ উল্লেখ থকা শ্লোককেইটা আৰু পোনপ্ৰথমবাৰৰ বাবে অনন্তকন্দলীৰ 'কুমৰ-হৰণ কাব্য'ৰ এটি স্তৱকত 'তেজপুৰ' নাম পোৱাৰ কথা উল্লেখ কৰি শোণিতপুৰ আৰু তেজপুৰৰ সম্পৰ্কৰ ৰেখা এটা অঙ্কন কৰিবলৈ প্ৰয়াস কৰিছিল। ড° শাস্ত্ৰী মহোদয়ে সেই প্ৰবন্ধটোও উল্লেখিত Bulletin ত সম্পাদনা কৰি পাদটীকাত লেখিছিল এইদৰেঃ

"No where *Sonitpura* has been associated with *Kamrupa*. There is neither mythological nor historical evidence to prove that *Sonitpura* is the mode<sub></sub>n Tezpur . . . *Sonitpura* leaves in the tradition only."

ড° শাস্ত্ৰী মহোদয়ৰ এনে মতামত অত্যন্ত গুৰুত্বপূৰ্ণ আৰু এই মতৰ যুক্তি অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু এটা কথা প্ৰণিধানযোগ যে যিবোৰ কাৰণৰ ভিত্তিত শোণিতপুৰৰ চিনাক্তকৰণ তেজপুৰৰ সৈতে গ্ৰহণযোগ্য নহয়, সেই একে বিবেচনাৰে ভাৰতৰ অন্য স্থান যেনে দিনাজপুৰ, সিন্ধু অঞ্চল অথবা হৰিদ্বাৰৰ ওচৰৰ 'উষামঠ'ৰ সৈতে শোণিতপুৰৰ চিনাক্তকৰণ সমৰ্থনযোগ্য নহয়। আনহাতে এইবোৰ স্থানৰ দাবীতকৈ শোণিতপুৰক তেজপুৰৰ সৈতে চিনাক্তকৰণ কৰিবলৈ কৰা প্ৰয়াস সমধিক যুক্তিৰ ওচৰচপা।

মহাভাৰত, হৰিবংশ, শ্ৰীমদভাগৱত প্ৰভৃতিতকৈ 'কালিকাপুৰাণ'ত সন্নিবিষ্ট প্ৰসংগ আৰু শ্লোকখিনিকেই শোণিতপুৰৰ সৈতে তেজপুৰক সংশ্লিষ্ট কৰাত অসমৰ প্ৰায় সৰ্বাধিক পণ্ডিতেই আশ্ৰয় কৰি লয়। এই লেখকে ১৯৮০-৮১ চন মানতে লিখা উক্ত প্ৰবন্ধকেইটাত সহায় লোৱা তাত উল্লেখিত উদ্ধৃত শ্লোককেইটাৰ দৰেই পৰৱৰ্তী সময়ত প্ৰয়াত সদানন্দ চলিহা, শ্ৰীমহেন্দ্ৰ নাথ শাস্ত্ৰী আদি পণ্ডিত সকলেও নিজৰ নিজৰ যুক্তি উপস্থাপনতো একেদৰে সেই শ্লোককে আশ্ৰয় কৰা দেখা গৈছিল।[৬,৭]

---

[৬] শোণিতপুৰ সন্দীপিকা : সদানন্দ চলিহা (১৯৯৪)।

[৭] মহাকাব্য আৰু পুৰাণাদিত শোণিতপুৰৰ স্থিতি : মহেন্দ্ৰ নাথ শৰ্মা শাস্ত্ৰী (২০০১)।

সি যিহওক, ড° মুকুন্দ মাধৱ শৰ্মাই তেওঁৰ Inscriptions of Ancient Assam গ্ৰন্থৰ ভূমিকাৰ ০.১০ পৃষ্ঠাত সন্নিবিষ্ট কৰা মতামতো এই প্ৰসংগতে কম গুৰুত্বপূৰ্ণ আৰু কম ইংগিতধৰ্মী নহয়। তেওঁ 'কালিকাপুৰাণ'ৰ সাক্ষ্যক সম্পূৰ্ণৰূপে উলাই কৰা নাই। তেওঁ এনেদৰে লেখিছে:

: There is a lot of divergence of opinion regarding the location of the ancient city of Sonitpura. N. N. Basu locates it somewhere in Sind and Anundoram Borooah places it in Dinajpur District. R.C. Majumdar says the ruins of this ancient city lies 18 miles south of the Dinajpur town (of Bangladesh). This place is far off from the river Brahmaputra. Hence, the *Kalikapurana* appears to recognise the location of Sonitpura in the modern Tezpur site on the bank of the said river when it is stated that Naraka received instructions from Bana for worshipping Brahma at the proximity of the river Lauhitya, which is the progeny of that very deity (i.e. which is Brahmaputra) C.F.

তস্মাদ্ব্ৰহ্মা সমাৰাধ্যো বচনাত্তৱ মিত্ৰক।
তৎপুত্ৰস্য মহাবাহু লৌহিতস্যাম্বুসন্নিধৌ।।
ভৱতাধ্যাপিতশ্চাহং শিষ্যোহথ গুৰুণা যথা। [কা. পু. ৩৯/৬৯]

ড° শৰ্মাই উদ্ধৃত কৰা উপৰ্য্যুক্ত এই শ্লোকত শোণিতপুৰ যে লৌহিত্যৰ তীৰতে সেই কথা অৱশ্যে তাত স্পষ্ট হোৱা নাই। লৌহিত্যৰ নিকটত ব্ৰহ্মাক তপস্যা কৰাৰ বাবেহে বাণে উপদেশ দিছিল। গ্ৰন্থত পাছৰ শ্লোকৰ পৰা দেখা গৈছে যে সেইমতে নৰকে লৌহিত্যৰ তীৰত অৱস্থিত ব্ৰহ্মাচলত তপস্যা কৰিছিল। ব্ৰহ্মাচল কোনখন নিৰ্ণয় হোৱা নাই।

'তেজপুৰৰ পুৰাবৃত্ত' সুদীৰ্ঘ প্ৰবন্ধত * আনন্দ চন্দ্ৰ আগৰৱালাই ড° বাণীকান্ত কাকতিৰ 'কুমৰ হৰণ' পুথিৰ সমালোচনা প্ৰসংগত ('চেতনা', ৩য় সংখ্যা, ১ম বছৰ) তেওঁৰ মন্তব্য এটা উদ্ধৃত কৰি দিছিল। বৰ্তমানে প্ৰাপ্ত হোৱা ড° কাকতিৰ 'কুমৰ হৰণ' প্ৰবন্ধটোত এই কথাখিনি অৱশ্যে পোৱা নাযায়। মূল 'চেতনা' কাকতখনো দেখাৰ সুবিধা হোৱা নাই। তথাপি আগৰৱালাদেৱে কাকতিৰ লেখা উদ্ধৃত কৰা মতেই ইয়াতো এই প্ৰসংগৰ বাবে তাৰে কেইটামান বাক্য তুলি দিয়া হ'ল।*

"পূৰণি অসমত শোণিতপুৰ নামে এখন ৰাজ্য আছিল। কালক্ৰমত তাৰ নাম তেজপুৰ হৈছে। তাত বাণ নামে এজন প্ৰবল শিৱভক্ত ৰজা আছিল। ... বিষ্ণুৱে বামণ

* আনন্দ চন্দ্ৰ আগৰৱালা ৰচনাৱলী, অসম সাহিত্য সভা, ১৯৭৪, পৃ. ৩৮৮-৮৯

অৱতাৰত ছলনা কৰি বলিক পাতাললৈ পঠাই দিলত, শিৱক তপস্যা কৰি বাণ ৰজাই শোণিতপুৰ ৰাজ্যখন পায়। এজন বঙালী লেখকে প্ৰত্নতত্ত্বজ্ঞ বোলাবলৈ বলি-নিৰ্বাসনক লক্ষ্য কৰি কৈছে যে **শোণিতপুৰ পাতালত আছিল, ই বৰ্তমান তেজপুৰ হ'ব নোৱাৰে।** কিন্তু ই সাধাৰণ উপলুঙা স্বভাৱৰ কথা। 'হৰিবংশ'ত কথাৰ ছলতে এইটো স্পষ্ট উল্লেখ আছে যে শোণিতপুৰ মনুষ্য লোকত, আৰু তাক আহুনীয় (যজ্ঞৰ) অগ্নিয়ে ৰক্ষা কৰি আছিল। 'কুৰ্মপুৰাণ' মতে এই আহুনীয় অগ্নিৰ ঠাই 'তেজোৱতী' নামে নগৰ এখনত আছিল। 'কুৰ্মপুৰাণে' 'তেজোৱতী'ৰ যি ভৌগোলিক স্থিতি নিৰ্ভৰ কৰিছে, তাৰ পৰা সহজে অনুমান হয়, ই শোণিতপুৰত আছিল; আৰু কালক্ৰমত দুয়োটা নাম লগলাগি তেজপুৰ হ'ল।"

উপৰ্য্যুক্ত দফাত প্ৰসংগ-উল্লেখ হোৱা 'পাতাল'ৰ চিনাক্তকৰণ সম্পৰ্কে ইতিহাসবিদ প্ৰত্নতত্ত্বজ্ঞ এন. এন. বসুৰ প্ৰতি সম্ভৱতঃ লক্ষ্য কৰা হৈছে। কাৰণ তেওঁ তেওঁৰ গ্ৰন্থ Social History of Kamrup (Vol. I) ত এই বিষয়ে আলোচনা কৰি ৰজা আলেকজেণ্ডাৰৰ সমসাময়িক গ্ৰীক পণ্ডিতসকলে লিখি থৈ যোৱা দক্ষিণ সিন্ধু অঞ্চলৰ 'পাতালিন' নামৰ স্থানৰ সৈতে 'পাতাল'ৰ সম্বন্ধ দেখুৱাই 'শোণিতপুৰ'ৰ স্থিতি সিন্ধুত নিৰ্ণয় কৰিবলৈ ইচ্ছা কৰে। কোৱা হয় যে তাত পিছৰ সোমবংশৰ বংশধৰ বা উত্তৰসূৰীসকলে বাণৰ পৰা বংশলতাৰ দাবী কৰে।

সি যিহওক, আমি এতিয়া সুদীৰ্ঘকালৰ পৰা শোণিতপুৰ নগৰখন যে তেজপুৰ বা তেজপুৰ অঞ্চলত বুলি আৰু ইয়াতেই উষা-অনিৰুদ্ধৰ ৰোমাণ্টিক কাহিনী আৰু কৃষ্ণ-বাণাসুৰৰ যুদ্ধ ('হৰিহৰৰ যুদ্ধ') হৈছিল বুলি শক্তিশালী কিম্বদন্তী বা বিশ্বাস চলি আছে, সেই বিশ্বাসৰ প্ৰাচীন লিপিবদ্ধ সাহিত্যিক নিদৰ্শন দুই এটা উল্লেখ কৰিছো।

**(১) প্ৰাচীন যুগৰ তাম্ৰলেখ ঃ**

প্ৰাগজ্যোতিষৰ ৰজা ভূতিবৰ্মনে (৫১৮-৫৪২ খ্ৰী.) ভূমিদান দিয়া তামৰ ফলি নৱীকৰণ কৰি ৰজা ভাস্কৰবৰ্মাই (খ্ৰী. ৫৯৪-৬৫০) পুনৰ প্ৰদান কৰা ডুবি তামৰ ফলি ১৯৫০ চনত পাঠশালাত পোৱা হয়। এই তামৰ ফলিত লিপিবদ্ধ কৰা আছে যে বৰ্মন বংশীয় ৰজা সুস্থিত বৰ্মনৰ মৃত্যুৰ সময়ত দুই পুত্ৰ সুপ্ৰতিষ্ঠিত বৰ্মন আৰু ভাস্কৰবৰ্মা বয়সত অতি তৰুণ হৈ আছিল। এই সন্ধিক্ষণতে গৌড় ৰজাই কামৰূপ আক্ৰমণ কৰিছিল। তৰুণ ভাতৃদ্বয়ে প্ৰবল শত্ৰু গৌড়ৰজাৰ বিৰুদ্ধে প্ৰচণ্ড যুদ্ধ পৰিচালনা কৰিছিল আৰু শত্ৰুৰ বিৰুদ্ধে সীমিত সৈন্যৰে প্ৰতিৰোধ কৰিবলৈ ভয় কৰা নাছিল। ডুবি তাম্ৰলেখত লেখ-ৰচকে এই যুদ্ধৰ কথা লিখি সুপ্ৰতিষ্ঠিত বৰ্মা আৰু ভাস্কৰবৰ্মাক বলৰাম-অচ্যুতৰ সৈতে তুলনা কৰি বলৰাম-অচ্যুতে বাণাসুৰৰ বিৰুদ্ধে যেনে ধৰণে যুদ্ধ কৰিছিল, সেইদৰে এই ৰাজকুমাৰ দুজনক তুলনা কৰিছে।

তত্রোপস্থায় যুদ্ধে
হৰিকুলিশ শিতৈস্তূর্ণমাকর্ণপূর্ণৈর্বাণৈৰ্বাণাসুৰাজাবৰ্জিত
ভুজবলৌ তাৰিবাণুদৰ্পৌ।

[শ্লোক ৬৯, ডুবি তাম্ৰশাসন]

প্ৰত্নলেখৰ ৰচয়িতা আৰু প্ৰত্নলেখ প্ৰাচীন কামৰূপৰ হোৱা বাবে স্বাভাৱিকতেই হৰি-হৰ যুদ্ধৰ বা কৃষ্ণ-বাণাসুৰৰ যুদ্ধৰ বৰ্ণনাৰ প্ৰভাবে তেওঁৰ প্ৰেৰণা বা মননৰ উৎস হৈছে। উষা-অনিৰুদ্ধৰ প্ৰেম-কাহিনীক কেন্দ্ৰ কৰি হোৱা হৰি বা কৃষ্ণৰ সৈতে বাণাসুৰৰ যুদ্ধ এই অঞ্চলতে হোৱা বুলি থকা বিশ্বাসৰ ফলতেই কাব্যত কৃষ্ণ-বলৰাম-বাণাসুৰৰ উপমাৰ প্ৰভাব পৰিছে বুলি ধাৰণা কৰা অযুক্তিকৰ নহয়। ড° দীনেশ চন্দ্ৰ সৰকাৰেও এনে মত পোষণ কৰাই নহয়, তেওঁ আনকি আৰু এখোজ আগবাঢ়ি গৈ কৈছে যে the main battle between the Gauda elephant force (indirectly compared with Bana's hosts) and the two brothers-Supratisthitavarma and Bhaskarvarma is said to have taken place near Tezpur on the bank of Brahmaputra where Sonitpura is identified and the epic battle took place between Bana and Krishna (Epigraphia Indica- Vol. XXX.PP 292-93).

উল্লেখনীয় যে গৌড় আৰু কামৰূপৰ এই ঐতিহাসিক যুদ্ধৰ কিছুদিন পাছতেই এই তামৰ ফলি ৰচনা কৰা হৈছিল। সেয়ে এই ৰচকৰ বাবে যুদ্ধৰ স্মৃতি সজীৱ হৈ থাকিব পাৰে। ড° সৰকাৰে উপৰি উক্ত কথাখিনিকেই আন এখন গ্ৰন্থতো কৈছে এনেদৰেঃ

"প্ৰথম শ্লোকে জল এবং দ্বিতীয় শ্লোকে বাণাসুৰৰ উল্লেখথেকে অনুমান কৰা যায় যে, ব্ৰহ্মপুত্ৰ নদেৰ নিকটবৰ্তী বাণৰাজেৰ ৰাজধানীবলে বৰ্ণিত বৰ্তমান তেজপুৰেৰ সন্নিকটে উল্লেখিত যুদ্ধ সংঘটিত হয়েছিল।"[১] কামৰূপৰ যি স্থানতেই এই যুদ্ধ নহওক কিয়, এই প্ৰশ্ন নিশ্চয় আহে যে শোণিতপুৰৰ বাণাসুৰৰ সৈতে হোৱা কৃষ্ণ-বলৰামৰ যুদ্ধতকৈ আৰু বহুত ভয়াবহ যুদ্ধ কৃষ্ণ-বলৰামৰ আছিল। তেওঁলোকৰ বিৰুদ্ধে সাহসী চৰিত্ৰও আছিল। তেনেস্থলত শাসন-লিখকে গৌড়-কামৰূপ এই সংঘৰ্ষত- 'কৃষ্ণ-বলৰাম বনাম বাণাসুৰ'ৰ যুদ্ধৰ তুলনা কিয় আনিব লগা হ'ল? বাণাসুৰৰ ৰাজ্য এই পূৰ্বাঞ্চলত বা তেজপুৰত বুলি বিশ্বাস থকা বাবেই গৌড়-কামৰূপৰ ঐতিহাসিক যুদ্ধত এই উপমাই প্ৰাসংগিক হ'ব বুলি হয়তো ৭ম শতিকাৰ অসমৰ কবিয়ে ভাবিছিল।

**(২) শেষ মধ্যযুগীয় কাব্য ঃ 'কুমৰ হৰণ' ঃ**

পঞ্চদশ-ষোড়শ শতিকাত অসমৰ নৱ বৈষ্ণৱ যুগৰ কালছোৱাতো একাধিক বৈষ্ণৱ-অবৈষ্ণৱ কবিৰ কাব্য-সৃষ্টিত পুৰাণ আৰু 'হৰিবংশ'ৰ উষা-অনিৰুদ্ধৰ তথা

[১] 'শিলালেখ— তাম্ৰশাসনাদিৰ প্ৰসঙ্গ' ঃ ড° দীনেশচন্দ্ৰ সৰকাৰ (১৯৮২); পৃ. ৪৭।

শোণিতপুৰাধিপতি বাণাসুৰৰ মনোৰম কাহিনীয়ে স্থান পাইছিল। 'শ্রীমদ্‌ভাগৱত'ৰ অসমীয়া অনুবাদ ভাগৱতৰ 'শেষ দশম' স্কন্ধত এই কাহিনীয়ে আঞ্চলিক ৰূপেৰে বিকশিত হোৱাৰ উপৰিও পীতাম্বৰ কবিৰ 'উষা-পৰিণয়' আৰু অনন্ত কন্দলীৰ 'কুমৰ হৰণ' (এই কবিৰে অনূদিত 'দশম'ৰ কাব্যাংশৰ কাহিনীৰ উপৰিও) দুখন অনুপম কাব্যপুথি। উল্লেখিত তিনিওখন অসমীয়া গ্রন্থতে স্থানীয় লৌকিকতা আৰু অসমীয়া সমাজৰ প্রাসংগিক চিত্রৰ পটভূমিতে কাহিনী মিশ্রিত হোৱা দেখা যায়। অসমীয়া সমাজখনৰ বাবে যেন এই চিত্র বা কাহিনী অতি আপোন আৰু জনপ্রিয়। ইয়াৰ কাৰণ এয়ে যে সম্ভৱ কবি, পাঠক বা শ্রোতাৰ সমাজে সেই কালতো ভাবি লৈছিল যে এই ঘটনা তেজপুৰৰ উষা পাহাৰ, বামুণী পাহাৰ আৰু মহাভৈৰৱ মন্দিৰ থকা এই অঞ্চলতে সংঘটিত হৈছিল। কবিয়ে যেন শোণিতপুৰ আৰু তেজপুৰক মানসপটত সমাৰ্থক বুলি ভাবি লৈছিল। তাৰ প্রমাণ হিছাপে নিম্নোক্ত কথাখিনি উল্লেখ কৰিব পাৰি। [প্রসংগক্রমে কৈ থওঁ যে এই লেখকেই পোনপ্রথমে আশীৰ দশকত তেজপুৰ সম্পৰ্কীয় বিভিন্ন প্রবন্ধত এই কাব্য-প্রসংগ আৰু তাৰ উদ্ধৃতি উত্থাপন কৰি বিদ্বৎ সমাজত জনাইছিল। পৰৱৰ্তী সময়ত অন্যান্যজনেও সেই উদ্ধৃতি দিয়া দেখা যায়।]

অনন্ত কন্দলীৰ 'কুমৰ হৰণ' পুথিৰ প্ৰকাশিত সংস্কৰণৰ ভিতৰত প্ৰথিতযশা সাহিত্যিক আৰু গৱেষক অধ্যাপক লীলা গগৈয়ে ১৯৭২ চনত একাধিক সাঁচিপতীয়া আৰু প্রায় তিনিশ বছৰীয়া এখন তুলাপতীয়া পুথিৰ আধাৰত এই মনোৰম কাব্যখন সম্পাদনা কৰে আৰু প্রকাশিত হয়। এই পুথিখন ডিব্রুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি। এইখন পুথিত 'শোণিতপুৰ' আৰু 'তেজপুৰ' সমাৰ্থকভাৱে ব্যৱহাৰ হোৱা দেখা গৈছে।

চিত্রলেখাই হৰণলুকী মায়াৰে যেতিয়া দ্বাৰকাৰ পৰা উষাৰ বাবে অনিৰুদ্ধক হৰণ কৰি আকাশেদি লৈ আহিছিল, তেতিয়া শোণিতপুৰৰ ওচৰ পাওঁতেই কুমাৰে ভয়ংকৰ অগ্নিদুৰ্গ দেখি তাত কেনেকৈ প্রবেশ কৰিব বুলি সোধাত চিত্রলেখাই উত্তৰ দিছিল ঃ

এহিতো জানিবা বাণ নৃপতিৰ দেশ।
তেজপুৰ নাম ইটো নগৰ বিশেষ।।
তোমাক নিবোহো এহি নগৰ ভিতৰ।
চাহি থাকা প্রভু তুমি নকৰিবা ডৰ।।
['কুমৰ হৰণ' ঃ সম্পাদনা, লীলা গগৈ, পৃ. ৩৯]

অসমীয়া প্ৰাচীন কাব্যত এই প্ৰথম 'তেজপুৰ' নামটো উল্লেখ থকা দেখা যায়। এই কাব্যৰ কোনো ঠাইত 'শোণিতপুৰ' কোৱা হৈছে আৰু এই স্তৱকত 'তেজপুৰ' বুলি নগৰৰূপে উল্লেখিত হৈছে।

কটন কলেজৰ প্ৰাক্তন অধ্যাপক ড° ৰমেশ পাঠকে সম্পাদনা কৰা 'কুমৰ হৰণ' পুথিতো উপৰ্য্যুক্ত স্তৱকটো (পৃ. ৬৬) আছে আৰু এই স্তৱকত 'তেজপুৰ' পাঠ আছে।

তেওঁ এই গ্ৰন্থ সম্পাদনা কৰোতে (১৯৮৮ খ্ৰী.) ইতিমধ্যে প্ৰকাশিত গ্ৰন্থবোৰৰ সহায় লৈছিল। অৱশ্যে এই প্ৰসংগতে উল্লেখনীয় যে ড° নবীন চন্দ্ৰ শৰ্মাৰ সম্পাদনাত ১৯৮৬ চনৰ প্ৰকাশিত 'কুমৰ হৰণ' পুথিত উল্লেখিত স্তবকত 'তেজপুৰ'ৰ পৰিবৰ্তে 'সোণিতপুৰ' পাঠহে সন্নিবিষ্ট আছে আৰু 'নামে ইতো নগৰি বিসেস' বুলি উক্ত হৈছে। পুথিৰ পাঠ-নিৰ্ণয়ত তেওঁ বিশেষকৈ সংৰক্ষিত তিনিখন পুথিৰ বিচাৰ কৰা বুলি কৈছে।

তিনিওখন সম্পাদিত পুথিত দ্বাৰকাৰ পৰা শোণিতপুৰ যথেষ্ট দূৰ বুলি কোৱা হৈছে।

(১) জদ্যপি অনেক পথ বানৰ নগৰি।
তথাপিতো তিনি দিনে প্ৰবেসিলা হৰি।। (ন.শ)

(২) যদ্যপি বহুত পথ বাণৰ নগৰী।
তিনি দিনে পাইলা প্ৰভু মহাবেগ ধৰি।। (লী. গ.)

(৩) যদ্যপি বহুত পথ বাণৰ নগৰী।
তিনি দিনে পাইলা প্ৰভু মহাবেগ ধৰি।। (ৰ.পা.)

অকল সেয়ে নহয়, শিৱসিংহ ৰজাৰ দিনৰ ৰমানন্দ দ্বিজ কৃত এখন সচিত্ৰ কাব্য **'বৃহৎ উষাহৰণ'** নাজিৰাৰ বুধবাৰী সত্ৰত আৰু সেইদৰে ৰাজেশ্বৰ সিংহ ৰজাৰ দিনৰ আন এখন সচিত্ৰ কাব্য **'কুমৰ হৰণ'** নগাওঁৰ দিচিয়াল সত্ৰত সংৰক্ষিত। ড° নৰেন কলিতাই তেওঁৰ 'অসমৰ পুথিচিত্ৰ গ্ৰন্থ'ত উল্লেখ কৰা মতে উভয় গ্ৰন্থই আঞ্চলিক ঐতিহ্য ৰক্ষা কৰিছে। আমি পুথি দুখন নিজে দেখা নাই বাবে আলোচনাৰ পৰা বিৰত থাকিলো।

(৩) **অষ্টাদশ শতিকাৰ সংস্কৃত 'কামকুমাৰ হৰণ' নাট ঃ**

শিৱসিংহ মহাৰাজৰ (খ্ৰী. ১৭১৪-৪৪) আৰু তেওঁৰ মহিষী প্ৰমথেশ্বৰী আৰু অম্বিকাদেৱীৰ পৃষ্ঠপোষকতাত কবিচন্দ্ৰ দ্বিজই অংকীয়া নাটৰ আৰ্হিত কিছু অংশ এই নাটৰ ভাষাত আৰু কিছু অংশ সংস্কৃত ভাষাত অসমীয়া সমাজৰ সাংস্কৃতিক পটভূমিতে অষ্টাদশ শতিকাত 'কামকুমাৰ হৰণ নাট' খন ৰচনা কৰিছে। কবি উষা-অনিৰুদ্ধৰ জনপ্ৰিয় প্ৰেম-কাহিনীৰ ভেটিতে প্ৰেৰণাপ্ৰাপ্ত। অসমীয়া সমাজৰ লৌকিক চিত্ৰ, অসমীয়া বিয়াগীত আৰু অন্যান্য অসমীয়া গীত আৰু বিবাহ-প্ৰথাৰে চিত্ৰিত হোৱা দৃশ্যাদি ৰচনা আৰু বৰ্ণনাই এই ধাৰণাকে দিয়ে যে এইগৰাকী লেখকো নিশ্চয় শোণিতপুৰ যে অসমতে আছিল সেই বিশ্বাসৰ দ্বাৰা অনুপ্ৰাণিত হৈছে। সম্ভৱতঃ তেওঁ 'হৰিবংশ' আৰু পঞ্চদশ শতিকাৰ শেষভাগ বা ষোড়শ শতিকাৰ আগভাগৰ অনন্ত কন্দলীৰ 'কুমৰ হৰণ' কাব্যৰ দ্বাৰা প্ৰভাৱিত হৈছিল।

(ক) এই নাটকতো কৃষ্ণ-বাহিনীয়ে শোণিতপুৰ পাওঁতে তিনিদিন লাগিছিল বুলি কৈছে। আৰু ইয়াত দূৰত্বৰ কথাও কৈছে ঃ

"এবং গচ্ছন্ একাদশসহস্ৰযোজনদূৰং শোণিতপুৰং দিনত্ৰয়েন প্ৰাপ্তৱান। অথ গগনতলং লেলিহানং প্ৰজ্জ্বলিত জ্বালাজালকৰালং বিশালং বহ্নিপ্ৰাকাৰং সমাসাদ্য কৃষ্ণম্প্ৰতি বলভদ্ৰ উবাচ।" [সূত্ৰধাৰ ঃ ৫ম অংক]

সেইদৰে কৃষ্ণইও বলভদ্ৰক কৈছিল ঃ

"হে হে আৰ্য্য, এষ আহুনীয়বহ্নিৰ্বাণস্য সন্তুষ্ট ঃ শোণিতপুৰৰক্ষক ঃ
পৰিতো জ্জ্বলন্ প্ৰাকাৰভাবং প্ৰাপ্তো ৱৰ্ততে।"

[শ্ৰীকৃষ্ণ ঃ ৫ম অংক]

দ্বাৰকাৰ পৰা শোণিতপুৰলৈ উল্লেখিত হোৱা এই ১১০০০ যোজনৰ দূৰত্বৰ পৰিমাণৰ সত্যতা কিমান এই কথাৰ বিচাৰ নকৰিলেও, আৰু শ্ৰীকৃষ্ণৰ ৰথেৰে আহোতে ৩ দিন লগাৰ সংবাদটোও ধাৰণা কৰি তাৰ সত্যতা কিমান এই কথাৰো বিচাৰ নকৰিলেও, ইয়াৰ দ্বাৰা ধৰি ল'ব পাৰি যে দ্বাৰকাৰ পৰা শোণিতপুৰ নগৰী বহুত দূৰৈত অৱস্থিত। দ্বাৰকাৰ বৰ্তমান স্থানৰ পৰা বিবেচনা কৰিলে তাৰ পৰা তেজপুৰলৈ দূৰত্ব (সাধাৰণভাবে গুজৰাটৰ পৰা) পথ, ৰেল বা আকাশেৰে তিনি/চাৰি হাজাৰ কি. মি.ৰ অধিক নহয়।

১১০০০ যোজন দূৰত্ব বৰ্তমানৰ জোখত কমেও ৬০,০০০ কি. মি. হয়। [ক্ৰোশৰ জোখত কিছু বিতৰ্ক আছে; ৪ ক্ৰোশে ১ যোজন হয়; ৬/৭ যোজনত ১ কি. মি. হয়।]

ইয়াৰ পৰা অন্ততঃ এটা কথা ভাবিব পাৰি যে বাণৰজাৰ শোণিতপুৰ সিন্ধু প্ৰদেশ বা উত্তৰ প্ৰদেশত হ'ব নোৱাৰে। 'কালিকাপুৰাণ'ত আকৌ উক্ত হৈছে যে প্ৰাগজ্যোতিষপুৰৰ ৰজা নৰকাসুৰৰ শোণিতপুৰৰ ৰজা বাণাসুৰৰ সৈতে পৰম বন্ধুত্ব স্থাপিত হৈছিল। দুয়োগৰাকী ৰজাৰে সঘন অহা যোৱা আছিল। (কা. পু. ৩৯ অধ্যায়)। গতিকে প্ৰাগজ্যোতিষপুৰ আৰু শোণিতপুৰৰ দূৰত্বৰ বিবেচনাত পাৰস্পৰিক নৈকট্য থকা ধাৰণা যুক্তিমূলক।

(খ) 'কামকুমাৰ হৰণ' নাটকত বাণাসুৰে শ্ৰীকৃষ্ণৰ সৈতে যুদ্ধ কৰিবলৈ দৈত্য, দানৱ, ৰাক্ষস সৈন্য আদিৰে সৈতে প্ৰস্তুত হৈ আহিছিল ঃ

বাণ ঃ অয়ে মন্ত্ৰীপ্ৰবৰ কুম্ভাণ্ড, অদ্য অস্মাকং দৈত্যদানৱৰাক্ষসসৈন্যং যাৱদস্তি অত্ৰ তাবৎ সকলং শীঘ্ৰং মিলতু, শীঘ্ৰং মিলতু। [৫ম অংক]

ড০ সত্যেন্দ্ৰ নাথ শৰ্মাই এই নাটৰ আলোচনাত এই দৈত্য-দানৱসকলক 'কিৰাত' বুলি উল্লেখ কৰিছে। 'Banasura now comes to the battle-field followed by an army of Kiratas and Asuras.'

[ৰূপকত্ৰয়ম ঃ ভূমিকা, পৃ. 0.7]

দানৱ, অসুৰ বা কিৰাত শ্ৰেণীৰ লোকৰ অসমত প্ৰাচীন বসতিৰ কথা সৰ্বজন-

স্বীকাৰ্য্য। 'কালিকাপুৰাণ'মতেও নৰকাসুৰে অসমৰ অসুৰ শ্ৰেণীৰ ৰজাক আৰু অধিবাসী কিৰাতসকলক পৰাস্ত কৰি আৰু খেদি পঠিয়াইহে প্ৰাগজ্যোতিষপুৰ বা কামৰূপ দখল কৰি ৰজা হৈছিল। পাছত নৰকাসুৰে লাহে লাহে বিষ্ণু-বৈৰী হোৱা, কামাখ্যাদেৱীৰ প্ৰতি পিঠি দিয়া আৰু বাণাসুৰৰ পৰামৰ্শত বৈদিক বা আৰ্য্য-চৰিত্ৰ পৰিহাৰ কৰি অসুৰ-সংস্কৃতিৰ প্ৰতি মন পৰিবৰ্তিত কৰাৰ ইংগিত এই গ্ৰন্থতে পোৱা যায়। সেই দৃষ্টিৰে বিশ্লেষণ কৰিলেও বাণাসুৰৰ সেনা-বাহিনীত অসুৰ বা কিৰাত শ্ৰেণীৰ লোকৰ স্থিতিৰ ধাৰণা 'কামকুমাৰ হৰণ' নাটত তাৎপৰ্য্যপূৰ্ণ আৰু অসমত শোণিতপুৰৰ দাবীৰ অনুকূলে হয়।

এই নাটৰ বৰ্ণনা, চিত্ৰ আৰু চৰিত্ৰৰ ধাৰণা সকলো অসমীয়া সমাজৰ পটভূমিত ৰচিত।

**(৪) আধুনিক কালৰ 'বাণৰজা', 'শোণিতকুঁৱৰী' আৰু 'কুমৰ হৰণ'ৰ চিত্ৰনাট্য ঃ**

আধুনিক অসমীয়া সাহিত্যৰ অন্যতম কাণ্ডাৰী পদ্মনাথ গোহাঞি বৰুৱাৰ 'বাণৰজা' নাটক আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ অনুপম কাব্য-নাট 'শোণিতকুঁৱৰী'ৰ আধাৰ আৰু বিষয়বস্তু পৌৰাণিক হলেও দুয়োগৰাকী লেখকৰ ৰচনাৰ প্ৰতি বাক্যই যেন প্ৰকাশ কৰিছে শোণিতপুৰৰ বাণাসুৰ আৰু উষা-কাহিনীৰ উৎপত্তি স্থান তেজপুৰ। তেজপুৰৰ মাটি, পানী, বায়ু আৰু আকাশৰ স্পৰ্শই যেন এই ৰমণীয় কাহিনীক মনোৰম কৰি তুলিছে। বিষ্ণুপ্ৰসাদ ৰাভাৰ কাব্যধৰ্মী 'কুমৰ হৰণ' চিত্ৰনাট্যত দেখুৱা হৈছে অগ্নিগড়স্থ উষাৰ কন্যাপুৰ, ভৈৰৱী মন্দিৰ আৰু মহাভৈৰৱ মন্দিৰ।

এইদৰেই ১৫০০ বছৰীয়া শক্তিশালী জনবিশ্বাসৰ ধাৰাবাহিকতাই তেজপুৰ নগৰৰ প্ৰাচীনত্বক পুৰাণ-মহাকাব্যৰ 'শোণিতপুৰ'লৈ কঢ়িয়াই নিছে আৰু নগৰখনক 'শোণিতপুৰ'ৰ সৈতে বিজৰিত কৰিছে।

**(৫) বিশেষ টোকা ঃ**

এই প্ৰসংগতে এই কথাও উল্লেখনীয় যে 'হৰিবংশ', 'শ্ৰীমদ্ভাগৱত' বা অন্যান্য মহাভাৰতীয় পুৰাণৰ এই আকৰ্ষণীয় কাহিনীৰ আলমত কেৱল অসমতে আঞ্চলিক ভাষাত বা অঞ্চলৰ সংস্কৃত ভাষাত পৰৱৰ্তী কালত সাহিত্যৰ সৃষ্টি হোৱা নাই। সৰ্বভাৰততে পৰৱৰ্তীকালত উষা-অনিৰুদ্ধৰ জনপ্ৰিয় আখ্যান লৈ কাব্য-সৃষ্টি হৈছে।

ক'লকাতাৰ ৰাষ্ট্ৰীয় পুথিভঁৰালত অসম্পূৰ্ণ তেনে কেইখনমান ছপা প্ৰাচীন কাব্য আমাৰ পঢ়াৰ সৌভাগ্য হৈছিল। সেই কেইখন হ'ল ঃ

১. উষা পৰিণয় প্ৰবন্ধ ঃ চম্পু কাব্য (ষোড়শ শতিকা)
ত্ৰিবান্দ্ৰম বিশ্ববিদ্যালয় (১৯৫৬)।

২. উষানিৰুদ্ধ ঃ (চাৰি অধ্যায় পৰ্বৰ প্ৰাকৃত কাব্য)

লেখক ঃ ৰাম পাণিবাদ (১৮ শতিকা)
[প্ৰকাশ, আদ্যৰ লাইব্ৰেৰী, ১৯৪৩]।

৩. উষাহৰণম্ ঃ [ সুমতিন্দ্ৰ যাতিৰ টীকাসহ চাৰিসৰ্গৰ মহাকাব্য
লেখক ঃ ১৩ শতিকাৰ ত্ৰিবিক্ৰমাচাৰ্য্য, বোম্বে, ১৯১১]

এই দুষ্প্ৰাপ্য গ্ৰন্থকেইখনৰ সম্পূৰ্ণ পাত পোৱা নাই। প্ৰাপ্ত অংশখিনি অধ্যয়ন কৰি দেখা গৈছে যে ইয়াতো শোণিতপুৰৰ অৱস্থিতি সম্পৰ্কে কোনো সংবাদ বা তথ্য নাই।

অসমৰ কাব্যৰ সৈতে ইয়াৰ পাৰ্থক্য এই বিষয়তে যে এই পুথিকেইখনত লেখকে কোনো অঞ্চলৰ পৰিৱেশৰ প্ৰভাব চিত্ৰিত কৰা নাই। কাহিনীত পৌৰাণিক বস্তুনিষ্ঠতা সংৰক্ষণ কৰা হৈছে। অঞ্চল বিশেষৰ প্ৰতি প্ৰেমভাব প্ৰতিফলিত হোৱা নাই। আন এটা উল্লেখযোগ্য বৈশিষ্ট্য এই যে অসমৰ কাব্যসমূহত অনিৰুদ্ধক হৰণ কৰা হৈছে— 'কুমৰ হৰণ' বা 'কামকুমাৰ হৰণ' ৰূপে। যেন আমাৰ অসমলৈ কৃষ্ণ-নাতি অনিৰুদ্ধক লৈ অনাত গুৰুত্ব দিয়া হৈছে। কিন্তু উল্লেখিত গ্ৰন্থকেইখনত উষাক দ্বাৰকালৈ লৈ যোৱা হৈছে— (যেন বাহিৰৰ লেখকৰ বাবে দ্বাৰকাহে আপোন, শোণিতপুৰ দূৰৰ, এনে ভাব)।

ইয়াৰ উপৰিও অন্য কেইখনমান গ্ৰন্থৰ নামো পোৱা হৈছে- য'ত উষা-হৰণহে কাব্য বা নাটকৰ নাম ঃ

(১) উষা-হৰণম্ (নাটক) ঃ (দেৱনাথ উপাধ্যায়, ১৮ শতিকা)
(২) উষা-পৰিণয়ম্ (ৰূপক) ঃ (কৃষ্ণদেৱৰয়, ষোড়শ শতিকা)
(৩) বাণাসুৰ-বিজয় (চম্পু ) ঃ (১৭ শতিকা)

এই বিষয়ে অন্য স্থানত বহলাই আলোচনা কৰাৰ আচনি আছে।

***

# পৰিশিষ্ট - ১

## তথ্য-উৎস

(ক) মুখ্য ঃ ১. তেজপুৰ মহাপেচখানাৰপৰা প্ৰাপ্ত লাগতিয়াল নথি-পত্ৰৰ সংবাদ।

২. সংশ্লিষ্ট বিষয়ৰ প্ৰয়োজনত ক্ষেত্ৰ- পৰিদৰ্শনৰ পৰা প্ৰাপ্ত সংবাদ।

৩. অ.ভা.উ.সা. সভাৰ তথ্যৰ প্ৰসংগত তেজপুৰ-নিবাসী বাণ থিয়েটাৰৰ শিল্পী প্ৰয়াত ভাৰত চন্দ্ৰ হাজৰিকাৰ পৰা প্ৰাপ্ত এক জীৰ্ণ নথিৰ পৰা উদ্ধাৰ কৰা কাগজ-পত্ৰ।

৪. তেজপুৰৰ কেইগৰাকী বিশিষ্ট ব্যক্তিৰ পৰা প্ৰাপ্ত সংবাদ আৰু আলোচনা ঃ

- * দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য
- * দেৱীচৰণ ভট্টাচাৰ্য্য (জ্যোতি প্ৰসাদৰ আৰু অতুল চন্দ্ৰ হাজৰিকাৰ দুখন চিঠি)
- * চন্দ্ৰধৰ গোস্বামী (বাণ থিয়েটাৰ)
- * বিজয় চন্দ্ৰ শৰ্মা ( " )
- * পূৰ্ণনাৰায়ণ সিংহ ( " )
- * বাণী কান্ত শৰ্মা (বিভিন্ন)
- * আদ্যনাথ চক্ৰৱৰ্তী ( „ )
- শ্ৰীকুশ চন্দ্ৰ শৰ্মা (ফটো, অ.ভা.উ.সা. সভা আৰু অন্যান্য)

৫. জ্যোতিভাৰতীৰ সংগ্ৰহালয় আৰু
- শ্ৰীমতী মীনা আগৰৱালা
- শ্ৰীহৃদয় আগৰৱালা
- শ্ৰীমতী পদ্মা আগৰৱালা

} (জ্যোতিপ্ৰসাদৰ চিঠি, ফটো আৰু 'জয়মতী'ৰ প্ৰসংগত)

৬. **পুথি আৰু প্ৰতিবেদন ঃ**

- Resettlement of Town land in Tezpur, 1899 (Rev. A.)
- Resettlement of the Tezpur Town, 1932 (No. 272)
- Re-Assessment Report of Tezpur Town, 1978 (Unpublished)
- Final Report on the Land Revenue Resettlement of the Darrang District, 1927-33. (No. 209)
- Reassessment Report of the Charduar Group of villages of Darrang District, (No. 53)
- Assessment Report of the Patharughat Group, 1907

- Census Hand books; Census of India, 1901, vol-I
- Assam District Gazetteer, Darrang District, 1978
- Gazetteer of Bengal and Northeast India, B.C. Allen.
- তেজপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰিদৰ্শন-টোকা-বহী
- তেজপুৰ বাংলা নিম্ন প্ৰাইমাৰী বিদ্যালয়ত থকা পৰিদৰ্শন-টোকা বহী আৰু অন্যান্য নথি-পত্ৰ। 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ কাৰ্য্যবিৱৰণী (১৮৯০-১৯০৮) (প্ৰকাশিত); Constitution of the Ban theatre, Tezpur, 1961.

(খ) পূৰ্বতে গ্ৰন্থকাৰে প্ৰকাশ কৰা একাংশ আলোচনী/স্মৃতিগ্ৰন্থৰ ৰচনা ঃ

- Souvenir of The International year of the Mentally Retarded Persons, Tezpur Mental Hospital, 1981
- Souvenir of the Annual Session of the Agriculture Service Association, Tezpur, 1982.
- Bulletin of the Assam State Museum, No. IV, 1982 *(Tezpur through the Ages)*
- Souvenir : 20th State Medical Conference (IMA), Tezpur, 1984
- তেজপুৰ সাহিত্য সভা পত্ৰিকা, ১৯৮২
- শিশুজগত ঃ ২য় বছৰ, ১৯৮৩; ভাৰতীয় শিশু কল্যাণ পৰিষদ, তেজপুৰ
- স্মৃতিগ্ৰন্থ ঃ নটসূৰ্য্য সোঁৱৰণী নাট সমাৰোহ, বাণ থিয়েটাৰ, ১৯৮২
- চয়নিকা ঃ তেজপুৰ সাহিত্য চ'ৰা, ১৯৮৫
- চয়নিকা ঃ তেজপুৰ সাহিত্য চ'ৰা, ১৯৮৭
- শোণিতকন্যা ঃ স্মৃতিগ্ৰন্থ, উষা-অনিৰুদ্ধ পৰিবেশ উদ্যান, তেজপুৰ, ১৯৮৮ (সম্পাদনা উপদেষ্টাঃ কনকচন্দ্ৰ শৰ্মা)
- স্মৰণিকা ঃ অসম ৰাজ্যিক তৰণি সংঘ অধিৱেশন, তেজপুৰ, ১৯৮৮
- শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ ঃ তেজপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়, ১৯৮৮
- স্মৃতিগ্ৰন্থ ঃ নটসূৰ্য্য নাট সমাৰোহ, বাণ থিয়েটাৰ, ১৯৮৮
- চিত্ৰৰূপা ঃ শিল্পী দিৱস, ভোলাগুৰি, গহপুৰ, ১৯৮৯, অসম সাংস্কৃতিক সঞ্চালকালয়, সম্পাদনা ঃ কনকচন্দ্ৰ শৰ্মা
- স্মৃতিগ্ৰন্থ ঃ ৰূপালী জয়ন্তী, তেজপুৰ কলেজিয়েট বিদ্যালয়, ১৯৮৯
- স্মৃতিগ্ৰন্থ ঃ সোণালী জয়ন্তী, সদৌ অসম সহকাৰী আৰু কনিষ্ঠ অভিযন্তা সেৱাৰ অধিৱেশন, তেজপুৰ, ১৯৮৯
- স্মৃতিগ্ৰন্থ ঃ ৰূপালী জয়ন্তী, পলোফিল্ড ৰঙালী বিহু সন্মিলন, ১৯৮৯

- স্মৃতিগ্ৰন্থ : ৰূপালী জয়ন্তী বৰ্ষ, তেজপুৰ দক্ষিণ পশ্চিম ৰঙালী বিহু সন্মিলন, ১৯৯০
- স্মৃতিগ্ৰন্থ : ৰূপালী জয়ন্তী, পাচনৈ ৰঙালী বিহু সন্মিলন, ঢেকিয়াজুলি, ১৯৯০
- স্মৃতিগ্ৰন্থ (দেউল) : অসম কলেজ শিক্ষক সন্থাৰ বাৰ্ষিক অধিৱেশন, ঢেকিয়াজুলি, ১৯৯১
- Bulletin : of the Assam State Museuam, No. XV, 2001, Guwahati.

(গ) **আনুষঙ্গিক প্ৰসংগ গ্ৰন্থ :**

(I)
- The Comprehensive History of Assam, Vols I-V. ed. by Dr. H. K. Barpujari, Publication Board.
- Political History of Assam, 3 Vols. Government of Assam, 1977
- A History of Assam, Sir Edward Gait, 3rd Edition, 1963
- A Century of Government and Politics in Northeast India, Vol I, V. Venkata Rao, 1983
- Early History of Kamrupa : Kanak Lal Barua, 1933
- A Cultural History of Assam, Vol I, B. K. Barua, 1951
- Assam In the Days of the Company, H. K. Barpujari
- Mill's Report on the Province of Assam.

(ii)
- সংশ্লিষ্ট পুৰাণসমুহ, 'কালিকাপুৰাণ', 'যোগিনীতন্ত্ৰ' আৰু 'তীৰ্থ-কৌমুদী'
- মহাভাৰত আৰু শ্ৰীমদ্‌ভাগৱত, দশম, 'কুমৰহৰণ' কাব্য
- 'কামকুমাৰ হৰণ' আৰু 'কুমৰহৰণ'ৰ চিত্ৰনাট্য, 'বাণৰজা', 'শোণিতকুঁৱৰী'
- ৰচনাৱলী : জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ, আনন্দ চন্দ্ৰ আগৰৱালা আৰু বেণুধৰ শৰ্মাৰ।
- মোৰ সোঁৱৰণী : পদ্মনাথ গোহাঞিবৰুৱা
- হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ আত্মজীৱনী, ১৯৬৭
- অসমৰ পুথিচিত্ৰ : ড° নৱেন কলিতা, ১৯৯৬

(iii)
- কামৰূপ শাসনাৱলী : পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ সম্পাদিত, (বিশ্ববাণী প্ৰকাশনী)
- : ড° ডিম্বেশ্বৰ শৰ্মা সম্পাদিত, (অসম প্ৰকাশন পৰিষদ), ১৯৮১
- Inscriptions of Ancient Assam : ড° মুকুন্দ মাধৱ শৰ্মা সম্পাদিত, (গুৱাহাটী বিশ্ববিদ্যালয়),১৯৭৮
- শিলালেখ-তাম্ৰ শাসনাদিৰ প্ৰসংগ : ড° দীনেশচন্দ্ৰ সৰকাৰ, ১৯৮২

(iv)
- **গ্ৰন্থৰ সংশ্লিষ্ট পাঠৰ পাদটীকাত আৰু বিষয়ৰ আলোচনাৰ পাঠতে উল্লেখ কৰি অহা অন্যান্য প্ৰসংগ-গ্ৰন্থসমূহ।**■

# পৰিশিষ্ট - ২

## ওপৰঞ্চি

### দ্বিতীয় অধ্যায়ৰ তেজপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয় সম্পৰ্কীয় পাঠৰ ৪৮ পৃষ্ঠাৰ ওপৰঞ্চি টোকা ঃ

বাবুৰামেশ্বৰ সেনএই হাইস্কুলৰ প্ৰধান শিক্ষক হৈ থকা সময়তে অসমৰ তেতিয়াৰ চিফ্ কমিচনাৰ হেনৰি কটনে তেজপুৰলৈ অহা সময়ত এই হাইস্কুল পৰিদৰ্শন কৰিছিল।

ৰামেশ্বৰ সেনে তেওঁৰ আত্মজীৱনীত মুখ্যায়ুক্ত কটনৰ তেজপুৰ হাইস্কুলৰ পৰিদৰ্শন টোকা আৰু ১৯০২ চনত উপায়ুক্ত ক'ল চাহাবে কৰা পৰিদৰ্শনৰ টোকাৰ উল্লেখ কৰিছে ।

এনেদৰে ঃ

"I visited the school and find that the number of boys on the roll and for the past six years in November are as noted in the margin. (1895-182, 96-195, 97-226, 98-245, 99-236, 1900-241). They show an increase but the figures for the past three years can hardly be considered satisfactory. The new Head Master Babu Rameswar Sen is a capable officer and I was much pleased with the condition of the first and second class I examined. There were 5 candidates for the Entrance examination last year, all of whom passed."

Tezpur,
19th November 1900.

H. Cotton
*Chief Commissioner of Assam*

**ক'ল চাহাবৰ টোকা ঃ**

"Babu Rameswar Sen was Head Master of the Tezpur High School during the 2½ years I was in charge of Tezpur. He performed his duties to my satisfaction and he always struck me as being a capable and efficient officer."

H. W. Cole
*Deputy Commissioner*
2nd November, 1902



ইং ১৯৩৭ চনত বেচেৰীয়াত অনুষ্ঠিত হোৱা ৰাষ্ট্ৰীয় সন্মিলনত মিলিত হোৱা স্বাধীনতা সংগ্ৰামৰ সেনানীসকলৰ একাংশ ঐতিহাসিক 'পকী'ত ভুলাভাই দেশাইৰ সৈতে। দেশাইৰ কাষত গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা আদি নেতাসকল। তেতিয়াৰ স্বেচ্ছাসেৱক সকল গণেশ প্ৰসাদ তেৱাৰী, নাৰায়ণ বৰঠাকুৰ, প্ৰভাত শৰ্মা, ভদ্ৰসিংহ, কুশ শৰ্মা, বিবেক আগৰৱালা, ৰুদ্ৰ বৰা, মাণিক শৰ্মা আদি আৰু অধিনায়ক গহন চন্দ্ৰ গোস্বামী আৰু ছবিলাল উপাধ্যায়, হৰকান্ত দাস, কামাখ্যা ত্ৰিপাঠী, সুৰেন বৰুৱা, লম্বোদৰ কলিতা, মহীকান্ত দাস প্ৰভৃতি সেনানীসকল এই ফটোত আছে। বাকীখিনি সকলকো চিনাক্ত কৰিব পাৰিলে আনন্দৰ কথা। (ফটোৰ উৎস ঃ তেজপুৰৰ বিশিষ্ট সমাজ সেৱী, লেখক শ্ৰীকুশ শৰ্মা।)



তেজপুৰ
চৰকাৰী হাইস্কুলৰ
← প্ৰধান শিক্ষক →



বাবু গোপাল গোবিন্দ কৰ

কেশৱকান্ত বৰুৱা



লম্বোদৰ বৰা (১৮৬০-৯২)



লক্ষ্মীধৰ শৰ্মা



কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা



প্ৰাক্‌স্বাধীনতা কালৰ বিশ্বনাথ সাহিত্য সভাৰ ২য় অধিৱেশনৰ সভাপতি আৰু কৰ্ম্মীসকল



প্ৰাক্‌স্বাধীনতা কালৰ তেজপুৰ শিক্ষক সন্মিলনীৰ সভাপতিৰে সৈতে
সভাপতি নিলমণি ফুকন আৰু কৰ্ম্মীসকল



শোভাযাত্ৰাৰ মাজত
বিশ্বনাথ সাহিত্য সভাৰ সভাপতি



স্বেচ্ছাসেৱক সকলৰ মাজত তেজপুৰৰ
শিক্ষক সন্মিলনৰ সভাপতি



ইং ১৯৩৬ চনত গুৱাহাটী একাডেমীৰ ফুটবল দলে তেজপুৰত 'তেজপুৰ একাডেমীৰ' লগত এখন প্ৰীতিফুটবল খেল খেলিবলৈ গৈছিল। ফটোত দুয়োখন বিদ্যালয়ৰ খেলুৱৈ আৰু শিক্ষকসকলক দেখা গৈছে।



উষা পাহাৰত সাহিত্যিক আৰু জ্ঞানপিপাসুসকলৰ মিলনৰ উপভোগ্য দৃশ্য। পদ্মনাথ গোহাঞি বৰুৱা, দণ্ডিনাথ কলিতা আদিক এই ঐতিহাসিক ফটোত দেখা গৈছে। সম্ভৱতঃ 'জ্ঞান মালিনী'ৰ কবি মফিজুদ্দিন আহমেদ হাজৰিকাও কাষত। (২১/৮/১৯৩৯ তাৰিখে তেওঁ তেজপুৰ টাউন হলত ধৰ্মৰ সমন্বয় সম্পৰ্কে এটি বক্তৃতা প্ৰদান কৰিছিল। তেজপুৰ কৃষ্টি সভাৰ উদ্যোগত এই সভা হৈছিল। সভাপতি আছিল দয়ানন্দ চৌধুৰী এম এ, বি এল। (তথ্য — ম. হাজৰিকা ৰচনাৱলী।) এই ঐতিহাসিক ফটোৰ অন্যান্যসকলৰ চিনাক্তকৰণো প্ৰয়োজন। (ফটোৰ উৎস : শ্ৰীকুশ শৰ্মা, তেজপুৰ)

## বাণ ৰঙ্গমঞ্চৰ অগ্ৰজ অভিনেতা-নাট্যকাৰ সকলৰ কেইগৰাকীমান



বোধনাথ পটঙ্গীয়া



অন্নদা কুমাৰ পত্ৰপতি



ডাঃ ললিতমোহন চৌধুৰী



ডাঃ কামিনীকান্ত দাস



ৰজনীকান্ত শৰ্ম্মা



মাণিক শইকীয়া

(ফটো - অতুল চন্দ্ৰ হাজৰিকাৰ 'মঞ্চলেখা')


ৰাধিকাকান্ত দাস


সূৰ্য্যকান্ত বৰা


কুমুদচন্দ্ৰ শৰ্ম্মা


চন্দ্ৰনাথ শৰ্ম্মা


জ্যোতিপ্ৰসাদৰ পিতৃ
পৰমানন্দ আগৰৱালা


'মঞ্চকোঁৱৰ' উপাধিৰে বিভূষিত
চন্দ্ৰধৰ গোস্বামী



ভোলাগুৰি চাহ বাগিচা (ইং ১৯৮৯ চনত)



ভোলাগুৰি চাহ বাগিচা (ইং ১৯৮৯ চনত)

'চেনোলা' কোম্পানীত ৰেকডিং -

'জয়মতী' আৰু 'শোণিতকুঁৱৰী' পালা নাটৰ বাবে। এই সময়ত কলিকতাত



বাওঁফালৰ পৰা (থিয় হৈ) : মনোৰমা শইকীয়া, যৌৱনেশ্বৰী, স্বৰ্গজ্যোতি আৰু ফণী শৰ্মা

বাওঁফালৰ পৰা (বহি) : শিশু শ্ৰীভূপেন হাজৰিকা, জ্যোতিপ্ৰসাদ আৰু বিষ্ণু প্ৰসাদ



জয়মতী : আইদেউ সন্দিকৈ (ভোলাগুৰি বাগিচাত চিত্ৰকৰণত)
গদাপাণিক 'ষণ্ডহৰ দেউ' বুলি সম্বোধন কৰি অভিনয় কৰা বাবে বাস্তৱ জীৱনত এই গৰাকী অমৰ শিল্পী ষণ্ডহৰদেউবিহীন। অসমৰ কথাছবি জগতৰ প্ৰথম নায়িকা।



**লৰা ৰজা আৰু লালুকসোলা বৰফুকন (চিত্ৰবনত)**

লৰা ৰজাৰ ভাওত শ্ৰীনৰেণ বৰদলৈ (নগাঁও, বৰহমপুৰ) লালুকসোলাৰ ভাওত স্বনামধন্য অভিনেতা ডাঃ * ললিতমোহন চৌধুৰী, বাণ ৰংগমঞ্চৰো অভিনেতা।



ভোলাগুৰি চাহবাগিচাত অস্থায়ীভাবে নিৰ্মিত "চিত্ৰবন" ষ্টুডিওৰ সন্মুখ প্ৰাঙ্গণত সূৰ্য্যৰ পোহৰৰ ওপৰত নিৰ্ভৰ কৰি চিত্ৰ গ্ৰহণ কৰি থকা অৱস্থাত। বাওঁফালে বহি মূৰত কাপোৰ মাৰি থকাজন * জ্যোতিপ্ৰসাদ আগৰৱালা। সেই সময়ত তেওঁৰ দেউতাক ঢুকাই ছিল। দৃশ্য গ্ৰহণ — জয়মতীৰ জাপি নৃত্য।



শ্ৰীমতী আইদেউ সন্দিকৈ
(জয়মতী)



স্বৰ্গীয় স্বৰ্গজ্যোতি বৰুৱা
(ডালিমী)



শ্ৰীমতী ধৰ্মেশ্বৰী বৰা
'ইন্দ্ৰমালতী' কথাছবিৰ 'উপিনা' আৰু
'জয়মতী'ৰ লিগিৰী



গদাপাণি
স্বৰ্গীয় ফুনু বৰুৱা (পৰশুৰাম বৰুৱা)



**স্বৰ্গীয় প্ৰফুল্ল চন্দ্ৰ বৰুৱা**

('বৰগোহাঁই' চৰিত্ৰ ৰূপায়ণ কৰোঁতা, 'জয়মতী'ত আৰ্থিক সাহায্য দিওঁতা, সংগীতত জ্যোতিক সহায় কৰোঁতা আৰু প্ৰথম অসমীয়া গীত গ্ৰামোফোন ৰেকডিং কৰোঁতা)



**পৰমানন্দ আগৰৱালা আৰু পত্নী কিৰণময়ী**

(জ্যোতিপ্ৰসাদে 'শোণিত কুঁৱৰী' নাটখন এওঁলোকলৈ অৰ্পণ কৰিছিল)



**পৰিয়ালৰ একাংশৰ সৈতে তৰুণ জ্যোতিপ্ৰসাদ**



দক্ষিণ-পশ্চিম তেজপুৰ হজৰাপাৰ বঙালী বিহু সন্মিলনৰ ৰূপালী জয়ন্তী বৰ্ষৰ মূল সাংস্কৃতিক সন্ধিয়াৰ গ্ৰীণৰুমত। সিদিনাৰ আকৰ্ষণ ড° ভূপেন হাজৰিকাৰ সৈতে লেখক আৰু তদানীন্তন শিক্ষামন্ত্ৰী বৃন্দাবন গোস্বামী ক্ৰমে অনুষ্ঠানৰ সভাপতি আৰু উপদেষ্টা ৰূপে। লগত কৰ্মকৰ্তা অধিবক্তা নৰেন গোস্বামীৰে সৈতে অন্যান্য সকলৰ একাংশ। (অনুষ্ঠানৰ উন্নতিকল্পে বিশেষ কথা)



ইং ১৯৮৯ চনৰ গহপুৰত 'জ্যোতিদিৱস'ত 'চিত্ৰৰূপা' উন্মোচনৰ সময়ত জোনাওৰি চাহবাগিছাত সাংস্কৃতিক প্ৰকল্প গঢ়াৰ বিষয়ে ড° ভূপেন হাজৰিকাৰ সৈতে বিশেষ আলোচনাত ৰত এই লেখক)

